*'NAREE ARU PREM'* : A Collection of 'Love Story' of world famous persons, written by Mantu Saikia and published by Sri Rajendra Mohan Sarma on behalf of Chandra Prakash, Panbazar, Guwahati- 781001.

---

প্ৰকাশক : শ্ৰী ৰাজেন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী - ১
দূৰভাষ : ২৫১১৯৪৬

প্ৰথম প্ৰকাশ : ডিচেম্বৰ, ২০০৫ চন
দ্বিতীয় প্ৰকাশ : মাৰ্চ, ২০০৭ চন

বেটুপাত : উৎপল বৰা

মূল্য : ১৫০.০০ টকা

ডি টি পি : ষ্টেণ্ডাৰ্ড ইম্প্ৰেছন
এ. টি. ৰোড, কালিপুৰ, গুৱাহাটী - ৮
দূৰভাষ - ২৬৩৩২৬৩

মুদ্ৰক : অৰোৰা ফাইন আৰ্টচ
বামুণীমৈদাম, গুৱাহাটী - ২১

# অভিমত

প্ৰেমকেই জীৱনৰ উৎস বুলি কোৱা হয়, অৰ্থাৎ প্ৰেমৰ অনুভূতি থকালৈকেহে মানুহে জীয়াই থকাৰ সাৰ্থকতা বিচাৰি পায়। অৱশ্যে প্ৰেমৰ ধৰণ-কৰণ বিভিন্ন ধৰণৰ হ'ব পাৰে। পাৰ্থিৱ প্ৰেমৰ অনুৰাগৰ ভিতৰত আছে সকলো ধৰণৰ মানৱীয় সম্পৰ্ক। সেই অনুৰাগ স্বামী-স্ত্ৰী, যুৱক-যুৱতীৰ মাজৰ প্ৰেম অথবা যিকোনো পুৰুষৰ আন নাৰীৰ প্ৰতি থকা আকৰ্ষণকেই বুজোৱা হয়। প্ৰেমৰ অনুভূতিত যে দৈহিক আকৰ্ষণ থাকিবই লাগিব সি নহয়, বৰঞ্চ দৈহিক আসক্তি প্ৰদৰ্শন নকৰাকৈও কাৰোবাৰ প্ৰতি প্ৰেম জাগিব পাৰে আৰু তেনে দৃষ্টান্ত অলেখ আছে। আনহাতে, সতি-সন্ততিৰ প্ৰতি পিতৃ-মাতৃৰ স্নেহ আৰু তেনেদৰেই সন্তানৰো পিতৃ-মাতৃৰ প্ৰতি শ্ৰদ্ধা-ভক্তিকো আমি প্ৰেমৰেই বিশেষ ৰূপ হিচাপে গণ্য কৰিব পাৰো। কোনো কোনো লোকে মানৱ প্ৰেম, শিশু প্ৰেম প্ৰভৃতিত উদ্বুদ্ধ হৈ তথাকথিত সাংসাৰিক জীৱনত প্ৰৱেশ নকৰাকৈয়ে কটাই দিয়া দেখিবলৈ পোৱা যায়। তেনেদৰেই ঈশ্বৰ প্ৰেমতো বহুতেই জীৱনপাত কৰে। আনহাতে, আমাৰ আনন্দৰাম বৰুৱাই বিয়াৰ কথা উলিয়ালেই তেওঁৰ সমুখৰ পুথিভঁৰালটোলৈ আঙুলিয়াই দি বিদ্যাকেই জীৱনৰ প্ৰধান সংগী কৰা বুলি কৈছিল। শিল্পী-সাহিত্যিকৰ প্ৰেম সাহিত্য আৰু শিল্প সৃষ্টিৰ আকৰ্ষণৰ মাজতেই বিজড়িত হৈ থকা বুলি ক'ব পাৰি। গতিকে যিটো দেখা গৈছে, প্ৰেমৰ পৰিধি অতি বিশাল আৰু সেই বিষয়ৰ বিশ্লেষণ এই ক্ষুদ্ৰ পাতনিত কৰিবলৈ যোৱাটো ধৃষ্টতা বুলিয়েই ভাবো। অৱশ্যে এই বিষয়ত গৱেষণামূলক বিশাল গ্ৰন্থ ৰচনাৰ থল আছে। এই ক্ষেত্ৰত শ্ৰীমণ্টু শইকীয়াৰ চেষ্টাক স্বাগত জনাবই লাগিব। আমাৰ বোধেৰে অসমৰ পঢ়ুৱৈ সমাজক নতুনকৈ শ্ৰীমণ্টু শইকীয়াক চিনাকি কৰি দিয়াৰ প্ৰয়োজন নাই। ইতিমধ্যে তেওঁ এগৰাকী উদীয়মান নিবন্ধকাৰ হিচাপে প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হৈছে। শ্ৰীশইকীয়াৰ এই নিবন্ধ সংকলনটিত প্ৰেমৰ আধাৰত ৰচিত ভালেমান লেখা অন্তৰ্ভুক্ত কৰা

হৈছে। নিবন্ধসমূহত প্ৰেম সম্পৰ্কত সম্যক আলোচনা কৰাৰ উপৰিও বিশ্ব ইতিহাসৰ খ্যাতনামা প্ৰেমৰ কাহিনীবোৰ সন্নিবিষ্ট কৰা হৈছে। অসমীয়া প্ৰেমৰ কবিতাৰ পৰা আৰম্ভ কৰি সাহিত্য, সংস্কৃতি, প্ৰভৃতিৰ স'তে জড়িত বিখ্যাত লোকসকলকো সামৰি লৈছে। তেনেদৰেই টমাছ আলভা এডিছন, পিয়েৰ কুৰী মেৰীৰ দৰে বিজ্ঞানীৰ প্ৰেমকো ইয়াত সন্নিবিষ্ট কৰা হৈছে। দৰাচলতে সৃষ্টিশীল জগতৰ বিভিন্ন ক্ষেত্ৰৰ পৰা প্ৰেমাসক্ত প্ৰখ্যাত ব্যক্তিসকলৰ কাহিনীৰ অন্তৰ্ভুক্তিৰে পুথিখনি সাৰ্বজনীন আৰু সৰস কৰি তোলা হৈছে। এই প্ৰেমৰ কাহিনীসমূহে প্ৰতিগৰাকী পঢ়ুৱৈক আনন্দ দান কৰাৰ উপৰিও আশাবাদী হৈ জীয়াই থকাৰ বাবে সমল যোগাব বুলি ক'ব পাৰি। অসমীয়া ভাষাত এই ধৰণৰ পুথি নাই বুলিলেই হয়। এতিয়ালৈকে খুব কম সংখ্যাক লোকেহে এই ধৰণৰ প্ৰেম সম্পৰ্কীয় বিষয়ৰ ওপৰত চিন্তা-চৰ্চা কৰিবলৈ লৈছে। আমাৰ বহুতৰে আকৌ ধাৰণা, খ্যাতিমান লোকসকল কাম-ক্ৰোধ বিবৰ্জিত। এনে ধাৰণা নিতান্তই অবান্তৰ — কিয়নো 'মেন ইজ এ ৰেছনেল এনিমেল' বোলা কথাষাৰহে সত্য। প্ৰতিজন মানুহেই কম-বেছি পৰিমাণে দেৱত্ব আৰু পশুত্ব গুণেৰে প্ৰভাৱান্বিত। গতিকে খ্যাতিমান হ'লেও নিৰ্মোহ দৃষ্টিকোণেৰেহে পৰ্যবেক্ষণ কৰিলে প্ৰকৃত মানুহজনৰ চৰিত্ৰৰ উমান পোৱাটো সম্ভৱ। এই নিবন্ধসমূহ ৰচনা কৰোঁতে শ্ৰীশইকীয়াই বিভিন্ন ভাষাৰ পুথি অধ্যয়ন কৰিব লগা হৈছে। এই কষ্টকৰ যাত্ৰা সফল হ'ব যদিহে পঢ়ুৱৈ সমাজে পুথিখনি আদৰি লয়। শ্ৰীশইকীয়াৰ কলমৰ গতি অব্যাহত থাকক। ভৱিষ্যতে তেওঁৰ কলমৰ মূল্যবান লেখা পাম বুলি আশা ৰাখিলোঁ।

**কনকসেন ডেকা**

# জাষ্ট টু মিনিট

## "TRUE LOVE CAN NEVER DIE"

প্ৰেম মানৱ জীৱনৰ আধাৰশিলা।

মানৱ জীৱনৰ সৰ্বোত্তম অনুভূতি হ'ল প্ৰেম।

প্ৰেম হৃদয়ৰ বলিষ্ঠ সংলাপ।

প্ৰতি ব্যক্তিৰ মনতেই প্ৰেম জাগে। অদৃশ্য তথা বোধগম্য, অনুভৱী এই প্ৰেমক কেইটামান শব্দই বা বাক্যৰ গাঁঠনিৰে চিনাকি কৰি দিব নোৱাৰি। প্ৰেম কোনো সংজ্ঞাতেই আৱদ্ধ নহয়। সংজ্ঞাহীনেই ইয়াৰ সংজ্ঞা।

জীৱনত যিকোনো মহত্বৰ প্ৰকাশ ঘটে প্ৰেমৰ মাজেৰে। প্ৰেমৰ সম্পৰ্কই মানুহক পৰম সত্যৰ সন্ধান দিব পাৰে একমাত্ৰ হৃদয়ৰ স্পৰ্শানুভূতিৰ মাজেৰে। বিজ্ঞানত যিদৰে সৃষ্টি আৰু ধ্বংসৰ ফৰ্মুলা থাকে, প্ৰেমত সত্য আৰু শান্তি থাকে। জীৱনত সত্য আৰু শান্তি নাথাকিলে সৃষ্টিৰ মাদকতা নাথাকে। হেমিংৱে কৈছে— "তুমি যেতিয়া প্ৰেমত পৰিবা তেতিয়া তোমাৰ সৃষ্টি হ'ব সবাতোকৈ ভাল।"

যন্ত্ৰসৰ্বস্ব জটিল পৃথিৱীখনত নাৰী পুৰুষৰ প্ৰেম, ৰোমাঞ্চ, বিবাহ আদি সম্পৰ্কৰ কাহিনী যদিও মনস্তাত্বিক, ব্যক্তিগত তথাপি গভীৰভাৱে আলোচ্য বিষয় বস্তু হৈ পৰিছে। বিশ্ব সাহিত্যত প্ৰেমৰ দ্বাৰা বিখ্যাত হোৱা লোকো আছে আৰু বিশ্ববিশ্ৰুত ব্যক্তিসকলৰ জীৱন প্ৰেমেৰে সিক্ত হৈ আছে। বিশ্বসাহিত্যৰ আজি যিকোনো ভাষাতেই সমৃদ্ধ হৈ আছে প্ৰেমৰ লেখা। কিন্তু অসমীয়া সাহিত্যত ইয়াৰ আলোচ্য কম। দুই এক প্ৰবন্ধ অ'ত ত'ত সিঁচৰিত ভাৱে দেখা যায় যদিও গ্ৰন্থ আকাৰে সংকলিত হোৱা নাই। বিশ্ব বিখ্যাত পঁচিশ জন ব্যক্তিৰ ব্যক্তিগত জীৱনৰ, প্ৰেম ৰোমাঞ্চ বিবাহ আৰু থোৰতে সাহিত্যৰাজিৰ সোৱাদ অসমীয়া পাঠকক দিয়াৰ উদ্দেশ্য ৰচনা কৰিছিলো অসমীয়া সাহিত্যত প্ৰেমৰ কুঁহিপাঠ স্বৰূপ 'প্ৰেমৰ কাহিনী'।

যিখন গ্ৰন্থক বহু সমালোচকে অসমীয়া সাহিত্যত 'প্ৰেমৰ দলিল', 'প্ৰেমৰ অনবদ্য গৱেষণা গ্ৰন্থ' আদিৰে আখ্যা দিছে। প্ৰেমৰ ডায়েৰীৰ দৰে এই 'নাৰী আৰু

প্ৰেমতো' নৰ-নাৰীৰ মাজত যি চিৰন্তন প্ৰেম সেই চিৰন্তন প্ৰেমৰ দস্তাবেজকে বিশ্ব সাহিত্যৰ বহুকেইজন পুৰোধা ব্যক্তিৰ জৰিয়তে আলোকপাত কৰা হৈছে। প্ৰতিজন ব্যক্তিৰ প্ৰেমৰ কাহিনী ক'বলৈ যাওঁতে কিছুমান উদ্ধৃতি অৱশ্যে পুনৰাবৃত্তি ঘটিছে। তাৰ বাবে পাঠকে আমনি নাপায় যেন। অৱশ্যে শব্দৰ ওপৰত মোৰ দখল কম, দিহা লগাই লিখিব পৰাকৈ।

লেখক হম বুলি ভবা নাছিলো, কিন্তু এবাৰ কলম হাতত তুলি লোৱাৰ পিছত মই উপলব্ধি কৰিছো যে লেখাটো মোৰ নিচাত পৰিণত হৈছে। মানুহৰ প্ৰেমেই মোক হাতত কলম তুলি লবলৈ শিকালে। 'প্ৰেমৰ ডায়েৰী'ৰ অভূতপূৰ্ব সাফল্যৰ পাছত বহুতো প্ৰেমত পৰা যুৱক-যুৱতী, বন্ধু-বান্ধৱ, প্ৰেমিক-প্ৰেমিকাৰ চিঠিয়ে মোক 'নাৰী আৰু প্ৰেম' সৃষ্টি কৰিবলৈ বাধ্য কৰালে। এই সংকলনটিত স্থান পোৱা লেখনিবোৰ শ্ৰীময়ী, পূবালী, জনমভূমি, অগ্ৰদূত, হিয়া, তৃষ্ণাতুৰ বিনোদন, ৰহস্য, ৰং, সত্য, ......আদি কাকত আলোচনীত প্ৰকাশিত।

গ্ৰাহাম গ্ৰীণে কৈছে — 'লেখাটো হ'ল একপ্ৰকাৰে চিকিৎসা। যিসকল মানুহে কেতিয়াও নিলিখে, সুৰ সৃষ্টি নকৰে বা ছবি নাআঁকে, তেওঁলোকে জীৱনৰ উন্মাদনা, আতংক আৰু বিষাদৰ পৰা কেনেকৈ পৰিত্ৰাণ বিচাৰে সেই কথা চিন্তা কৰি মই মাজে মাজে খুব আচৰিত হওঁ। কথাষাৰ মই বিশ্বাস কৰো। সেয়ে মই লিখো। ময়ো চিন্তা কৰো প্ৰেমত নপৰা বা প্ৰেম নকৰা মানুহে কেনেকৈ জীৱনটো কটায়!

পাতনি লেখাৰ হাবিয়াস নাছিল, কিন্তু এটা উদ্দেশ্যেই মোৰ পাতনি লিখাৰ বেছি জোৰদাৰ চালিকা শক্তিৰ দৰে কাম কৰিছে। এই গ্ৰন্থখন প্ৰকাশৰ ক্ষেত্ৰত কিংবা মোৰ বৌদ্ধিক আৰু নৈতিক বিকাশৰ ক্ষেত্ৰত মই বিভিন্ন জনৰ ওচৰত বিভিন্ন ধৰণে ঋণী হৈ আছো। সেইবোৰ কথা অকপটে স্বীকাৰ কৰাৰ মোৰ এক সাধু ইচ্ছা আছে।

এই 'নাৰী আৰু প্ৰেম'ৰ সৃষ্টিৰ আঁৰত জোৰদাৰ শক্তি আৰু প্ৰেৰণা দিছিল মোৰ 'ফ্ৰেণ্ড ফিলচ'ফাৰ এণ্ড গাইড' স্বৰূপ সুভদ্ৰা বৰ্মনে। অকপটে ঋণ স্বীকাৰ কৰিছো শ্ৰীযুত বেণী মাধৱৰ যি মোৰ প্ৰেমৰ বিষয়ক লেখাবোৰ 'নাৰী আৰু প্ৰেম' শিৰোনামাৰে শ্ৰীময়ীত স্থান দি আহিছে। দাদা স্বৰূপ শ্ৰীযুত মনোজ ভট্টাচাৰ্যৰ সহায়

ও দিহা পৰামৰ্শ মোৰ জীৱনৰ পথৰ পাথেয়। সুন্দৰ পাতনি এটি লিখি দিয়াৰ বাবে অগ্ৰদূতৰ সম্পাদক শ্ৰীযুত কনকসেন ডেকাক শ্ৰদ্ধাৰে ধন্যবাদ যাচিলো। চন্দ্ৰ প্ৰকাশৰ স্বত্বাধিকাৰ শ্ৰীযুত ৰাজেন্দ্ৰ মোহন শৰ্মাৰ ওচৰত মই চিৰ কৃতজ্ঞ, যিজনে মোৰ লেখনিক সংকলন ৰূপত প্ৰকাশ কৰিবলৈ সাহসেৰে আগবাঢ়ি আহিছে।

সুন্দৰ বেটুপাত এটি অংকন কৰি দিয়াৰ বাবে উৎপল বৰাক ধন্যবাদ। মনত থাকিব শ্ৰীময়ীৰ লীলা দেৱীক, মনীশ দাসক, অগ্ৰদূতৰ হেমন্ত ভৰালী, অভিজিৎ ভট্টাচাৰ্য, পূবালীৰ মুকুল কলিতা, বিস্ময়ৰ শশী ফুকনদেৱক। ষ্টেগুৰ্ড ইম্প্ৰেছনৰ গীতাঞ্জলী বাইদেউক।

বিভিন্ন ক্ষেত্ৰত সহায় কৰি দিয়া কাঁহিকুছি কৃষি গৱেষণা কেন্দ্ৰৰ মুখ্য কৃষি বিজ্ঞানী ড° নলিন মোহন, কৃষি বিজ্ঞানী ৰঞ্জিৎ শৰ্মা নাট্যকাৰ ড° আক্ৰাম হাইদৰ ভাতৃ প্ৰতীম বাবলা আহমেদ, দীপক দত্ত, চন্দ্ৰন দাস, বিভূতিভূষণ শৰ্মা, পৰাগ, ঋবুল, সঞ্জীৱ, প্ৰশান্ত, আলোক, বাবুল, অমৃত, অজয়, মনোজ, মাজনী, দেৱব্ৰত, দেৱলিনা, মাজু, লাকী, সিমৰণ, আটলাণ্টা.....। বাইদেউ স্বৰূপ মিণ্টু ভাগৱতী, স্বপ্নালী বৰা, শেৱালী বৰ্মন বন্ধু স্বৰূপ ৰাতুল দত্ত, প্ৰণৱ বৰা, অশোক ৰাভা, আঠগাঁও অৰুণোদয় সংঘৰ সমূহ সদস্যৰ উৎসাহ স্বীকাৰ কৰিলো। এই আটাইৰে ওচৰত মই বিভিন্ন প্ৰকাৰে ঋণী। কৃতজ্ঞচিত্তে মই এই ঋণ স্বীকাৰ কৰিছো।

পাঠকসকলে প্ৰেম ৰোমাঞ্চেৰে ভৰপূৰ প্ৰেমৰ গাইড স্বৰূপ, জীৱন, নাৰী আৰু প্ৰেমৰ অপূৰ্ব সমাহাৰ 'নাৰী আৰু প্ৰেম' পঢ়ি উপকৃত হ'লে উৎসাহিত হম নিৰ্ভেজাল।

প্ৰেমৰ বিশেষ দিনত প্ৰিয়জনক 'নাৰী আৰু প্ৰেম' উপহাৰ দি প্ৰেমৰ প্ৰস্তাৱ দিয়ক। প্ৰেমৰ সোৱাদ লওক। প্ৰেমত নপৰাসকল প্ৰেমত পৰা সকলতকৈ হেনো বেছি মানসিক টেনচনত ভোগে। মনত ৰাখিব — "প্ৰকৃত প্ৰেমৰ মৃত্যু নাই।' 'এখন প্ৰেমৰ পৃথিৱীৰ সন্ধানত.....।"

মণ্টু শইকীয়া

২২ নৱেম্বৰ, ২০০৫

# সূচীপত্ৰ

# এখন প্ৰেমৰ ৰচনা

## 'Love' শব্দৰ উৎপত্তি

প্ৰেমক ইংৰাজীত 'Love' বুলি কোৱা হয়। Love শব্দৰ সৃষ্টিৰ আঁৰত এক কাহিনী শুনা যায়। প্ৰবাদ মতে, 'এংলো ছেক্সন' জাতিয়ে অঘৰী হৈ হাবিয়ে-বননিয়ে ঘূৰি ফুৰোতে পুৰুষসকলে উলংগ দেহ প্ৰদেশৰ সকলোতে ৰং-বিৰঙৰ আঁক-বাঁক অংকিত কৰি নাৰীসকলক আকৰ্ষণ কৰিবলৈ চেষ্টা কৰিছিল। আজিৰ ডেকাই কোনো গাভৰুক— 'হেৰা ভণ্টি! আমাৰ ফালে এবাৰ চোৱানা' বুলি জোকোৱাৰ দৰে সেই জংঘলী, পুৰুষসকলেও তিৰোতাসকললৈ চাই চিঞৰিছিল — 'Lo Lo' — অৰ্থাৎ 'আমাক চোৱা, আমাক চোৱা।' তিৰোতাসকলেও প্ৰত্যুত্তৰ দিছিল— 've ve' অৰ্থাৎ তোমাকেই চাইছোঁ।' এই পুৰুষৰ Lo আৰু নাৰীৰ ve লগ হৈয়েই সৃষ্টি হয় Love।

## প্ৰেম কি ? What is Love?

প্ৰেম কি বুলি সুধিলে একে আষাৰে উত্তৰ দিবলৈ কঠিন। দৰাচলতে প্ৰেম মানুহৰ অন্তৰৰ এক সহজাত প্ৰবৃত্তি। ই মাথো উপলব্ধিৰ বস্তু, অনুভূতিৰ বস্তু। যাক স্পৰ্শ কৰিব নোৱাৰি মাথো উপলব্ধি কৰিব পাৰি। পাৰৰ পাখিৰ দৰে কোমল ইয়াৰ স্পৰ্শ।

প্ৰেমৰ প্ৰকৃত সংজ্ঞা পাবলৈ নাই। ইয়াক সংজ্ঞাৰে আবদ্ধ কৰিব নোৱাৰি। তথাপি বহুজনে একমত যে 'শৰীৰৰ সকলোবোৰ লালসাৰ অংগ পৰিপূৰ্ণ হৈ পৰাৰ পাছতো মানুহৰ মন খালী হৈ থাকে। কিবা এক উদং উদং ভাবে বুকুৰ ভিতৰত উকমুকনি তোলে। এই অপূৰ্ণ হৈ পৰা ঠাইডোখৰ পূৰ্ণ কৰিব পৰা একমাত্ৰ অনুভূতিটোৰ নামেই হ'ল প্ৰেম।

প্ৰেম প্ৰকৃতিৰ এক অনুপম উপহাৰ। প্ৰেম এক সুৰভিত সংলাপ, মৌনতাতো বাংময়, এন্ধাৰতো চিন্ময়, প্ৰেম এক পৰম বিস্ময়। ই আপোনা আপুনি ঘটি যায়।

ই জবৰদস্তি বা যত্নৰ ফল নহয়। ভাল লগাই প্ৰেম নহয়। যেতিয়া দুজন যুৱক যুৱতীৰ কোনো কাৰণ নোহোৱাকৈ এজনে আনজনৰ প্ৰতি আকৰ্ষিত হয় তেতিয়াই প্ৰেমৰ সূত্ৰপাত হয়।

প্ৰকৃত প্ৰেমৰ বিষয়ে বিখ্যাত দাৰ্শনিক, মনস্তাত্বিক লা-ৰুশফুকোৱে তেওঁৰ 'মেক্সিম' গ্ৰন্থত উল্লেখ কৰিছে এনেদৰে — 'True Love is like ghosts, which everybody talks about and few have seen' প্ৰকৃত প্ৰেম ভূতৰ দৰে। সকলোৱে ইয়াৰ কথা কয় যদিও কোনোৱে কাচিৎহে ইয়াক দেখা পায়।

পৃথিৱীত অমৰ হ'ব খোজা কেইটামান সুখ মুহূৰ্ত্তৰ নাম হ'ল প্ৰেম। সেয়া হ'ল জীৱৰ প্ৰতি প্ৰেম, প্ৰকৃতি প্ৰেম, দেশ প্ৰেম, মানৱ প্ৰেম..... তোমাৰ প্ৰতি প্ৰেম। প্ৰকৃত প্ৰেমেই (True Love) মহৎ প্ৰেম (The great love), মহৎ প্ৰেমেই হ'ল স্বৰ্গীয় প্ৰেম (Divine love)। মহৎ স্বৰ্গীয় প্ৰেমেই হ'ল চিৰন্তৰ সত্য আৰু চিৰ নমস্য আদৰ্শ প্ৰেম (Ideal love)।

প্ৰেম হ'ল মানৱ সভ্যতাৰ আধাৰশিলা। মানৱ জীৱনৰ গভীৰতম অৰ্থই হ'ল প্ৰেম। প্ৰেমৰ পৰিসৰ আকাশতকৈয়ো বিশাল, গভীৰতা সাগৰতকৈয়ো দ, উচ্চতা হিমালয়ৰ এভাৰেষ্ট শৃংগতকৈও তুঙ্গত। সেয়েহে ইয়াক সংকীৰ্ণ অৰ্থৰে সংজ্ঞা দিব নোৱাৰি। লা-ৰোশফুকোৱে 'মেক্সিম'ত উল্লেখ কৰিছে — 'প্ৰেমৰ সংজ্ঞা দিয়া কঠিন। মাথোন ক'ব পাৰি যে প্ৰেম হ'ল হৃদয়ৰ একছত্ৰী ৰাজত্বৰ ইচ্ছা, মনৰ সহমৰ্মিতা আৰু শৰীৰৰ বহুত ৰহস্য অতিক্ৰম কৰি প্ৰিয়জনক দখল কৰাৰ গোপন আৰু সূক্ষ্ম আকাংক্ষা।'

পণ্ডিত, দাৰ্শনিক হাবাৰ্ট স্পেনচাৰে, প্ৰেমৰ সংজ্ঞা দাঙি ধৰিছে এনেদৰে। প্ৰেম হ'ল —

(১) সৌন্দৰ্য্য উপভোগ বৃত্তি, (২) মায়া-মমতা, (৩) সন্মান আৰু শ্ৰদ্ধাবোধ, (৪) অনুমোদন ভিক্ষা, (৫) আত্মসন্মানবোধ, (৬) নিজস্ব মনেৰে আকাংক্ষা কৰা, (৭) ব্যক্তিত্বৰ বান্ধ ছিঙি যোৱাৰ কৰ্ম স্বাধীনতা আৰু (৮) সহানুভূতিসূচক মনোবৃত্তিসমূহৰ উন্নয়ন।

বিখ্যাত দাৰ্শনিক বাৰ্ট্ৰাণ্ড ৰাছেলে বৃদ্ধ বয়সলৈকে প্ৰেমত পৰিছিল। তেওঁৰ মতে, মূলতঃ তিনিটা কাৰণত তেওঁ প্ৰেমত পৰিছিল—

(১) প্ৰেমে তেওঁক দিছিল এক অনাবিল স্মৰণীয় শিহৰণ। কেইঘণ্টামানৰ সেই শিহৰণৰ বাবে তেওঁ অধঃপতে যাবলৈও সাজু আছিল।

(২) প্ৰেমে তেওঁক ভয়ঙ্কৰ একাকিত্বৰ পৰা উদ্ধাৰ কৰিছিল।

(৩) প্ৰেমে তেওঁক লৈ গৈছিল সেইখন স্বৰ্গলৈকো, যিখন কবি আৰু সাধু-সন্তসকলৰ কল্পনাত ৰূপায়িত হৈছিল।

উল্লেখ্য যে ১৯০০ চনৰ পৰা ১৯১০ চনলৈকে ৰাছেলে এবাৰো প্ৰেমত পৰা নাছিল। নাৰীবিহীন সময়ছোৱা আছিল তেওঁৰ জীৱনৰ এক যন্ত্ৰণাৰ অধ্যায়। এই সময়তে অৱশ্যে তেওঁ জন্ম দিছিল — 'Principles of Mathematics' । ৰাছেলৰ ভাষাৰে— 'প্ৰেমক যিসকলে ভয় কৰে তেওঁলোকে প্ৰকৃততে জীৱনটোকেই ভয় কৰে। জীৱনৰ মহত্তম আদৰ্শ হ'ল প্ৰেম, মানুহৰ প্ৰতি মানুহৰ প্ৰেম। সেই প্ৰেম পৰিচালিত হ'ব লাগিব জ্ঞানৰ দ্বাৰা। প্ৰকৃত প্ৰেমে এনে কিছুমান সত্য প্ৰকাশ কৰে যি সত্যবোৰ অন্যথা অজ্ঞাত হৈয়েই থাকিলহেঁতেন। অৱশ্যে সন্দেহবাদীসকলে শ্ৰেষ্ঠ প্ৰেম কেতিয়াও ঢুকি পাব নোৱাৰে। তেওঁলোকে তেওঁলোকৰ সন্দেহবাদৰ বাবে অক্ষমতাকেই ভুলভাৱে দোষাৰোপ কৰে।' ৰাছেলে আকৌ কৈছে— 'আধুনিক পৃথিৱীত কিছুমান ব্যক্তিয়ে প্ৰেমক প্ৰশ্ৰয় দিলে তেওঁলোকৰ ব্যক্তিত্বৰ ওজন কমি যাব বুলি ভয় কৰে। সেইকাৰণে তেওঁলোকে নিজক নিজৰে ব্যক্তিত্বক আইনাৰ সজাত বন্দী কৰি ৰাখে। ফলত ব্যক্তিত্ব আইনাৰ সজাত মৰহি যাবলৈ বাধ্য হয়। আধুনিক জীৱনৰ ইও এক মূৰ্খামি।'

'সাধাৰণতে পুৰুষৰ চৰিত্ৰ দেখিয়েই নাৰী আকৃষ্ট হয়। কিন্তু পুৰুষ আকৃষ্ট হয় নাৰীৰ ৰূপ দেখি। এই কথাষাৰ কোৱা উচিত যে এই বিষয়ত পুৰুষে নিজকে বৰ সৰু কৰি পেলায়। — ৰাছেলৰ কথাষাৰৰ যুক্তি অখণ্ডনীয়।

বিতৰ্কিত লিখক, আজীৱন প্ৰেমিক নীৰদ চন্দ্ৰ চৌধুৰীয়ে কৈছে — নাৰী-পুৰুষৰ সম্পৰ্ক চিৰ ৰহস্যময়। প্ৰেম-ভালপোৱা বিশাল অনুভৱৰ বস্তু, উপলব্ধিৰ বস্তু। যিসকলে প্ৰেম বুজি পায়, তেওঁলোকে জীয়াই থকাৰ আনন্দ বুজি পায়। প্ৰেমৰ লগত কাম থাকিবই। মানুহে প্ৰেম আৰু যৌন বাসনাক সদায় উচ্চ স্তৰৰ মৰ্যদা দিয়া উচিত। কিন্তু মাথোন দৈহিক স্তৰতেই থকা প্ৰেম হ'ল আটাইতকৈ ঘৃণনীয় বস্তু।'

দাৰ্শনিক, মনোবিজ্ঞানী ছিগমণ্ড ফ্ৰয়েডৰ মতে, 'প্ৰেম হ'ল মূলতঃ যৌন প্ৰবৃত্তি বা উদ্‌গতি (Sublimation)। প্ৰেম বৃত্তি প্ৰধানতঃ কাম বৃত্তি। 'Sex is the life of force' শৰীৰক বাদ দি প্ৰেম নিশ্চয় হ'ব নোৱাৰে। দৈহিক প্ৰেমৰ অবিহনে সৃষ্টি অসম্ভৱ। কিন্তু প্ৰেমহীন যৌনতা কেতিয়াও আদৰণীয় হ'ব নোৱাৰে। ছক্ৰেটিছে 'প্ৰেম' মানৱাত্মাৰ স্বৰ্গীয় সৌন্দৰ্য্যৰ প্ৰতি জাগ্ৰত হোৱা এবিধ ক্ষুধা বুলি মন্তব্য কৰিছে।

সেইদৰে দেৱকান্ত সন্দিকৈদেৱে প্ৰেম কামনাৰ পাতনি বুলি উল্লেখ কৰিছে। তেওঁৰ ভাষাৰে — সাৰ পাই থকা আৰু নিদ্ৰিত হৈ পৰাৰ মাজত দিন আৰু ৰাতিৰ মাজত এডাল স্পষ্ট সীমাৰেখা বিচাৰি উলিওৱা যিদৰে অসম্ভৱ, প্ৰেম আৰু কামনাৰ মাজৰ সীমাৰেখাডালো তেনেকৈ সুস্পষ্টভাৱে বিচাৰি উলিওৱা অসম্ভৱ। জীৱন প্ৰেম আৰু কামনাৰ ককটেইল। য'তেই প্ৰেম ত'তেই মোক পাবা। মই বাৰে বাৰে প্ৰেমত পৰিব খোজো। জীৱনৰ প্ৰেমত, পৃথিৱীৰ প্ৰেমত, তোমাৰ প্ৰেমত।'

## প্লেটনিক প্ৰেম বা মনস্তত্ব প্ৰেম

প্লেটনিক প্ৰেম নিষ্কাম, কামগন্ধহীন, হৃদয়ৰ সমস্ত আবেগ ঢালি দি বিনিময়ত একো নিবিচৰা প্ৰেম। প্লেটনিক প্ৰেম বা অতীন্দ্ৰিয় প্ৰেম অথবা দেহাতীত প্ৰেম তাকেই কোৱা হয় য'ত এজনে আনজনৰ ওপৰত কেতিয়াও অধিকাৰ সাব্যস্ত নকৰে। দাবী নকৰে, প্ৰতিদান নিবিচাৰে। নোপোৱাতে এই প্ৰেমত সন্তুষ্টি লাভ কৰে। য'ত বিফলতাৰ মাজতে সফলতাৰ মুখ দেখা পোৱা যায়।

এই প্লেটনিক প্ৰেমৰ ধাৰণা জন্ম দিছিল ছক্ৰেটিছৰ শিষ্য প্লেটোৱে। প্লেটোৰ মতবাদ 'প্লেটোনিজম'ৰ পৰাই এই প্ৰেমৰ নাম — 'প্লেটনিক লাভ।' খ্ৰীষ্টপূৰ্ব ৪২৮ চন মানতেই প্লেটোৱে জন্ম দিয়া এই মতবাদৰ পৰাই শৰীৰবিহীন প্লেটনিক প্ৰেমৰ জয়গান গাই আহিছে। প্লেটোৱে কৈছিল—

'One glance, one world from you gives more pleasure than all the wisdom of this world.'

প্ৰেম মানেই শৰীৰ সৰ্বস্ব নহয়। প্ৰেম সকলোৰে বাবে জৈৱিক আকৰ্ষণ হ'ব নোৱাৰে। ডাণ্টে-বিয়েট্ৰিছৰ প্ৰেম প্লেটনিক প্ৰেমৰ এক উজ্জ্বল দৃষ্টান্ত। প্ৰেমত

কেৱল দৈহিক তাড়না থকা হ'লে ডাণ্টে ন বছৰীয়া বিয়েট্ৰিছৰ প্ৰেমত মচগুল নহ'লহেঁতেন আৰু সৃষ্টি নহ'লেহেঁতেন 'ডিভাইন কমেডি'। এজন উৰ্দু কবিয়ে কৈছে — 'ইছ তনহাইমে মুঝে ৰাহত দেতি হ্যায় হাওয়া উসনে তেৰি জিচম চুম কৰ আয়া হ্যায়।' অৰ্থাৎ এই শূন্যতাৰ মাজত থাকিও মই শান্তি পাইছো বতাহৰ লগত থাকি। কাৰণ বতাহবোৰে তোমাকতো চুই আহিছে।

সেইদৰে লা-ৰোশফুকোৱে কৈছে — 'যদি এনেকুৱা কিবা বিশুদ্ধ প্ৰেম থাকে যি অন্য ভাবাবেগৰ সংমিশ্ৰণৰ পৰা মুক্ত। তেন্তে জানিব লাগিব সেই প্ৰেম হৃদয়ৰ গভীৰত সুপ্ত হৈ থকা প্ৰেম, যাক আমি নিজেও চিনি নাপাওঁ।'

ব্যৰ্থতাৰ মাজতে মানুহে জীৱনৰ নতুন অৰ্থ বিচাৰি পাব পাৰে। 'Success is just the delay of failure', ব্যৰ্থতাই মানুহক নিঃকিন কৰা হ'লে কীটছৰ কবিতা, ডাণ্টেৰ ডিভাইন কমেডি আমি নাপালোহেঁতেন।

প্ৰেম এক পোহৰ, যেনে—বুদ্ধিৰ পোহৰ, জ্ঞানৰ পোহৰ। বুদ্ধিৰ পোহৰৰো সীমা আছে। তাৰ একেটাই ক্ষেত্ৰ; কিন্তু প্ৰেমৰ পোহৰ সবাতোকৈ জ্যোতিৰ্ময়, প্ৰেমৰ পোহৰেৰে সকলো বস্তুৰ সত্য ৰূপ দেখি — এই পোহৰ জ্বলিলে ত্ৰিভুৱন প্ৰেমময় হ'ব— অপ্ৰিয় প্ৰিয় হ'ব।

— মৈত্ৰেয়ী দেৱী (ন হন্যতে)।

কোনোৱে কয় — 'Love is misunderstanding between two fools.' কোনোৱে কয় — 'Love is an art between two heart.' আকৌ চেমুৱেল জনচনৰ ভাষাত — 'Love is the wisdom of the fool and the fally of the wise.'

বহুতৰ বাবে প্ৰেম হ'ল আবেগ-অনুভূতি, উৎসাহ, জীয়াই থকাৰ প্ৰেৰণাৰ সমষ্টি। প্ৰেমত আবেগৰ প্ৰয়োজন। আবেগহীন ভালপোৱাৰ অনুভৱবোৰ তীব্ৰ হ'ব নোৱাৰে। যিসকল লোক কল্পনাপ্ৰৱণ নহয়, তেওঁলোকৰ হিয়াত প্ৰেম নাথাকে।

ৰবীন্দ্ৰ নাথ ঠাকুৰে কৈছে — 'প্ৰেমৰ ৰূপত সুখ-দুখ দুয়োটাই সুন্দৰ, ত্যাগ আৰু ভোগ দুয়োটাই পবিত্ৰ, ক্ষতি আৰু লাভ দুয়োটাই সাৰ্থক। বীণাৰ তাঁৰত আঙুলি বোলালে সুমধুৰ ঝংকাৰ উঠাৰ দৰে প্ৰেমতো বিৰোধৰ আঘাতত মধুৰ শব্দ উঠে। এই প্ৰেমৰ মৃদুতা যেনে সুকুমাৰ, বীৰত্বও তেনে কঠোৰ। এই প্ৰেমে

ওচৰ-আঁতৰ, আপোন-পৰ আঁতৰাই জীৱন সমুদ্ৰৰ ইপাৰেৰে সৈতে সিপাৰক প্ৰবল মাধুৰ্যৰ দ্বাৰা একে কৰি নিজৰ সুন্দৰ হাঁহিৰে দিগ-দিগন্তৰ ব্যৱধান দূৰ কৰি উষাৰ দৰে উদয় হয়।'

প্ৰেমে হেনো নৈতিকতা আৰু ভাগ্যক শাসন কৰিব পাৰে। ই সবাতোকৈ শক্তিশালী।

## এজন ডাকোৱালৰ কথাৰে ......

হৃদয়ৰ ভাষাৰ লিখিত ৰূপেই হ'ল— প্ৰেমপত্ৰ। বন্ধ খামৰ ভিতৰত হৃদয়ৰ ভাষা ডাকোৱালে এঠাইৰ পৰা আন ঠাইলৈ বহন কৰে। ডাকোৱালেতো নাজানে বন্ধ খামৰ ভিতৰত সোমাই থকা সেউজীয়া বা নীলা চিঠিখনৰ হৃদয়ৰ ভাষা। অৱশ্যে বন্ধ খামৰ ভিতৰত হৃদয়ৰ সুবাস কঢ়িয়াই ফুৰোতে বিশ্বৰ ইতিহাসত এজন ডাকোৱালে এগৰাকী প্ৰেয়সী লাভ কৰিছিল।

১০৭৪ চনৰ কথা। এজন টাইৱান যুৱকে তেওঁৰ প্ৰেয়সীলৈ বুলি ১০৭৪ চনৰ পৰা ১০৭৬ চনৰ ভিতৰত প্ৰায় ৭০০ খন প্ৰেমপত্ৰ ডাকযোগে প্ৰেৰণ কৰিছিল। দুটা বছৰৰ ভিতৰতে ইমানখিনি প্ৰেমপত্ৰ লিখি টাইৱান যুৱকজনে এক ৰেকৰ্ড সৃষ্টি কৰিছিল। অৱশ্যে সেয়া তেওঁৰ বাবে আছিল কেৱল দুৰ্ভাগ্য আৰু ডাকোৱালজনৰ বাবে আছিল সৌভাগ্য। স্থানীয় ডাকোৱালজনে অতি বিশ্বাসেৰে যুৱকজনৰ প্ৰেমপত্ৰবোৰ প্ৰেয়সীৰ হাতত তুলি দিওতে দিওতে আৰু তৃষ্ণাতুৰ ডাকোৱালে তেওঁৰ পৰা পানী খাওতে খাওতে দুয়োৰে মাজত এক সম্পৰ্ক গঢ় লৈ উঠে। এটা সময়ত যুৱকজনৰ প্ৰেয়সীয়ে ডাকোৱালজনৰে পাণি গ্ৰহণ কৰে।

## আটলাণ্টিকৰ বুকুত প্ৰেমপত্ৰ

বিশ্ব ইতিহাসত প্ৰেমপত্ৰৰ কিমান কি যে অসাধাৰণ কাহিনী আছে তাৰ হিচাপ নাই। এই প্ৰেমপত্ৰ প্ৰেৰণ কৰা অভিনৱ কৌশলো অতি বিচিত্ৰময়।

১৯৫৭ চনৰ চাৰি জুনৰ কথা। বেলজিয়ামৰ এজন নাবিকে তেওঁৰ কানাডাত থকা মৰমৰ প্ৰেমিকালৈ এক অভিনৱ উপায়েৰে এখন প্ৰেমপত্ৰ প্ৰেৰণ কৰিছিল।

এটা বটলত প্ৰেমপত্ৰখন ভৰাই বটলটোৰ মুখ বন্ধ কৰি নাবিকজনে সেইটো পেলাই দিছিল আটলাণ্টিক মহাসাগৰত। কোৱা হয়— সাগৰে একো গ্ৰহণ নকৰে। কিবা এটা দিলেও সাগৰে তাক ওভোটাই দিয়ে। বন্ধবটলৰ ভিতৰত থকা প্ৰেমিকৰ প্ৰেমপত্ৰখন হয়তো সাগৰে ঠিক মতেই প্ৰেমিকাৰ হাতত তুলি দিলেহেঁতেন। যদি সাগৰে নাবিকজনৰ প্ৰিয়তমাৰ ঠিকনাটো জানিলেহেঁতেন! তথাপি সাগৰে বন্ধ বটলৰ চিঠিখন বহন কৰি কানাডাৰ উপকূলত এৰি দিয়ে। ১৯৯৮ চনত সাগৰৰ পাৰত ফুৰা ছোৱালী এজনীয়ে আবিষ্কাৰ কৰে বটলতো লগতে বটলৰ ভিতৰত থকা চিঠিখন আৰু নাবিকজনৰ নাম-ঠিকনা। তেওঁৰ নাম আছিল পীৰে লাটিনিজ। মিলিটেৰী চাৰ্ভিছৰ প্ৰশিক্ষণত থাকোতে তেওঁ এই প্ৰেমপত্ৰ লিখিছিল। সুদীৰ্ঘ ৪২ বছৰৰ পাছত তেওঁ চিঠিখন ঘূৰাই পায়।

## নেপোলিয়নৰ প্ৰেমপত্ৰ নিলাম

বীৰ সম্ৰাট নেপোলিয়নৰ প্ৰেমিকাৰ নাম আছিল জোচেফাইন। সম্ৰাটে প্ৰেয়সী জোচেফাইনলৈ যুদ্ধস্থলীৰ পৰাই বহুতো মৰমৰ উম লগা বাক্যৰে চিঠি লিখিছিল। তেওঁ লিখিছিল—

'জোচেফাইন, তোমাক কাৰ স'তে তুলনা কৰো? তুমি যে অতুলনীয়। অদ্ভুতভাৱে মোৰ আশা, তুমি মোৰ সমগ্ৰ সত্তাকে এনে ধৰণে সম্মোহিত কৰি তুলিছা যে মই কোনো বাধা, কোনো নিয়ম মানি ল'বলৈ সাজু নহওঁ। মোৰ অন্তৰে তোমাকো গোপনীয়তাৰ ভাগ দিব বিচাৰে। তুমি আছা বাবেই পৃথিৱীখন মোৰ ভাল লাগে। তুমি আছা বাবেই পৃথিৱীখন ইমান সুন্দৰ, অপৰূপ। তুমিয়েই মোৰ প্ৰেৰণা, শক্তি, উদ্দীপনা।' উল্লেখ্য যে ১৭৯৬ চনৰ মাৰ্চত দক্ষিণ ফ্ৰান্সৰ নাইচৰ পৰা সম্ৰাটে জোচেফাইনলৈ লিখা পঞ্চমখন প্ৰেমপত্ৰ ১০৮,০০০ ডলাৰত নিলাম হৈছিল। ভাৰতীয় হিচাপত ইয়াৰ মূল্য চাৰি কোটি তিনি লাখ টকা।

টমাছ হাৰ্ডিৰ 'Far from the Madding Crowd' ৰ নায়িকা বাথছিবালৈ তেওঁৰ প্ৰথম প্ৰেমিকে লিখা চিঠিখনেই আছিল সম্ভৱতঃ সাহিত্যত ব্যৱহৃত হ্ৰস্বতম প্ৰেমপত্ৰ। য'ত লিখা আছিল — মেৰি মি (Marry Me)।

## মানুহে মানুহক বিট্ৰে কৰিলেও জন্তুৱে নকৰে
## ববী নামৰ কুকুৰটোৰ কথাৰে

গ্ৰে ফ্ৰায়াৰছ ববী! এয়া এটি প্ৰভুভক্ত কুকুৰৰ কাহিনী। 'Auld Jack' নামে খ্যাত গ্ৰে-ফ্ৰায়াৰ বোলা এজন দুখীয়া বৃদ্ধৰ এটি কুকুৰ আছিল। সেই বৃদ্ধৰ মৃত্যুৰ পাছত তেওঁৰ সমাধিৰ ওচৰত এটি কুকুৰে সুদীৰ্ঘ ১৪ বছৰ সদায় আহি শুইছিল আৰু নীৰৱে চকুলো টুকিছিল। নাম তাৰ ববী। ববী ১৪ বছৰৰ পাছত মৰিলত প্ৰভুৰ সমাধিৰ ওচৰতে ববীকো সমাধি দিয়া হয়। তেতিয়াৰে পৰা 'গ্ৰে-ফ্ৰায়াৰছ ববী' এডিনবাৰ্গৰ এটি মিঠা কিংবদন্তী হৈ পৰিল।

ড° ভূপেন হাজৰিকাদেৱে 'লণ্ডন ডায়েৰী'ত লিখিছে — 'মানুহে মানুহক বহু সময়ত বিট্ৰে কৰে, জন্তুৱে নকৰে।'

সঁচা কথা! প্ৰেমৰ ক্ষেত্ৰতো দেখা যায় প্ৰায়ে ছোৱালীবোৰে ল'ৰাবোৰক 'বিট্ৰে' কৰে। 'Love' কৰি পইচা খায়। প্ৰেমৰ নামত কবি, শিল্পী, সাহিত্যিকৰ লগত প্ৰেমৰ এবছৰীয়া ক'ৰ্চ এটা কৰি ডাক্তৰ, ইঞ্জিনিয়াৰৰ লগত বিয়া হৈ গুচি যায়। প্ৰেম এজনৰ লগত— বিয়া এজনৰ লগত। এয়া বিট্ৰে নহয়নে বাৰু?

## ইণ্টাৰনেট প্ৰেম

আজিৰ যুগটো হ'ল 'নেট' যুগ। আজিৰ যুগ ইণ্টাৰনেট, ই-মেইল, কম্পিউটাৰ, ম'বাইল ফোন, লিভ টুগেদাৰ, ডেটিং, চিটিং আদিৰ যুগ। সকলো বিশ্বায়নৰ ফালে গতি কৰিছে। পৃথিৱীখন শাসন কৰিছে কেৱল যন্ত্ৰই। মানুহৰ সৰ্বোত্তম উপলব্ধি 'প্ৰেম'কো পৰিচালিত কৰিছে যন্ত্ৰই। এয়া ইলেকট্ৰনিক মিডিয়াৰ বৈপ্লৱিক জয়যাত্ৰা। মান্ধাতা যুগৰ চকুত থৈ কথা কোৱা, লাজ লাজকৈ প্ৰেমৰ প্ৰস্তাৱ দিয়া আদি বিষয়টো আজি 'আউট ডেটেট' হৈ গ'ল। আজি মানুহৰ হৃদয়ৰ ভাষা কব যন্ত্ৰই, বিপৰীত লিঙ্গক প্ৰেমৰ প্ৰস্তাৱ দিব মাত্ৰ যন্ত্ৰই।

## প্ৰেমৰ উৎস ক'ত হৃদয়ত নে মগজুত?

মানুহৰ মগজুৰ স্কেন কৰিলে প্ৰেমৰ সঁচা-মিছা নিৰ্ণয় কৰিব পৰা হ'ব। প্ৰেমো মগজুৰ অজস্ৰ কামৰ ভিতৰত এটা। গৱেষকসকলৰ মতে, এতিয়া প্ৰেমৰ

সাম্ৰাজ্য হ'ল মগজু। কিন্তু প্ৰেমিক - প্ৰেমিকাই প্ৰেমক সততে স্থান দিয়ে হৃদয়ত।

শ্যেইক্সপীয়েৰে কৈছিল, Love looks not with the eyes, but with the mind তেওঁ সেয়ে সুধিছিলঃ কোৱা মোক ক'ত ক্ৰমে ক্ৰমে প্ৰজ্বলিত হৈ থাকে ভালপোৱা? হৃদয়ত নে মগজুত? শ্যেইক্সপীয়েৰৰ কথাষাৰত গৱেষণাৰ যথেষ্ট সমল নিহিত হৈ আছে। তেওঁৰ কথাষাৰৰ সাৰমৰ্ম বৰ্তমান গৱেষকসকলে বিচাৰি পাইছে। ব্ৰিটিছ মেডিকেল গৱেষকসকলে প্ৰকাশ কৰিছে যে প্ৰেমৰ সৃষ্টি হৃদয়ত নহয়, তাক বিচাৰি পোৱা যায় মগজুতহে। সঁচা বা প্ৰকৃত প্ৰেমক চিকিৎসা বিজ্ঞানৰ দ্বাৰা পুংখানুপুংখৰূপে চাব পৰাটো সম্ভৱপৰ হৈছে। চিকিৎসা বিজ্ঞানীসকলে কৈছেঃ প্ৰেম বুকুত নহয়, মগজুতহে থাকে। প্ৰেম জৈৱ ৰাসায়নিক প্ৰক্ৰিয়া মাথোন। মগজুৰ 'ছেৰিব্ৰাম' নামৰ এটি অংশৰ ভিতৰত থকা লিম্বক চিষ্টেমেই হ'ল প্ৰেমৰ উৎস। মানুহৰ মগজুৰ স্কেন কৰিলে প্ৰেমৰ সঁচা-মিছা নিৰ্ণয় কৰিব পৰা হ'ব। প্ৰেমো মগজুৰ অজস্ৰ কামৰ ভিতৰত এটা। গৱেষক সকলৰ মতে, এতিয়া প্ৰেমৰ সাম্ৰাজ্য হ'ল মগজু। এতিয়া ক'ব লাগিব— তুমি মোৰ মগজুত? মনোবিজ্ঞানীসকলে প্ৰেম বোলা অনুভূতিটোক বিভিন্ন প্ৰকাৰে ফঁহিয়াই চাবলৈ চেষ্টা কৰিছে। ফ্ৰয়েডে কয় — 'পিতৃ-মাতৃৰ প্ৰতি শিশুৱে যি পৰিচয় দিয়ে সেয়াও কামভাবৰপৰা উদয় হয়।' তেওঁৰ মতে, সকলো ধৰণৰ ভালপোৱাৰ উৎসই কামভাব জাগ্ৰত কৰে। তেওঁ এই যৌন প্ৰবৃত্তিমূলক শক্তিক 'লিবিডো' বুলি অভিহিত কৰিছে। তেওঁৰ মতে, সকলো ধৰণৰ মানসিক ক্ৰিয়াৰ শক্তিৰ যোগান ধৰাৰ মূলতে হ'ল লিবিডো। ল'ৰাই মাকক ভালপোৱাক তেওঁ 'ইডিপাছ কমপ্লেক্স' আৰু ছোৱালীয়ে দেউতাকক ভালপোৱাক 'ইলেক্ট্ৰা কমপ্লেক্স' বুলি অভিহিত কৰিছে। ফ্ৰয়েডে শৈশৱৰ সংকটাপন্ন মানসিক অৱস্থাক ইডিপাছ কমপ্লেক্স বুলি আখ্যা দিছে। চ'ফক্লীছৰ গ্ৰীক মহান ট্ৰেজেডী 'ৰজা ইডিপাছ'ৰ সেই বিখ্যাত কাহিনীটোক ভিত্তি কৰিয়েই তেওঁ 'ইডিপাছ কমপ্লেক্স' তত্ত্বটো প্ৰতিষ্ঠা কৰিছে। আনহাতে গ্ৰীক পুৰাণৰ 'ইলেক্ট্ৰা' নামৰ চৰিত্ৰটোৰপৰাই বিখ্যাত মনোবিদজনাই 'ইলেক্ট্ৰা কমপ্লেক্স' তত্ত্বটো প্ৰতিষ্ঠা কৰিলে। ইলেক্ট্ৰা নামৰ ছোৱালী এগৰাকীয়ে নিজৰ মাক ক্লাইটেস্মনেষ্টকক ঘৃণাৰ চকুৰে চাইছিল, কাৰণ তাই জানিছিল যে

তাইৰ পিতৃ আগামেম্ননক মাক আৰু মাকৰ নতুন প্ৰেমিকে ষড়যন্ত্ৰ কৰি হত্যা কৰিছে। ইলেক্ট্ৰাৰ বাপেকৰ প্ৰতি অগাধ মৰম ভালপোৱা আছিল বাবেই এদিন তাই মাতৃক হত্যা কৰি পিতৃহত্যাৰ প্ৰতিশোধ লয়। এই পৌৰাণিক কাহিনীৰ আলমতে ফ্ৰয়েডে 'ইলেক্ট্ৰা কমপ্লেক্স' তত্ত্বটো প্ৰতিষ্ঠা কৰে। অপত্যস্নেহৰ উৎস বিশ্লেষণ কৰি মনোবিদ ফ্ৰয়েডে কয় যে শিশুসকলৰ ভিতৰতো পুত্ৰক মাতৃয়ে আৰু কন্যাক পিতৃয়ে অধিক স্নেহ কৰে। বিপৰীতে কন্যাৰো পিতৃৰ প্ৰতি আৰু পুত্ৰৰ মাতৃৰ প্ৰতি অনুৰাগ প্ৰবলতৰ। ফ্ৰয়েডীয় তত্ত্ব মতে মনৰ তিনিটা সক্ৰিয় অৱস্থাৰ ভিতৰত 'ইড' হৈছে দৈহিক প্ৰবৃত্তিমূলক সুখ লাভ কৰা আৰু দুখ পৰিহাৰ কৰা। দৈহিক সুখ সম্ভোগমুখী ইড্ৰ মানসিক উপাদানবোৰ স্বাভাবিকতে অনিয়ন্ত্ৰিত, বিশৃংখল আৰু বাস্তৱ বিবৰ্জিত হয়। ই যুক্তি-অযুক্তি, উচিত অনুচিত বিবেচনা কৰিব নোৱাৰে। কাজেই ইড্ সদায় অচেতন মনৰ পৰ্য্যায়ত থাকে। মনোবিজ্ঞানীজনাই কৈছে — 'প্ৰেমৰ ভেঁটি হৈছে শৰীৰ, অৰ্থাৎ বিপৰীত লিংগৰ প্ৰতি মানুহৰ যি সহজাত আকৰ্ষণ সেয়া এক প্ৰকাৰৰ পৰিমাৰ্জিত যৌন আকৰ্ষণহে।' ফ্ৰয়েডৰ মতে 'প্ৰেম' আৰু 'কাম' পৰস্পৰ সম্পৰ্কযুক্ত কামনা বাসনাহীন প্ৰেমৰ বিষয়টো ফ্ৰয়েডৰ দৃষ্টিত অন্তঃসাৰশূন্য। তেওঁৰ মতে নাৰী-পুৰুষ যদি ইন্দ্ৰিয় আসক্তিৰে আত্মসুখ, আত্মৰক্ষা আৰু আত্মবিস্তাৰৰ শক্তি আৰ্জিব পাৰে তেতিয়াই প্ৰেমৰ সৃষ্টি হয়। আত্মৰক্ষা, আত্মবিস্তাৰ আৰু আত্মসুখৰ আকাংক্ষা হ'ল প্ৰেম প্ৰবৃত্তিৰ বৈশিষ্ট্য। মনোবিজ্ঞানীজনাই মন্তব্য কৰিছে যে নিজৰ ইন্দ্ৰিয় বাসনাৰ লগত আকাংক্ষিত নাৰী বা পুৰুষৰ ইন্দ্ৰিয় বাসনাৰ সামঞ্জস্য ঘটোৱাৰ তাড়নাই প্ৰেম। অৰ্থাৎ নাৰী পুৰুষৰ বাসনা বা কামনাত আকাংক্ষাৰ সামঞ্জস্য বিধানক যি শব্দৰে চিহ্নিত কৰা হয় সিয়েই প্ৰেম। ফ্ৰয়েডৰ দৃষ্টিত প্ৰেমৰ এটা নিৰ্দ্দিষ্ট ৰূপ আছে। ইন্দ্ৰিয় বাসনাৰ সৈতে প্ৰেম ঘনিষ্ঠ বন্ধনত আবদ্ধ। প্ৰেমৰ ইন্দ্ৰিয় আসক্তিৰ কাৰণেই প্ৰেমিক প্ৰেমিকাই এজনে আনজনৰ কথা শুনিব বিচাৰে, চুম্বন দিব বিচাৰে— ল'ব বিচাৰে। ফ্ৰয়েডৰ দৃষ্টিত প্ৰেম এক উপাসনা। আনক ভালপোৱাৰ অৰ্থ নিজক ভালপোৱা। প্ৰেমিক-প্ৰেমিকাই পৰস্পৰৰ যি উপাসনা কৰে বা পৰস্পৰে-পৰস্পৰক পোৱাৰ যি তীব্ৰ তাগিদা অনুভৱ কৰে— সেয়াই প্ৰেম। মাৰ্কিন মনোবিজ্ঞানী জিক্ ৰুবিনে মন্তব্য কৰিছে যে— প্ৰকৃততে অনুভৱৰ মাজত প্ৰথমে প্ৰেমে খোপনি

নোপোতে; কিন্তু সম্বন্ধৰ গতিশীলতাই প্ৰেমৰ জন্ম দিয়ে। তেওঁৰ মতে, 'প্ৰকৃততে ভাল লগা বোলা অনুভৱৰ পাৰ্শ্বীয় ফল হ'ল 'প্ৰেম।' জিক্ ৰুবিনে প্ৰেম বা ভালপোৱা আৰু ভাল লগাৰ মাজত পাৰ্থক্য দেখুৱাবলৈ চেষ্টা কৰিছে। তেওঁৰ মতে প্ৰেম বা ভাল পোৱা বিষয়টো তিনিটা মূল কাৰকৰ ওপৰত নিৰ্ভৰ কৰে। সেই তিনিটা কাৰক হ'ল 'প্ৰতিপালন', 'অনুৰাগ' আৰু 'একাত্মবোধ'। প্ৰতিপালনঃ এজনে আনজনৰ প্ৰয়োজনৰ প্ৰতি লক্ষ্য ৰখা। অনুৰাগঃ এজনে আনজনৰ চিন্তা চৰ্চাৰ বিষয়ে আগ্ৰহ প্ৰকাশ কৰা। একাত্মবোধঃ এজনে আনজনৰ সৈতে স্থাপন কৰা নিবিড় সম্বন্ধ। এই সম্বন্ধ মানসিক, আৱেগিক বা শাৰীৰিক হ'ব পাৰে। আন এগৰাকী মনোবিদ জে এ লিয়ে প্ৰেমক ছটা স্বৰূপত ভাগ কৰিছে। ভাগকেইটা হ'ল বন্ধুত্বসুলভ প্ৰেম, নিস্বাৰ্থ প্ৰেম, মতলীয়া প্ৰেম, উৰণীয়া প্ৰেম, নিৰ্ভৰশীল প্ৰেম, আৰু বাস্তৱধৰ্মী প্ৰেম। বন্ধুত্ব সুলভ প্ৰেম শান্ত আৰু শিথিল। এনে প্ৰেমিকে জীৱনত আন অপৰিহাৰ্য্য ৰাজিকে কৰ্ম প্ৰেমৰ সমানেই গুৰুত্ব দিয়ে। দ্বিতীয়তে, মতলীয়া বা কামুক প্ৰেমিকসকলে দৈহিক প্ৰেমৰ প্ৰতিহে বেছিকৈ আগ্ৰহী হয়। মতলীয়া প্ৰেম হ'ল শৰীৰ সৰ্বস্ব প্ৰেম। নিঃস্বাৰ্থ প্ৰেমিক-প্ৰেমিকাসকল আকৌ স্বাৰ্থহীন। প্ৰিয়জনৰ আনন্দৰ বাবে নিজে সকলো জলাঞ্জলি দিবলৈ প্ৰস্তুত থাকে। যাৰ অন্য এক নাম ত্যাগ। সেইদৰে নিৰ্ভৰশীল প্ৰেমিকসকলে এক শংকাময় পৰিবেশত দিন কটায়। সংগীৰ দ্বাৰা প্ৰতাৰিত হোৱাৰ শংকা, সেয়ে প্ৰিয়জনৰ ওপৰতে নিৰ্ভৰ কৰিব লাগে প্ৰেমিকজনে। নিৰ্ভৰশীল প্ৰেমৰ বিপৰীতে বাস্তৱধৰ্মী প্ৰেমিকসকল দূৰদৰ্শী হ'ব বিচাৰে। সংগীৰ ভৱিষ্যৎ তেওঁৰেই হাতত। গতিকে সঠিক মূল্যায়ণ কৰি চাব বিচাৰে। উৰণীয়া প্ৰেমিকসকলে প্ৰেমক এটা খেল হিচাপেহে ল'ব বিচাৰে। ধুনীয়া গাভৰু দেখিলেই প্ৰেমত পৰাৰ চখ, আৰু অতি সহজতে এই সম্পৰ্ক এৰিবও পাৰে। মুঠতে এক প্ৰকাৰৰ 'এন্‌জয়', গিভ এণ্ড টেক। সাধাৰণ অৰ্থত এই প্ৰেম হ'ল 'শালিকী প্ৰেম।' প্ৰেমৰ স্বৰূপবোৰ বা লক্ষণবোৰ এজনৰ মাজতে অনেকো থাকিব পাৰে। মনোবিজ্ঞানী এলেন ৰাৰচিদ আৰু এলাইন বালছটাৰে প্ৰেমক জে এ লিৰ দৰে মতলীয়া বা কামুক প্ৰেম আৰু সংগশীল বা বন্ধুসুলভ প্ৰেম নামেৰে দুই প্ৰকাৰত প্ৰেমক ভাগ কৰিছে। মনোবিজ্ঞানী ৰ'বাৰ্ট ষ্টনবাগে প্ৰেমৰ সৈতে তিনিটা মুখ্য কাৰকৰ সম্পৰ্ক স্থাপন কৰিছে। এই কাৰক তিনিটাক তেওঁ এটা

ত্ৰিভুজৰ তিনিটা কোণৰ লগত কল্পনা কৰিছে। এই কাৰক তিনিটা হ'ল একাত্মবোধ বা নিবিড়তা, মত্তলীয়া বা কাম ভাব আৰু দায়বদ্ধতা। তেওঁৰ মতে এই তিনিটা কাৰকে ত্ৰিভুজৰ তিনিটা মূৰত থাকি প্ৰেমৰ ভাবসাম্য ৰক্ষা কৰে। ৰ'বাৰ্টে মত পোষণ কৰিছে যে 'টুইট টুৱেন্টি' যুৱক এইজৰ বাবে প্ৰেমৰ মূল উপাদান হ'ল মত্তলীয়া। 'ফৰটি এজন'ৰ মানুহ এজনক দায়বদ্ধতা কাৰকে কাম কৰে। এই সময়ত কাম ভাব ক্ৰমশঃ কমি আহে। নিবিড়তা কিছু পৰিমাণে বৃদ্ধি পায়। মনোবিজ্ঞানীসকলৰ মতে— শৈশৱ কালত শিশুবোৰ প্ৰেমত পৰে মাক-দেউতাকৰ। কৈশোৰ কালত ল'ৰাই ল'ৰাৰ আৰু ছোৱালীয়ে ছোৱালীৰ প্ৰেমত পৰে; যৌৱন কালত ল'ৰাই ছোৱালীৰ আৰু ছোৱালীয়ে ল'ৰাৰ প্ৰেমত পৰে। মনোবিজ্ঞানী মেক ড্যুগলে প্ৰসাধন সম্পৰ্কে কয়ঃ আত্মপ্ৰদৰ্শন ইচ্ছা শক্তিৰ নামান্তৰ মাথোন। যৌনতা সম্পৰ্কে তেওঁ কয়ঃ নাৰীৰ যৌন আবেদনৰ অন্তৰালত দুটা আকাংক্ষাই ক্ৰিয়া কৰে। সেই দুটা হ'ল 'আত্মপ্ৰদৰ্শন' আৰু 'আত্মসমৰ্পণ' এনেবোৰ বিশ্লেষণৰ জৰিয়তে মনোবিজ্ঞানীসকেল এই কথা স্পষ্ট কৰিছে যে, যৌনতাই প্ৰেমক মজবুত কৰে। আৰু সেই বাবেই প্ৰেমক নিয়ন্ত্ৰণ কৰে মগজুৱে। হৃদয়ে নহয়।

## প্ৰেম কৰাৰ কেইটামান টিপছ

- প্ৰথমতেই আপুনি আপোনাৰ সবিশেষ বিপৰীত পক্ষক যিকোনো প্ৰকাৰে জনোৱাৰ ব্যৱস্থা কৰক।
- আপুনি যে আন দহতকৈ অলপ বেলেগ ধৰণৰ সেই কথা নিজৰ চাল-চলন, কথা-বতৰা, সাজ-পোছাকৰ মাজেৰে প্ৰমাণ কৰিবলৈ চেষ্টা কৰক। সদায়েই বিনয়ী হৈ থাকিব তেওঁৰ সন্মুখত।
- বাটে-পথে, মেলে-মিটিঙে পালে তেওঁৰ লগত চকুৰ মাজেৰে ভাবৰ বিনিময় কৰিবলৈ চেষ্টা কৰক।
- তেওঁৰ সতীৰ্থৰ দ্বাৰা মনৰ ভাব বুজিবলৈ চেষ্টা কৰক।
- বজাৰত কিনিবলৈ পোৱা প্ৰেম নিবেদন কাৰ্ড, ফুলৰ থোপা আৰু এটা উপহাৰ এদিন আপুনি তেওঁলৈ পঠিয়াই মনৰ ভাব প্ৰকাশ কৰক।

- আপুনি যদি সাহসী তেনেহ'লে তেওঁক এদিন সন্মুখতেই প্ৰেমৰ প্ৰস্তাৱ দিয়ক।
- কোনোবা তৃতীয় পক্ষৰ মাজেৰেও আপুনি আপোনাৰ মনৰ ভাবটো জনাব পাৰে।

## প্ৰিয়জনক কি উপহাৰ দিব ?

- এই লেখকৰ 'প্ৰেমৰ ডায়েৰী' বা 'নাৰী আৰু প্ৰেম' উপহাৰ দিব পাৰে।
- উপহাৰ হিচাপে গানৰ কেছেটো আপুনি বিবেচনাত আনিব পাৰে। প্ৰেমিক-প্ৰেমিকাই সাধাৰণতে কোমল সংগীত ভাল পায়। গজলৰ কেছেট অথবা বজাৰত শেহতীয়াভাৱে ওলোৱা জনপ্ৰিয় গীতৰ কালেকচন আপুনি নিৰ্বাচন কৰিব পাৰে উপহাৰ ৰূপে।
- আপুনি যদি সৃষ্টিশীল কিবা কামত জড়িত তেনেহ'লে প্ৰিয়জনক নিজ হাতেৰে তৈয়াৰ কৰা উপহাৰো দিব পাৰে। আপুনি লিখা গল্প-কবিতা অথবা নিজে অঙ্কন কৰা ছবি বন্ধাই আপুনি আপোনাৰ প্ৰিয়জনক উপহাৰ ৰূপে দিব পাৰে।
- ছোৱালীক দিবৰ বাবে 'বেগ' এক উপযুক্ত উপহাৰ সামগ্ৰী। বিভিন্ন ধৰণৰ ষ্টাইলিচ লেডাৰ আৰু কাপোৰৰ বেগে সম্প্ৰতি বজাৰ ভৰি গৈছে। তেনে এটি সুন্দৰ বেগ প্ৰিয়জনক উপহাৰ দিয়ক আৰু আপুনি মৰমেৰে দিয়া বেগটো সকলো সময়তে লগত ৰাখিও প্ৰিয়জনে আপোনাৰ উপস্থিতি অনুভৱ কৰিব পাৰিব।
- প্ৰেমিকক 'শ্বেভিং চেট' উপহাৰ দিব পাৰে প্ৰিয়জনে। আফটাৰ শ্বেভলোচন, বডি লোচন, বডি পাৰফিউম, আদিও প্ৰেমিকক উপহাৰ ৰূপে দিব পাৰে নেইল পলিচ, পাৰফিউম, লিপ্‌ষ্টিক, বিদেশী প্ৰসাধনো প্ৰেমিকে প্ৰেমিকাক উপহাৰ দিব পাৰে।
- পঢ়া-শুনা, সাহিত্য কৰ্মৰ সতে জড়িত প্ৰিয়জনৰ বাবে কলম, ডায়েৰী, ন'ট বুক, বাল পষ্টাৰ, কেলেণ্ডাৰ, পুতলা আদিও উৎকৃষ্ট উপহাৰৰ ভিতৰত পৰে।
- আপোনাৰ প্ৰিয়জনে ছবি আঁকে নেকি? যদি আঁকে তেনেহ'লে অলপ ভাল পেইণ্টিং অথবা পেইণ্টিং কৰাৰ সামগ্ৰীও এই উপহাৰৰ ভিতৰত ৰাখিব পাৰে।

- আপোনাৰ প্ৰেমাস্পদৰ ৰাতিপুৱা দেৰিলৈকে শোৱাৰ অভ্যাস। কিন্তু আপুনি স্বভাৱটো আঁতৰাব খোজে। পিছে আপুনি তেওঁক জগাব নোৱাৰে। এনে ক্ষেত্ৰত আপুনি প্ৰিয়জনক এটি এলাম ঘড়ী উপহাৰ দিয়ক। ৰাতিপুৱা এলামৰ শব্দই প্ৰেমাস্পদক জগোৱাৰ লগতে আপোনাৰ উপস্থিতিৰ অনুৰণণো প্ৰেমস্পদৰ হৃদয়ত সৃষ্টি কৰিব।
- প্ৰেমাস্পদৰ প্ৰিয় খাদ্য আপুনি সযতনে প্ৰস্তুত কৰি উপহাৰ দিয়ক। প্ৰেমিকাক কেড্‌বেৰিজ চকলেট্, মিঠাই আদিও উপহাৰ দিব পাৰে।

## অভিভাৱকসকলৰ বাবে

- কন্যা বা পুত্ৰ প্ৰেমত পৰিছে বুলি জানিলে আপুনি সন্তানৰ প্ৰতি শত্ৰুৰ দৰে আচৰণ নকৰিব।
- আপুনি সন্তানৰ ওপৰত মানসিক আৰু শাৰীৰিকভাৱে আঘাত দিলে সন্তানৰ দুখ লাগিব।
- আপোনাৰ সন্তান প্ৰেমত পৰা মানে আপোনাৰ পৰিয়ালৰ মান-সন্মান নষ্ট হোৱা বুলি নাভাবিব। সন্তানৰ প্ৰিয়জনৰ জাতি, ধৰ্ম, আৰ্থিক অৱস্থা আৰু চেহেৰাৰ বাচ বিচাৰ নকৰিব।
- সন্তানলৈ অহা প্ৰেমপত্ৰ অথবা অন্য কোনো ধৰণৰ চিঠি-পত্ৰ খুলি নাচাব আৰু নপঢ়িব।
- আপোনাৰ সন্তানক বিপৰীত লিঙ্গৰ কোনোবাই ফোনত বিচাৰিলে নাই বুলি নকব। বৰঞ্চ ভালদৰেহে ব্যৱহাৰ কৰিব।
- সন্তানৰ বিছনা তল, ড্ৰয়াৰ তেওঁৰ অনুপস্থিতিত নাচাব। ৰুমত নোসোমাব।
- আপোনাৰ সন্তানটিৰ সতে প্ৰেমত মগ্ন যুৱক-যুৱতী গৰাকীয়ে সন্তানটিক প্ৰেমৰ জ্বালাত ফচাইচে বুলি মিছা অপবাদ নিদিব। প্ৰেমাস্পদৰ পৰিয়ালৰ লগত অযথা তৰ্কৰ মাজত নোসোমাব।
- সন্তানটিয়ে প্ৰেমাস্পদক লগত ঘূৰিবলৈ গ'লে আপুনি খং নকৰিব।
- প্ৰেমত মগ্ন সন্তানটিক সফল বৈবাহিক জীৱনৰ দোহাই দি জীৱনৰ প্ৰতিষ্ঠা লাভৰ বাবে উৎসাহিত কৰক।

- সন্তানৰ প্ৰেমাস্পদ গৰাকীক এদিন আপোনাৰ ঘৰলৈ নিমন্ত্ৰণ কৰক। কথা-বতৰা পাতি আপুনি নিশ্চিত হৈ লওক যে আপোনাৰ সন্তানে সঠিক নাৰী বা পুৰুষ এগৰাকীহে নিৰ্বাচিত কৰিছে। প্ৰেমাস্পদ গৰাকীৰ স্বভাৱ-চৰিত্ৰ, চিন্তাধাৰা, কথা-বতৰা, বুদ্ধিমত্তা তথা অন্যান্য মানসিক দিশক আপুনি বিবেচনাৰ মাজলৈ আনক।

## প্ৰেমত ক্ষতি নহ'বলৈ

লাভ-লোকচানৰ হিচাপ-নিকাচ কৰি কোনেও প্ৰেম নকৰে। অৱশ্যে প্ৰেমৰ অৰ্থ নুবুজাকৈ প্ৰেমত পৰিলে লাভতকৈ ক্ষতিৰ পৰিমাণহে বেছি হয়। প্ৰেমত ক্ষতি নহ'বলৈ হ'লে কি কৰিব লাগে বাৰু?

- অনবৰতে দুয়ো প্ৰেমালাপত ব্যস্ত নাথাকি স্কুল-কলেজৰ বাহিৰেও গল্প, কবিতা, উপন্যাস, সাধাৰণ জ্ঞান আদিৰ বিষয়ে দুয়ো আলোচনাত বহক।
- আপোনাৰ প্ৰেমিকে যদি নিচা দ্ৰব্য খায় তেনেহ'লে আপুনি সেয়া বন্ধ কৰাৰ বাবে চেষ্টা কৰক।
- কোনে কি বেয়া কাম কৰিছে তাৰ আলোচনা নকৰি কোনে কি ভাল কাম কৰিছে তাৰ আলোচনাত বহক। আৰু আপোনালোক দুয়োজনেই যে অযোগ্য নহয় তাক প্ৰমাণ কৰিবলৈ উঠি-পৰি লাগক।
- যি কোনো কথাতে আবেগিক নহ'ব। ধৈৰ্য্য আৰু যুক্তিৰে সকলো দিশ বিচাৰ কৰি আগবাঢ়ক।
- কোনো পৰিস্থিতিতেই ইজনে সিজনৰ প্ৰতি বিশ্বাস নেহেৰুৱাব।
- নিজৰ কোনো কথা-প্ৰিয়জনৰ সন্মুখত নুলুকুৱাব, লুকুৱাবলৈ চেষ্টা নকৰিব।
- সদায়েই শালীনতা ৰক্ষা কৰি প্ৰেম কৰক। আপোনালোকে বেছি দূৰলৈ আগবঢ়াৰ আগতে ইজনে সিজনক ভালকৈ বুজি লওঁক।
- মৰমৰ চিন স্বৰূপে প্ৰিয়জনৰ পৰা কেতিয়াও দামী বস্তু নিবিচাৰিব। বৰং মিতব্যয়ী হ'বলৈ চেষ্টা কৰক।

# প্ৰেমৰ বিশেষ এদিন

আদম আৰু ইভৰ দিনৰ পৰাই বিশ্বৰ মানৱ সমাজ বৰ্ণময় প্ৰেমৰ অটল বিশাল সাগৰত ডুব গৈ আছে। প্ৰেম এক অভিনৱ শব্দহীন ভাষা। ই বিশ্ব মানৱৰ সাৰ্বজনীন ভাষা। প্ৰেমৰ কোনো ভৌগোলিক সীমাৰেখা নাই আৰু ইয়াৰ কোনো এক সুনিৰ্দিষ্ট তথা সৰ্বজন গ্ৰাহ্য সংজ্ঞাও নাই। প্ৰেম আছে বাবেই জীৱন ইমান সুন্দৰ; পৃথিৱী ইমান মোহনীয়।

## যৌৱনে আমনি কৰিছে নেকি ?

বয়ঃসন্ধিৰ স্তৰ পাৰ হৈ যেতিয়া এটা শৰীৰে পূৰ্ণ যৌৱন লাভ কৰে, সেই যৌৱনত উন্মিলিত হয় এটি নতুন সূৰুয— যাৰ নাম প্ৰেম। যৌৱন কালত শিক্ষা, ৰাজনীতি, প্ৰেম, ৰোমাঞ্চ, বিবাহ, যৌনতত্ব আদি দিশবোৰক এজন যুৱক বা যুৱতীয়ে এক বিশেষ অৰ্ন্তদৃষ্টিৰে চাবলৈ শিকে। যৌৱন প্ৰাপ্তিৰ লগে লগে প্ৰাত্যহিক জীৱনৰ প্ৰতিটো দিশতে তেওঁলোকৰ আকৰ্ষণ, ইচ্ছা, অনুভূতি, কামনা আদিৰ তীব্ৰতা বাঢ়ি যায়। বিপৰীত লিংগৰ প্ৰতি আকৰ্ষণ বৃদ্ধি পায়। যৌৱনপ্ৰাপ্ত হোৱাৰ লগে লগে যুৱক-যুৱতীসকল, নাৰী-পুৰুষৰ সম্পৰ্ক, প্ৰেম-প্ৰণয়, ৰোমাঞ্চ, বিবাহ, দৈহিক মিলন, স্পৰ্শ আদিৰ সম্পৰ্কে অনুসন্ধিৎসু আৰু সচেতন হৈ পৰে। কিশোৰ-কিশোৰী দেওনা পাৰ হৈ যৌৱনপ্ৰাপ্ত হোৱাৰ লগে লগে কলিজা ৰঙচুৱা হয়। হিয়া অশান্ত হয়, মন উচপিচ হয়, প্ৰেম কুমটিয়ে আহি কলিজা কামোৰে, কোনোবা গাভৰুৰ ঠিকনা বিচাৰি ডেকাৰ মন অশান্ত হয়। মূলতঃ যৌৱনে আমনি কৰে। দেৱকান্ত সন্দিকৈ দেৱৰ ভাষাৰে;

"ডেকা তেজৰ পিৰ্‌পিৰ্‌ণিটো কেৱল এটা পিৰ্‌পিৰ্‌ণিয়েই নহয়, ই এক অপ্ৰতিৰোধ্য শক্তি। এই শক্তিক উপযুক্ত পৰিচালনাৰে উপযুক্ত ক্ষেত্ৰত নিয়োজিত কৰাই সুফল পাব পাৰি, যেনেকৈ উদ্দাম বেগৱতী নদীৰ জলস্ৰোতক ব্যৱহাৰ কৰি বিজুলী শক্তি পাব পাৰি।'

যৌবন এক বিৰাট শক্তি। যৌবনেই শৰীৰত ঢালি দিয়ে সৌন্দৰ্য্য। যৌবনৰ সৌন্দৰ্য ধৰি ৰাখিবলৈ কাৰনো মন নাযায়? নিজকে পৃথিবীৰ আটাইতকৈ ধুনীয়া পুৰুষজন বা গাভৰুগৰাকী হ'বলৈ কাৰনো মন নাযায়? যৌবনৰ সম্পৰ্কে চিৰিয়াচ হ'বলৈ ক'বলৈ গৈ ডেভিদ ফাগুৰ্চনে কৈছে, 'যৌবনক ভালদৰে শাসন কৰিব।'

যৌবন কালতে হৃদয়ত ফুল ফুলে, হৃদয়ে গান গায়, হৃদয় উদ্বেলিত হয়, অনুভূতিবোৰে জপিয়াই, কল্পনাৰ পাখি গজে মনলৈ জোৱাৰ আহে, ভৰিত ডেউকা গজে, কেতিয়াবা প্ৰণয় বিচাৰি হাবাথুৰি খাব লাগে। এয়ে যৌবন .... সৃষ্টিৰ মোল. .।

যৌবনে বহুত দিয়ে আৰু নিয়ে। যৌবনেই জীৱনৰ এনে এটি সময় য'ত যুৱক-যুৱতীসকলৰ অন্তৰত পাহি মেলে নানান ৰঙীণ স্বপ্নই। যৌবনে যিদৰে জীৱনলৈ কাৰোবাৰ বাবে আনি দিয়ে মধুময় স্বপ্নৰ এখন বহল আকাশ, এখন বহল পৃথিৱী — ঠিক সেইদৰে যৌবনেই আনি দিয়ে কাৰোবাৰ বুকুৰ উপত্যকালৈ সীমাহীন বেদনা, সীমাহীন অশ্ৰু।

## এখন প্ৰেমৰ পৃথিৱীৰ সন্ধানত .....

যৌবন বৃক্ষৰ ছাঁতে জিৰণি লয় এটি মহান শব্দই — যাৰ নাম প্ৰেম। প্ৰেম আহে যৌবনৰ হাতধৰা লিগিৰী হৈ। প্ৰেম জীৱনৰ সম্ভ্ৰান্ত অতিথি। প্ৰেম যৌবনৰ বাবে ভূষণ স্বৰূপ আৰু সৌন্দৰ্য পিয়াসী কৰ্ম জীৱনৰ বাবে এক গৌৰৱময় অধ্যায়। প্ৰেমৰ দ্বাৰা যৌৱনে পায় সময়ৰ চিৰাচৰিত আহ্বানৰ মুখামুখি হোৱাৰ সুযোগ।

চিৰ যৌবনৰ আঁৰত লুকাই থাকে সৌন্দৰ্য, প্ৰেম, ৰোমাঞ্চ আৰু সপোন। সৌন্দৰ্য পিয়াসী মানুহৰ বয়স নাই। প্ৰেমৰ শক্তি অসীম। প্ৰেমে তাৰুণ্যক জীয়াই ৰাখে। স্বৰ্গীয় প্ৰেমৰ জোৰতে আশী বছৰীয়া নেলচন মেণ্ডেলাই বাৰ্ধক্যক জয় কৰি চিৰ তৰুণ হৈ আছে। বিতৰ্কিত লিখক নীৰদ চি চৌধুৰী এশ বছৰতো যৌবনৰ অধিকাৰী হৈ আছিল। যিবোৰ মানুহৰ হৃদয় ফুলৰ দৰে কোমল আৰু সুগন্ধযুক্ত তেনে মানুহ সঘনে প্ৰেমত পৰে আৰু চিৰ তৰুণ হৈ থাকিবলৈ প্ৰেৰণা পায়।

বিশ্ব সাহিত্যৰ বেছি অংশই অজস্ৰ প্ৰেমৰ কাহিনীয়ে দখল কৰি আছে। গ্ৰীক সাহিত্যৰ ভঁৰাল চহকী কৰিছে নিভাঁজ প্ৰেম কাহিনীবোৰে। ডাণ্টেৰ 'ডিভাইন

কমেডি' লিখাৰ প্ৰেৰণা হ'ল বিয়েট্ৰিছৰ প্ৰেম। শেক্সপীয়েৰ, ৰবাৰ্ট ব্ৰাউনিং, কাৰ্লমাৰ্ক্স, টলষ্টয়, শ্যেলী, গ্যেটে আদি বিখ্যাত মনিষীসকলৰ সাহিত্য সৃষ্টিৰ আঁৰত আছিল 'নাৰী আৰু প্ৰেম'।

হলিউদ, বলিউদ আদি চলচ্চিত্ৰৰ ৰম্যপুৰীত নিৰ্মিত বোলছবিৰ প্ৰধান বিষয়বস্তু হৈ পৰিছে প্ৰেম। টাইটানিকৰ অমৰ প্ৰেম কাহিনীয়ে যৌৱনপ্ৰাপ্ত যুৱক-যুৱতীক প্ৰেমৰ ক্ষেত্ৰত বহু কথাই শিকাই দিলে। নতুনকৈ ডেকা-গাভৰু হ'বলৈ শিকা 'ৰোজ' আৰু 'জেক' আজিৰ নতুন প্ৰজন্মৰ আদৰ্শ প্ৰেমিক-প্ৰেমিকা। কেতিয়াবা আকৌ আগাছী-ষ্টেফি, আজাহাৰ-সংগীতা, ৰোনাল্ড্যো-মিলেনা, ৰিচাৰ্ডছ-নীনা আদি খেলুৱৈ তাৰকাৰ প্ৰেমৰ সম্পৰ্কই নতুন প্ৰজন্মক যোগাইছে মনোৰঞ্জনৰ খোৰাক।

অন্য মানুহৰ প্ৰেম কাহিনী পঢ়ি আপোনাৰো হয়তো প্ৰেমত পৰিবলৈ মন যায়! লা-ৰোশফুকোৰ 'মেক্সিম'ত পোৱা যায়— 'আনৰ মুখত প্ৰেমৰ কথা নুশুনিলে বেছিভাগ লোকেই কোনোদিনে প্ৰেমত নপৰিলেহেঁতেন।'

প্ৰেমত পৰিম বুলিতো পৰিব নোৱাৰি! প্ৰেমেহে পেলায়। প্ৰেম কেতিয়া আহে, কেনেকৈ আহে, কোনো নিৰ্দ্দিষ্ট সীমা নাই। সাৱধান হ'লেতো প্ৰেমেই নহয়। এই পৃথিৱীত প্ৰেম আৰু বিশ্বাসেই সৰগ ৰচনা কৰে আৰু অ-প্ৰেম আৰু সন্দেহেই নৰক ৰচনা কৰে। তৰুণ-তৰুণীৰ হৃদয়ত ঝংকাৰিত হোৱা প্ৰেম শৃংখলহীন হ'লেই প্ৰেম অপ্ৰেম হয়। উল্লেখযোগ্য যে যৌৱন মাথোন উচ্ছৃংখলতা প্ৰকাশ কৰাৰ সময় নহয় যৌৱন হ'ল প্ৰেমৰ মাজেদি জীৱন গঢ়াৰ এক অতীব সুন্দৰ সময়।

## প্ৰেমৰ দিনৰ প্ৰস্তাৱ .........

প্ৰেম এনে এটি মিঠা অনুভূতি যাক এবাৰলৈ হ'লেও জীৱনলৈ আমন্ত্ৰণ জনাই প্ৰেমৰ সুধা পান কৰাৰ আশা এটি সকলো মানুহেই পুহি ৰাখে। অকল আশা পুহি ৰাখিলেইতো নহয়। কাজে কামে কৰিব লাগিব। প্ৰিয়জনৰ ওচৰত নিজৰ ভালপোৱা প্ৰকাশ কৰাৰ বাবে মানুহে ভিন্ ভিন্ পন্থাৰ আশ্ৰয় লয়। প্ৰিয়জনৰ ওচৰত প্ৰিয় প্ৰস্তাৱ এটি দিবলৈ কাৰনো মন নাযায়? প্ৰিয়জনৰ হাতৰ পৰশত

নিষ্প্ৰাণ কাগজখিলাতো যেন প্ৰাণৰ সঞ্চাৰ হয়। এটি নীলা খাম, অলপ ফুলৰ সুগন্ধ আৰু ভালপোৱাৰ কেইটামান মিঠা বাক্যই প্ৰিয়জনৰ দৰেই কাগজখিলাকো জীৱন্ত কৰি তোলে। প্ৰথম জানুৱাৰীৰ শুভেচ্ছাপত্ৰখন বা ভোগালী বিহুৰ শুভেচ্ছা পত্ৰখনৰ পাছতে অসমীয়া যুৱক-যুৱতী সকলৰ মাজলৈ আমদানি ঘটিছে পশ্চিমীয়া সংস্কৃতিৰ আন এক অৱদান 'ভেলেণ্টাইন্‌ছ ডে'ৰ কাৰ্ডখনৰ। আজিৰ যুৱক-যুৱতীয়ে নিজৰ প্ৰিয়জনৰ প্ৰতি প্ৰেম নিবেদনৰ সৰ্বোৎকৃষ্ট সময় হিচাপে গণ্য কৰিবলৈ লোৱাৰ ফলত ভেলেণ্টাইন্‌ছ ডে'ৰ গুৰুত্ব আৰু জনপ্ৰিয়তা ক্ৰমাৎ বাঢ়ি গৈছে।

## ফেব্ৰুৱাৰী মাহ ..................।

ডেকা গাভৰুৰ প্ৰণয়ৰ ঋতু। ডেকাই গাভৰুলৈ, গাভৰুৱে ডেকালৈ একাজঁলি মৰম সঁচাৰ সময়। মৰম বিলোৱাৰ সময়। প্ৰিয়জনক প্ৰেমৰ প্ৰস্তাৱ দিয়াৰ সময়। ডেকাকালত প্ৰেম প্ৰণয় নোহোৱা মানে আকৌ সন্ন্যাসী।

**প্ৰেম মাথো প্ৰেম ঃ**

প্ৰেম এক ব্যাখ্যাহীন, সংজ্ঞাহীন, ৰহস্যময় অথচ সৰ্বত্ৰ বিৰাজমান, সৰ্বজনবিদিত আশ্চৰ্য অনুভূতি। কলীন্‌চৰ অভিধানে প্ৰেমৰ সংজ্ঞা দিছে — 'Love means sexual passion' কিন্তু প্ৰেম ইমানতে আবদ্ধ নাথাকে। আকৌ ফৰাচী লিখক ষ্টাভালে কৈছে — 'Love is the miracle of civilization.'

অৱশ্যে গ্লোবেল ভিলেজলৈ ৰূপান্তৰিত পৃথিবীৰ মানুহৰ বাবে চেটেলাইট টিভি, ইণ্টাৰনেট, কম্পিউটাৰ, ম'বাইল ফোন, যন্ত্ৰমানৱ আদিৰ ৰিভলিউচনে তথা বিজ্ঞানৰ অগ্ৰগতিয়ে প্ৰেমৰ সংজ্ঞা সলনি কৰি পেলাইছে। প্ৰেমৰ স্থিৰ সীমাৰেখা বা সংজ্ঞা নাই। ইয়াৰ বাখ্যাৰ সীমাও বেলেগ বেলেগ সময়, পৰিস্থিতি আৰু ব্যক্তি অনুপাতে।

বিশ্ব সাহিত্যৰ আজি যিকোনো ভাষাতেই সমৃদ্ধ হৈ আছে প্ৰেমৰ লেখা। ৰোমিঅ'-জুলিয়েট, ক্লিউপেট্ৰা-এণ্টনিও, লায়লা-মজনু, টাইটানিকৰ ৰোজ-জেক,

ডান্টে-বিয়েট্ৰিছ, ছাহজাহান-মমতাজ.... আদিৰ প্ৰেম কাহিনী একো একোটা বিশ্ববিখ্যাত প্ৰেম কাহিনী। বিশ্ব সাহিত্যৰ বহুতো মহৎ ব্যক্তিৰ ব্যক্তিগত প্ৰেম কাহিনীক লৈ সৃষ্টি হৈছে বহুতো প্ৰেমমূলক গ্ৰন্থ। অৱশ্যে আমাৰ অসমীয়া ভাষাত এনে গ্ৰন্থ তথা প্ৰেমভিত্তিক লেখনিৰ সংখ্যা বৰ কম। হয়তো প্ৰেম চৰ্চাক অসমীয়া লেখকসকলে গুৰুত্ব সহকাৰে লোৱা নাই। অৱশ্যে শেহতীয়াকৈ অসমীয়া ভাষাত প্ৰেমৰ ডায়েৰীকে ধৰি কে'বাখনো গ্ৰন্থ প্ৰকাশ হৈছে। বিভিন্ন বাতৰি কাকত, আলোচনী আদিত প্ৰেম সৰ্বস্বৰে ভৰপূৰ দুই-এটি প্ৰেমমূলক লেখনি প্ৰকাশ পাবলৈ ধৰিছে। আমদানি ঘটিছে অসমীয়া সমাজলৈ পশ্চিমীয়া সংস্কৃতিৰ 'প্ৰেম মহোৎসৱ' ডেকা-গাভৰুৰ উৎসৱ ভেলেণ্টাইন ডেৰ দৰে এটি প্ৰেমৰ বিশেষ দিনৰ।

প্ৰেম আজি যুৱচামৰ বাবে বৰ চিনাকি শব্দ— এক চিনাকি কৰ্ম। আজিৰ যুগত প্লেটনিক প্ৰেমৰ স্থান ক'ত? দেহৰ সান্নিধ্যতহে যেন আজিৰ প্ৰেমে পূৰ্ণতা পায়! আধুনিক লাইফ ষ্টাইলৰ প্ৰেমৰ লগত জড়িত হৈ পৰিছে লিভি টুগেডাৰ, ডেটিং কৰ্টশ্বিপ, ছিটিং, এনজয় .... আদি পশ্চিমীয়া সংস্কৃতিৰ আমদানিকৃত শব্দবোৰ।

## লিভ টুগেডাৰ

পোন প্ৰথমে লিভিং টুগেডাৰৰ প্ৰচলন ইউৰোপ, আমেৰিকা আদি মহাদেশবোৰত হয়। এজন সমাজ তত্ত্ববিদে মন্তব্য কৰিছে যে দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত ইউৰোপ, আমেৰিকাত পুৰুষৰ সংখ্যা যথেষ্ট কমি গৈছিল। সেই ভয়ংকৰ যুদ্ধই বিবাহিত পুৰুষসকলক অক্টোপাছে গ্ৰাস কৰাৰ দৰে গ্ৰাস কৰিছিল। যাৰ ফলত বহুতো বিবাহযোগ্য নাৰীৰ বাবে তেতিয়া এক সমস্যাই দেখা দিছিল। সেই সন্ধিক্ষণতে 'লিভি টুগেডাৰ' নামৰ ধাৰণাটো জন্ম হয়।

বিবাহ বহিৰ্ভূতভাৱে নাৰী-পুৰুষে সহবাস কৰাটোৰ নামেই হ'ল— লিভি টুগেডাৰ। আজি ই ইউৰোপৰ দেশবিলাকত সাৰ্বজনীন। চুইডেন আৰু নেদাৰলেণ্ডত শতকৰা ৮০ ভাগেই এনে সহবাসত দেখা যায়। ব্ৰিটেইনত শতকৰা

৬৪ ভাগ, আয়াৰলেণ্ডত শতকৰা ৫০ ভাগ। ব্ৰিটিছসকলৰ ধাৰণা যাৰ সন্তান প্ৰয়োজন তেৱেঁই প্ৰথমে বিয়া কৰোৱা উচিত।

মনঃস্তাত্বিকসকলৰ মতে, লিভি টুগেডাৰৰ ফলত জন্ম লাভ কৰা সন্তানৰ মানসিক বিকাশ সুস্থভাৱে হোৱা দেখা নাযায়। ইংলণ্ডত ৩৬ বছৰীয়া শিক্ষয়িত্ৰী মেৰী কে লিটোৱা নিউকৰ সৈতে ১৪ বছৰীয়া ছাত্ৰ এজনৰ প্ৰেম হয় আৰু লিভিং টুগেডাৰ আদিৰ ফলতে ছাত্ৰজনৰ ঔৰসত শিক্ষয়িত্ৰীগৰাকীৰ এটা কন্যা সন্তান জন্ম হৈছিল। বাহিৰা দেশত এনে উদাহৰণ অলেখ পোৱা যায়।

মনস্তাত্বিকসকলৰ মতে লিভি টুগেডাৰ কৰিবলৈ এটা বয়সতহে নাৰী-পুৰুষসকল আগ্ৰহী হয়। সাধাৰণতে ৩০ ৰ পৰা ৪০ বছৰ বয়সৰ মাজৰ নাৰী-পুৰুষৰ মাজত এই প্ৰৱণতা বেছি থাকে। আনহাতে, এচাম প্ৰাপ্তবয়স্ক নাৰী-পুৰুষে বিবাহ বান্ধোনত আৱদ্ধ হোৱাটোক এক বিড়ম্বনা বুলি গণ্য কৰি এনে বৰ্হিভুক্ত মুক্ত সহবাসত লিপ্ত হয়। বহুতে মন্তব্য কৰে যে এক বৈবাহিক লিভি টুগেডাৰ সম্বন্ধটোৰ যোগেদি প্ৰেমিক-প্ৰেমিকাই পৰস্পৰক বুজি পাব পাৰে।

আমাৰ ভাৰতীয় আইনৰ দৃষ্টিত বিবাহ বহিৰ্ভুত এই সম্পৰ্কটো ন্যায়সংগত নহয়। আইনৰ দৃষ্টিত এনে ধৰণে পুৰুষৰ লগত মুক্ত সহবাস কৰা নাৰীগৰাকীক 'ৰক্ষিতা' আখ্যা দিয়া হয়। যি সন্তান জন্ম হয় তেওঁ নাম পায় 'জাৰজ সন্তান'। ভাৰতীয় দণ্ডবিধি আইনৰ ১২৫ ধাৰা অনুযায়ী জাৰজ সন্তানৰ জন্মদাতা পিতৃজন উপযুক্ত প্ৰমাণিত হ'লে পিতৃজনে সন্তানটিৰ ভৰণ-পোষণৰ দায়িত্ব ল'ব লাগিব।

লিভি টুগেডাৰত যদি কোনো পুৰুষে নাৰী গৰাকীক 'ব্লেক মেইলিং' কৰিব বিচাৰে তেন্তে নাৰীগৰাকীয়ে ভাৰতীয় দণ্ডবিধিৰ ৩৭৬ ধাৰাত ধৰ্ষণ বা বলাৎকাৰ অভিযোগ কৰিব পাৰে। আকৌ বিবাহিতা নাৰীৰ সৈতে কোনো পুৰুষে যদি লিভি টুগেডাৰ কৰে তেনেহ'লে নাৰীগৰাকীৰ স্বামীয়ে আদালতত অভিযোগ আনিব পাৰে। অভিযোগ যদি প্ৰমাণিত হয় তেনেহ'লে ভাৰতীয় দণ্ডবিধিৰ ৪৯৭ ধাৰাত অভিযুক্ত পুৰুষজনৰ শাস্তি হ'ব পাৰে। মুক্ত সহবাস কৰা নাৰী-পুৰুষৰ ভিতৰত যদি এগৰাকী বিবাহিত হয় তেন্তে আইন প্ৰযোজ্য হ'ব। আনহাতে, দুয়োজন বিবাহিত হ'লে প্ৰাপ্তবয়স্কৰ ক্ষেত্ৰত এনে আইন প্ৰযোজ্য নহয়।

**কৰ্টশ্বিপ ঃ** কৰ্টশ্বিপৰ অৰ্থ হ'ল বিয়াৰ আগতে প্ৰেম প্ৰাৰ্থনা। জীৱন লগৰী বা 'Life partner' নিৰ্বাচনৰ চূড়ান্ত নিৰ্বাচন পদ্ধতি। এক প্ৰকাৰে এনগেজমেণ্ট, যিটো কাম সমাধান হয় কৰ্টত।

ডেটিং ঃ ষ্টেনলি কে কিটছৰ মতে — 'ডেটিং মানে হৈছে এজন বিপৰীত লিংগৰ লগত সামাজিকভাৱে বাহিৰলৈ ফুৰিবলৈ যোৱাৰ অভ্যাস।'

অৱশ্যে আজিৰ ডেটিঙে সকলো সীমাৰেখা চেৰাই গৈছে। ডেটিং হৈছে জীৱনৰ ৰঙীণ সোৱাদ উপভোগ। ডেটিং এখন ডেকা-গাভৰুৰ জগত। ডেকা-গাভৰুৰ প্ৰেম-ৰোমাঞ্চৰ বাবে গঢ়ি উঠিছে ডেটিং স্পটবিলাক!

## নতুন শতাব্দীত ৰঙীণ যৌৱন

নতুন শতিকাটিৰ আৰম্ভণি ৰোমাণ্টিক মনৰ যুৱক-যুৱতীৰ আমোদ-প্ৰমোদেৰেই আৰম্ভ হৈছে। নিউ মিলেনিয়াম জেনেৰেছনত উজলি উঠিছে ৰঙীণ যৌৱন। আজিৰ বিশ্বৰ চৌদিশৰ যুৱ প্ৰজন্ম যিদৰে জনপ্ৰিয় হৈছে সেইদৰে, অসমৰ ডেকা-গাভৰুসকলো পাছ পৰি থকা নাই। ফুটুকা-ফুটুকী পখিলাৰ দৰে পাখি মাৰি বিশ্ব যুৱ মনৰ সৈতে একেলগে উৰিব খুজিছে আজিৰ অসমৰ তৰুণ-তৰুণীয়ে। নৱবৰ্ষ বা ভেলেণ্টাইনক বাহিৰৰ দেশৰ ডেকা-গাভৰুৱে যিদৰে চৌখিনতাৰে, জাক-জমকতাৰে পালন কৰে সেইদৰে পালন কৰিব নোৱাৰিলেও আজিৰ ডেকা-গাভৰুৰ মাজলৈ প্ৰেমিক-প্ৰেমিকাৰ দিৱসটো বাৰুকৈয়ে শিপাইছে। উল্লেখযোগ্য যে সেউজ-সতেজকৈ ৰখা এবুকু মৰম প্ৰিয়জনক দিবলৈ কাৰণো মন উচপিচ নকৰে? ভেলেণ্টাইন ডে'ত ছপা কৰা শব্দৰে প্ৰেমাস্পদৰ ওচৰত প্ৰেম নিবেদন কৰিবলৈ কাৰণো মন নাযাব? 'যৌৱনে আমনি কৰা' বতৰত বুকুৰ মাজত জ্বলা সময়তে মৰম নদীৰ গাভৰু ঘাটত 'হিয়া-দিয়া-নিয়া' কৰিবলৈ কোন গাভৰুৱে বাৰু মাৰক ফাঁকি দি ....থেকেচি যঁতৰ ভাঙি থৈ নাহিব....?

এতিয়া বিশেষ কথা হ'ল সমগ্ৰ বিশ্বতে যৌৱনে আমনি কৰা ডেকা-গাভৰুৰ হিয়া দিয়া নিয়া কৰা দিন 'ভেলেণ্টাইন ডে'নো কি? যি দিনটোত সমগ্ৰ বিশ্বৰ যুৱক-যুৱতী উন্মনা হয়...! আহকচোন ভেলেণ্টাইন ডেৰ পম খেদি যাওঁ....!!

## ভেলেণ্টাইন ডে

কিংবদন্তী মতে, ২৬৯ খ্ৰীষ্টাব্দৰ কথা। সেই সময়ত ৰোম শাসন কৰিছিল সম্ৰাট দ্বিতীয় ক্লাউডিয়াছে। সম্ৰাটে চেণ্ট ভেলেণ্টাইন নামৰ এজন সুদৰ্শন ডেকাক বন্দী কৰি ৰাখিছিল। ভেলেণ্টাইনৰ প্ৰধান দোষ আছিল বিবাহ কৰিব বিচৰাটো। সেই সময়ত সম্ৰাট ক্লাউডিয়াচৰ যুদ্ধ-বিগ্ৰহৰ বাবে সৈনিকৰ অভাৱ আছিল। তেওঁ ভাবিছিল বিবাহ পাশত আবদ্ধ হোৱা ব্যক্তিসকলে পৰিয়ালৰ আপোন মানুহক এৰি সৈন্য বাহিনীত যোগ দিবলৈ অনিচ্ছুক হয়। প্ৰেম সম্ৰাট তথা প্ৰেম পূজাৰী ভেলেণ্টাইন সেই সময়ত এজন অতি সুদৰ্শন তথা ব্যক্তিত্ববান বিবাহোপযোগী পুৰুষ আছিল। সেই সময়ত তেওঁৰ সৈতে অনেক সুন্দৰী গাভৰুৰ গোপনে 'হিয়া -দিয়া-নিয়া' চলিছিল।

প্ৰেমৰ ৰজা ভেলেণ্টাইনৰ এই গোপন প্ৰেমৰ কথা জানিব পাৰি সম্ৰাটে তেওঁক কৰ্টত হাজিৰ কৰায় আৰু তেওঁক বিবাহ নকৰাবলৈ প্ৰতিশ্ৰুতি দিবলৈ কয়। কিন্তু ভেলেণ্টাইনে অনেক মদালসা গাভৰু প্ৰেমিকাৰ হৃদয় বিদংসনা কৰি, হৃদয়ত দাবানল জ্বলাই এনে প্ৰতিশ্ৰুতি দিবলৈ অমান্তি হয়। ফলত সম্ৰাটে তেওঁক কাৰাগাৰত বন্দী কৰি ৰাখে।

বন্দী অৱস্থাত কাৰাগাৰ কক্ষৰ চাৰিওফালে বহুতো গাভৰু প্ৰেমিকাই ভেলেণ্টাইনক আবৰি ৰাখে। বন্দী অৱস্থাটো তেওঁ হৃদয়াকৃতিৰ গছৰ পাত ছিঙি তাত 'ৰিমেম্বাৰ ইয়ৰ ভেলেণ্টাইন' বুলি লিখি বেৰৰ বিন্ধাৰে প্ৰেমিকাসকললৈ প্ৰেৰণ কৰিছিল। আনকি তেওঁ এনে প্ৰেম পত্ৰ কাৰাগাৰৰ অধ্যক্ষৰ অন্ধ জীয়েক আষ্টিৰিয়াছলৈও প্ৰেৰণ কৰিছিল। সেয়ে ২৬৯ খ্ৰীষ্টাব্দৰ (কোনোৱে কয় ২৭০) ১৪ ফেব্ৰুৱাৰীত শিল, যাঠি, গদা আদিৰে কোবাই কোবাই সম্ৰাটৰ সৈন্যই তেওঁক

নির্মমভাৱে হত্যা কৰে। আনকি মৃত্যুৰ দিনাও 'তোমাৰ ভেলেণ্টাইনৰ পৰা' বুলি গাভৰু প্ৰেমিকাসকললৈ এক বিদায় বাৰ্তাও প্ৰেৰণ কৰিছিল ভেলেণ্টাইনে।

তেতিয়াৰপৰা ভেলেণ্টাইনৰ মৃত্যু তিথি অৰ্থাৎ ১৪ ফেব্ৰুৱাৰী দিনটোক তেওঁৰ প্ৰতি সন্মান জনাই ডেকা-গাভৰুৰ মাজত সৰ্বত্ৰতে প্ৰেমিক-প্ৰেমিকাৰ দিৱস হিচাপে পালন হ'বলৈ লয়।

ভেলেণ্টাইনক স্মৰণ কৰিয়ে ৪৯৬ খ্ৰীষ্টাব্দৰ মাজ ফেব্ৰুৱাৰীত ষ্টাৰ্ণ পোপ গ্লিছিয়াচে লুপাৰকাছ উৎসৱ পতাৰ কথা ঘোষণা কৰিছিল। ক্ৰমশঃ লুপাৰকাছ উৎসৱ তল পৰিল আৰু ভেলেণ্টাইন ডে হিচাপে জনাজাত হ'ল। সেই ভেলেণ্টাইন ডে'য়ে আজিৰ অসমলৈ আমদানিকৃত 'প্ৰেমৰ বিশেষ এদিন' বা 'প্ৰেমিক-প্ৰেমিকাৰ দিৱস'।

## লুপাৰকাছ বা লুপাৰকালিয়া উৎসৱ

প্ৰশ্ন হ'ল লুপাৰকাছ উৎসৱনো কি? ভেলেণ্টাইন ডে'ৰ লগত লুপাৰকালিয়া বা লুপাৰকাছ উৎসৱটিও জড়িত। লুপাৰকালিয়া হ'ল পুৰণি ৰোমৰ এক ধৰ্মীয় উৎসৱ। এই উৎসৱটি পেলেষ্টাইন পাহাৰত থকা লুপাৰকালিয়া (Lupercalia) নামৰ গুহা এটিৰ ওপৰত পালন কৰিছিল। আনহাতে, লুপাৰকাছ হ'ল ৰোমানসকলৰ এগৰাকী আৰাধ্য দেৱতা। ফেব্ৰুৱাৰীৰ মাজভাগতে এই উৎসৱ পালন কৰিছিল। ভেলেণ্টাইনক স্মৰণ কৰিয়ে ৪৯৬ খ্ৰীষ্টাব্দৰ মাজ ফেব্ৰুৱাৰীত ষ্টাৰ্ণ পোপ গ্লিছিয়াছে 'লুপাৰকাছ' উৎসৱ পতাৰ কথা ঘোষণা কৰিছিল।

## ৰমণ-ৰমণীৰ ৰমণোৎসৱ

ৰোমানসকলে ফেব্ৰুৱাৰী মাহত প্ৰেমৰ মহোৎসৱ পাতে। এই উৎসৱৰ সৈতে দেৱী 'জুমু ফেব্ৰুৱাটা'ও জড়িত। এই উৎসৱত মজাৰ খেল এটি উদ্‌যাপিত হয়। ফেব্ৰুৱাৰী মাহৰ প্ৰায় মাজভাগৰ পৰা ডেকাসকলে বিবাহোপযোগী সুন্দৰী ৰমণীসকলৰ নাম সংগ্ৰহ কৰে। এই উৎসৱত যুৱতী-ৰমণীসকলৰ নাম একো টুকুৰা

কাগজ বা কাপোৰত লিখি এটা পাত্ৰত ভৰাই থোৱা হৈছিল। উল্লেখযোগ্য যে লটাৰীৰ নিচিনাকৈ যিজন যুৱকৰ হাতত যিগৰাকী ৰমণীৰ নামৰ কাগজ টুকুৰা পৰে তেওঁকেই ডেকাজনে প্ৰেমৰ প্ৰস্তাৱ দিয়ে আৰু এবছৰৰ বাবে সংগী হিচাপে লাভ কৰে। নিৰ্বাচিত হোৱাৰ পাছত তেওঁলোকে নিজ সংগী ৰমণীক সুগন্ধিযুক্ত হাতমোজা, অলংকাৰ আদি উপহাৰ আগবঢ়াইছিল। বহু ডেকাই আকৌ নিজৰ হাতকটা চোলাত ভেলেণ্টাইনগৰাকী নামটো অংকিত কৰি পিন্ধিছিল।

## প্ৰেমিক-প্ৰেমিকা নিৰ্বাচন

ব্ৰিটেইন আৰু ইটালীৰ যুৱতীসকলে ১৪ ফেব্ৰুৱাৰীৰ সূৰ্যোদয়ৰ ক্ষণত পদূলি বা খিৰিকীৰ কাষত ৰৈ থাকে। সেইদিনাৰ সূৰ্যোদয়ৰ ক্ষণত যিগৰাকী যুৱকৰ সৈতে যুৱতী গৰাকীৰ প্ৰথম সাক্ষাৎ হ'ব তেঁৱেই হ'ব যুৱতী গৰাকীৰ মনৰ মানুহ। অৰ্থাৎ তেওঁকেই প্ৰেমৰ প্ৰস্তাৱ দিব পাৰিব, 'Be my valentinc' বুলি শুভেচ্ছা দিব পাৰিব। কাৰণ ভেলেণ্টাইন ডেৰ শুভেচ্ছামূলক বাক্যশাৰী হ'ল 'Be my Valentine'.

১৬-১৭ শতিকাত ভেলেণ্টাইনছ ডেৰ জনপ্ৰিয়তা ইমানেই বাঢ়িল যে অবিবাহিত ডেকা-ডেকেৰীয়ে নিজৰ প্ৰিয়জনৰ ভালপোৱা পাবলৈ বিভিন্ন নীতি-নিয়ম পালন কৰিছিল। তেওঁলোকে দিনটোত মাত্ৰ এটি সিজোৱা কণী খাইছিল। ৰাতি শোবাৰ আগতে মূৰৰ শিতানৰ গাৰুৰ মাজত পাঁচখিলা 'বে' নামৰ গছৰ পাত চিলাই লৈছিল। অবিবাহিত গাভৰুসকলৰ বিশ্বাস আছিল যে এনে নিময় পালন কৰিলে— তেওঁলোকে নিজৰ পচন্দৰ স্বামী লাভ কৰিব।

অষ্টাদশ শতিকাত ফ্ৰান্সৰ যুৱকবোৰে সিহঁতৰ ৰমণী গাভৰুসকলৰ নাম কাগজ এডোখৰত লিখি কামিজৰ পকেটত সুমুৱাই লৈছিল। এই উৎসৱত হালধীয়া পোছাক পৰিধান কৰাটো সৌভাগ্যৰ কথা। কাৰণ হালধীয়া কালাৰটো হ'ল উৰ্বৰতাৰ প্ৰতীক, এতেকে ই লাকী কালাৰ!

## প্ৰথম ভেলেণ্টাইন দিৱসৰ পত্ৰ

ইতিহাসত লিপিবদ্ধ হোৱা প্ৰথমখন ভেলেণ্টাইন পত্ৰ প্ৰেৰণৰ প্ৰথম গৰাকী ব্যক্তি আছিল ফ্ৰান্সৰ অৰ্লিনছৰ ডিউক চাৰ্লছ। ১৪১৫ খ্ৰীষ্টাব্দত বিখ্যাত টাৱাৰ অব লণ্ডনত বন্দী হৈ থকা অৱস্থাতে চাৰ্লছে তেখেতৰ মৰমৰ পত্নীলৈ প্ৰথমখন ভেলেণ্টাইন দিৱসৰ প ত্ৰ প্ৰেৰণ কৰিছিল। ব্ৰিটিছ্ সংগ্ৰহালয়ত এই পত্ৰখন আজিও সংৰক্ষিত হৈ আছে।

ইংলণ্ডৰ প্ৰখ্যাত চিত্ৰকৰ কেথি গ্ৰিণৱেই প্ৰথমখন 'ভেলেণ্টাইন কাৰ্ড' প্ৰস্তুত কৰি উলিয়াই ব্যৱসায়িক ক্ষেত্ৰত। তেওঁৰ একোখন কাৰ্ড পাঁচৰ পৰা ৩৫ ডলাৰ মূল্যত বিক্ৰী হৈছিল।

১৭-১৮ শতিকাত হস্তনিৰ্মিত কাৰ্ডে যথেষ্ট প্ৰাধান্য পায়। অসামৰিক যুদ্ধৰ সময়তো আমেৰিকাত ভেলেণ্টাইন কাৰ্ডৰ জনপ্ৰিয়তা বাঢ়ে। যুদ্ধৰ মাজতো সৈনিকসকলে নিজৰ নিজৰ পত্নী, প্ৰেমিকা আদিলৈ ভেলেণ্টাইন পত্ৰ প্ৰেৰণ কৰিছিল।

১৭শতিকাত 'ভেলেণ্টাইন ৰাইটাৰ' নামেৰে অনেক কিতাপ প্ৰকাশ পাইছিল। কিতাপবিলাকত ভেলেণ্টাইন ডেত ব্যৱহাৰ কৰা অনেক কবিতা, ৰমন্যাসিক আৰু ৰসাল বাক্যাংশ আদিয়ে স্থান পাইছিল।

১৮ শতিকাৰ পৰা ব্যৱসায়িক ৰূপত ভেলেণ্টাইন পত্ৰ কিছুমান প্ৰকাশ পায়। প্ৰেৰণ কৰাৰ সুবিধাৰ্থে কাৰ্ডবোৰ সুন্দৰ ল'ৰা-ছোৱালীৰ ছবি, ফুলনি, এপাট কাঁড় বিদ্ধ হৃদয়ৰ ছবি প্ৰকাশ পাবলৈ ধৰিলে।

কুৰি শতিকাত ভেলেণ্টাইন পত্ৰৰ বাদেও অডিঅ' কেছেট, কাগজ, প্লাষ্টিকৰ ফুলৰ থোপা, পুতলা, চিল্কৰ ৰঙা ফিটা, মণি-মুকুতা, কুঁহিলাৰে নিৰ্মিত নানান সামগ্ৰী আদিয়ে বজাৰ ৰমৰমীয়া কৰি তুলিবলৈ ধৰিলে।

নতুন শতিকাটিত যুৱক-যুৱতীসকল অধিক ব্যস্ত হৈ পৰিছে ভেলেণ্টাইন ডেক স্বাগতম জনাবৰ বাবে। সকলোৱে বিচাৰে মাথো এখন — প্ৰেমময় জগতৰ 'Be my valentine.'

## অন্য এক ভেলেণ্টাইন .....

ভেলেণ্টাইনৰ নামৰ লগত ৰুডলফ্ গাম্খিল্মিৰ নামটোও জড়িত। ইটালীত ১৮৮৫ চনত জন্ম গ্ৰহণ কৰি, চলচ্চিত্ৰ জগতত ভৰি দি তেওঁ নাম ল'লে ৰুডলফ ভেলেণ্টাইন। জীৱন কালত তেওঁ বহুতো সুন্দৰী নাৰীৰ সান্নিধ্যলৈ আহিছিল। দুৰ্ভাগ্যবশতঃ ১৯২৬ চনৰ ২৪ আগষ্টত তেওঁৰ এক মটৰ দুৰ্ঘটনাত মৃত্যু হয়। চিকিৎসালয়ত তেওঁক ২০,০০০ মহিলাই আৱৰি ৰাখিছিল আৰু মৃতদেহ ৰখা কফিনত চুমা খোৱা নাৰীৰ সংখ্যা আছিল ১,০০০ তকৈ অধিক।

## দেশে দেশে প্ৰেমৰ উৎসৱ

ভেলেণ্টাইন দিৱসটো ভাৰতত প্ৰৱেশ ঘটে ব্ৰিটিছ সকলৰ শাসনৰ কালতে। প্ৰথমে এই দিৱসটো কেৱল মেট্ৰপলিটান চহৰবোৰতে সীমাবদ্ধ আছিল যদিও বৰ্তমান সমগ্ৰ দেশৰে যুৱক-যুৱতীৰ মাজলৈ ই আমদানি ঘটিছে। হৃদয়ৰ ছবি অংকিত বিভিন্ন কাৰ্ড, কাগজৰ ফুল, পুতলা, চকলেট আদি নানান উপহাৰেৰে এক ৰমৰমীয়া বজাৰ স্থাপন হৈছে। ভেলেণ্টাইন্ ডে'ৰ উপলক্ষ্যে ইংৰাজী, হিন্দী, আনকি অসমীয়া অডিঅ' কেছেটে বজাৰত কিনিবলৈ পোৱা যায়।

আজিৰ যুৱক-যুৱতীয়ে নিজৰ প্ৰিয়জনৰ প্ৰতি প্ৰেম নিবেদনৰ সৰ্বোৎকৃষ্ট সময় হিচাপে গণ্য কৰিবলৈ লোৱাৰ ফলত ভেলেণ্টাইন্ ডে'ৰ গুৰুত্ব আৰু জনপ্ৰিয়তা দ্ৰুত গতিত বাঢ়িছে। নতুন প্ৰজন্মই ১৪ ফেব্ৰুৱাৰীৰ এই দিনটো 'প্ৰেমৰ বিশেষ এদিন' বা 'প্ৰেম ভালপোৱাৰ দিন' হিচাপে পালন কৰিবলৈ লৈছে।

প্ৰেমৰ উৎসৱ ভেলেণ্টাইন্ ডেৰ আদৰো পাশ্চাত্য দেশসমূহত অধিক। ভেলেণ্টাইন ডেৰ স'তে প্ৰায়বোৰ দেশতে কিছুমান আমোদজনক পৰম্পৰা আৰু লোকবিশ্বাস জড়িত হৈ আছে। আমেৰিকাত ভেলেণ্টাইন ডেৰ দিনাখন প্ৰেমিকসকলে প্ৰেমিকাক ফুল আৰু চেনীৰে তৈয়াৰী কেণ্ডি, মিঠাই, মিছৰি উপহাৰ দিয়াৰ পৰম্পৰা আছে। এনেধৰণৰ উপহাৰৰ জৰিয়তে আমেৰিকাৰ প্ৰেমিক সকলে প্ৰেমিকাৰ সৈতে মিঠা সম্পৰ্ক স্থাপনৰ প্ৰতিশ্ৰুতি দিয়ে। ইংলেণ্ড আৰু ইটালীত

আন এক আমোদজনক লোক বিশ্বাস প্ৰচলিত। ভেলেণ্টাইন ডেৰ দিনা ৰাতিপুৱা সূৰ্য উদয় হোৱাৰ লগে লগে ইংলেণ্ড আৰু ইটালীৰ কুমাৰী নাৰীসকলে খিৰিকীৰ সন্মুখত থিয় দিয়ে আৰু সূৰ্যৰ প্ৰথম কিৰণত প্ৰত্যক্ষ কৰা প্ৰথম ব্যক্তিগৰাকীয়েই তেওঁলোকৰ জীৱনসংগী হ'ব বুলি বিশ্বাস কৰে। চীনত ভেলেণ্টাইন ডেৰ দিনাখন প্ৰেমিকে প্ৰেমিকাক চুমা খাব বিচাৰিব; কিন্তু প্ৰেমিকাই কোনো সঁহাৰি নিদি ঘোঁৰাত উঠি পলাই যাব। লগে লগে প্ৰেমিক যুৱকজনে আন এটা ঘোঁৰাত উঠি প্ৰেমিকাৰ পাছত দৌৰিব আৰু প্ৰেমিকাক ধৰিব পাৰিলে চুমা খাব পাৰিব। তেতিয়া প্ৰেমিকাই প্ৰেমিকক কৃত্ৰিম খঙেৰে চাবুক দেখুৱাই আৰু প্ৰেমিক যুৱকজন লগে লগে ঘোঁৰাত উঠি পলাই যোৱাৰ নিয়ম। ইৰাণৰ দৰে ৰক্ষণশীল সমাজ ব্যৱস্থাৰ দেশতো ভেলেণ্টাইন ডে পালন কৰা হয় পৰম্পৰাগতভাৱে। ইৰাণৰ প্ৰেমিক যুৱকসকলে ভেলেণ্টাইন ডেৰ দিনা হাতত ৰঙা গোলাপ লৈ যুৱতীসকলৰ দৃষ্টি আকৰ্ষণ কৰাৰ চেষ্টা কৰে আৰু যুৱতীগৰাকীয়ে উক্ত যুৱকজনক প্ৰেমিক ৰূপে পচন্দ কৰিলে লগে লগে হাতৰ আঙুলিৰে সঁহাৰি জনোৱাৰ নিয়ম।

ব্ৰাজিলত প্ৰেমিক-প্ৰেমিকাসকলে ভেলেণ্টাইন ডেৰ দিনা গীৰ্জাঘৰলৈ গৈ প্ৰথমে আজীৱন একেলগে থকাৰ বাবে প্ৰতিশ্ৰুতিবদ্ধ হৈ তেওঁলোকৰ প্ৰেম দীৰ্ঘস্থায়ী হোৱাৰ বাবে ভগৱানক প্ৰাৰ্থনা কৰে। প্ৰাৰ্থনাৰ পাছতে প্ৰেমিক-প্ৰেমিকাই দীৰ্ঘ সময়ৰ বাবে গভীৰ চুম্বনত লিপ্ত হয়। ৰাছিয়াত ভেলেণ্টাইন ডেত প্ৰেমিকে প্ৰেমিকাক গোলাপ ফুল দিয়াৰ নিয়ম প্ৰচলিত। জাপানত ভেলেণ্টাইন ডে উদ্‌যাপনৰ ধৰণ সকলোতকৈ সুকীয়া। কৰ্মব্যস্ততাৰ মাজত প্ৰেমৰ সুযোগ-সুবিধা কমকৈ লাভ কৰে বাবে জাপানৰ যুৱক-যুৱতীসকলে এতিয়া ভেলেণ্টাইন ডেৰ দিনাখন যথেষ্ট ব্যয়েৰে দিনটো উপভোগ কৰে। জাপানৰ প্ৰেমিক-প্ৰেমিকাসকলে এতিয়া এই বিশেষ দিনটো উপভোগ কৰে 'লাভ হোটেল' সমূহত নৈশ যাপন কৰি। স্বাভাৱিকতে জাপানৰ তৰুণ-তৰুণীসকলে ভেলেণ্টাইন ডেৰ দিনাখন প্ৰেমতকৈ মুক্ত যৌনতাকহে অধিক গুৰুত্ব দিয়ে। ভেলেণ্টাইন ডেত প্ৰেমিক-প্ৰেমিকাই হালধীয়া ৰঙৰ পোছাক পিন্ধা সকলো দেশতে প্ৰচলিত এটি নিয়ম। ভাৰতত ভেলেণ্টাইন ডে তেনেই চালুকীয়া। সেয়ে এই বিশেষ দিনটোক লৈ ভাৰতীয় প্ৰেমিক-প্ৰেমিকাসকলেও প্ৰেমৰ এই বিশেষ দিনটোত আজীৱন একেলগে

থকাৰ বাবে প্ৰতিশ্ৰুতিবদ্ধ হৈ ইজনে-সিজনক শুভেচ্ছা জনোৱা, উপহাৰ দিয়াৰ নিয়ম এটা ইতিমধ্যে জনপ্ৰিয় হৈ উঠিছে।

## প্ৰেমৰ স্তবক

মনত ৰাখিব —

- *প্ৰেমে তোমাক প্ৰেমৰ বাহিৰে আন একো নিদিয়ে, ই তোমাৰ পৰা প্ৰেমৰ বাহিৰে আন একো গ্ৰহণো নকৰে।*
- *প্ৰেমে অধিকাৰ কৰি একো ধৰি নাৰাখে আৰু প্ৰেমকো অধিকাৰ কৰি ধৰি ৰাখিব নোৱাৰি, কাৰণ প্ৰেম প্ৰেমৰ কাৰণেই যথেষ্ট।*
- *তুমি যেতিয়া প্ৰেমত পৰা তেতিয়া তুমি নক'বা যে 'ভগৱান মোৰ হৃদয়ত আছে,' বৰঞ্চ ক'বা যে মই ভগৱানৰ হৃদয়ত আছোঁ'।*
- *আৰু নাভাবিবা যে তুমি প্ৰেমক পথ দেখুৱাব পাৰিবা, কিয়নো তোমাক উপযুক্ত বুলি ভাবিলে প্ৰেমেই তোমাক বাট দেখুৱাব।*

## প্ৰেম হৈছে এখন নিচান

মানুহ জীয়াই আছে, বসবাস কৰিছে, সমাজ পাতিছে। কথা পাতিছে। খোজ কাঢ়িছে, হাঁহিছে এইবোৰ একেলগেই কৰিছে। ইয়াৰ কাৰণ প্ৰেম। প্ৰেম আছে বাবেই ই সম্ভৱপৰ। প্ৰেম আছে বাবেই মানুহ একেলগে জীয়াই থাকিব পাৰিছে। প্ৰেম হৈছে এখন অদেখা নিচান। দেহৰ অণুৱে অণুৱে এই নিচান উৰি আছে। এখন দেশৰ এখন নিচানে যিদৰে দেশখনক ঐক্যবদ্ধ কৰি ৰাখে ঠিক সেইদৰে মানুহৰ মনৰ মাজত যদি প্ৰেমৰ নিচান একোখন একেলগে উৰি নাথাকে প্ৰেম মেৰুদণ্ডহীন হৈ পৰিব। উমাদিহ হেৰুৱাই পেলাব। দিগভ্ৰান্ত হৈ পৰিব। জীৱন হৈ পৰিব অনুজ্জ্বল।

## প্ৰেম হৈছে জীৱন

খাদ্য লাগে জীয়াই থাকিবলৈ। প্ৰেম হৈছে জীৱনক শক্তি দিব পৰা এবিধ সুষম [illegible] ইন্ধন যোগায়। কাৰণ প্ৰেমেইহে সৰ্বস্ব। প্ৰেম [illegible] [illegible] প্ৰতিটোৱেই। প্ৰতিটো বস্তুৱেই প্ৰেমৰ স্বাক্ষৰ। ইয়াত খাদ্য জীৱনেই। [illegible] নিজেই এক প্ৰেম।

## প্ৰেম হৈছে সুমধুৰ সংগীত

এবাৰ যদি এই সংগীতৰ প্ৰভাৱ গাত পৰে বা লাগে প্ৰতিজনৰ ক্ষেত্ৰত অনুৰাগ হয়, আসক্তি হয়, উদ্বেগ হয়। কেতিয়াবা ইয়াৰ অবিহনে নিদ্ৰাও নহয়। এই বৃহৎ অনুৰাগ, যিমানেই ক্ষতি হয় তথাপি জীৱন বাসনাই জীৱনক কৰি তোলে সুবৃহৎ।

## প্ৰেম হৈছে ঐক্যতান

কেৱল প্ৰেম আছে বাবেই মানুহে মানুহক ভাল পায়। ক্ষমাও কৰা হয়। সহায়ও কৰে এজনে এজনক। সৃষ্টি কৰে বিনন্দীয়া পৃথিৱী। প্ৰেম হৈছে এক আত্মপক্ষ ল'ব পৰা এখন ঢাল। হিংসাক প্ৰতিৰোধ কৰাত, ঈৰ্ষাক দমন কৰাত আৰু প্ৰতিহিংসাক নিৰ্বাসন দিয়াতো লাগে প্ৰেম।

## প্ৰেম হৈছে আনন্দ

প্ৰেম মানে ভগৱানে প্ৰদান কৰা আনন্দ মেলা। প্ৰেম নহ'ল যদি প্ৰকৃত সুখৰ উৎসও বিচাৰি পোৱা নগ'ল। আনন্দৰ প্ৰকাশো নহ'ল। দুখৰ পৃথিৱীৰ পৰা প্ৰেমে বৈ যায় যাদুৰ দেশলৈ।

## প্ৰেম অগ্ৰগতি

দিনবোৰ যদি প্ৰেমময় হয়, প্ৰেমক্ত দিনত উন্নতি প্ৰতিদিনেই। কাৰণ এই পথচোৱাত অন্তফগ্নু হৈ আছে চিৰ সুন্দৰৰ ধুনীয়া হাতৰ পৰশ। তাত ভয় নাই, দুখ নাই — য'ত আছে প্ৰেম তাত মাথো আপ্ৰায়ন আৰু উন্নতিৰ বিশালতা।

## প্ৰেম হৈছে উদ্যম

প্ৰেমৰ অবিহনে মানুহ উৎসাহী হ'ব নোৱাৰে। মৃত্যুৰ লগতো প্ৰেমহাৰা ই কেতিয়াও মুখামুখী হ'ব নোৱাৰি। মৃত্যুৰ কোলাত [illegible] হ'ব নোৱাৰি।

## প্ৰেম হৈছে শব্দ

শব্দৰ অবিহনে প্ৰেম হ'ব নোৱাৰে। প্ৰেম যদি নাই তাত কোনো শব্দ নাই। প্ৰেম এক সুৰীয়া শব্দ। এটি সুন্দৰ ব্যঞ্জনা, এটি অনুপম উপলব্ধি। এটি সুন্দৰ স্পৰ্শকাতৰ কম্পন, শেযত অতবোৰ সমষ্টিৰে এটি সুমধুৰ সংগীত।

## প্ৰেম অৰ্ন্তমুখী

প্ৰেম অহৰহ বৈ আছে, অতীতৰ পৰা বৰ্তমানলৈকে আৰু বৰ্তমানৰ পৰা অনাগত পৰ্যন্ত। বয়স বা সময়ৰ কোনো লেখ-জোখ নাই। প্ৰেমৰ বলিষ্ঠ নমুনা জীৱন যে অন্তৰ্মুখী। জীৱনেই জ্বলন্ত প্ৰমাণ প্ৰেম অন্তঃফল্গু। প্ৰেমে বয়স নামানে। সময় নামানে। জয়-পৰাজয় নামানে। কাৰণ ই সদা অন্তৰ্মুখী।

## প্ৰেম প্ৰাৰ্থনা

দেৱ চৌধুৰীয়ে কৈছে — "প্ৰেম এক প্ৰাৰ্থনা" য'ত প্ৰেম নাই তাত জানো প্ৰাৰ্থনা থাকে? প্ৰাৰ্থনা য'ত নাই তাত জানো প্ৰেম থাকিব পাৰে? ভালপোৱাৰ ধনাত্মক দিশটো ভালপোৱাৰ শক্তিয়েই উত্তোলন কৰে। প্ৰাৰ্থনাৰ মাজত প্ৰেম সন্নিবিষ্ট। প্ৰেমৰ সফলতা আৰু পূৰ্ণতা ভগৱানক কৰা প্ৰাৰ্থনাৰ মাজতে বিদ্যমান।

* * * * *

# অসমীয়া প্ৰেমৰ কবিতা

প্ৰেম সাহিত্যৰ সঞ্জীৱনী স্বৰূপ। ভিক্টোৰীয়ান যুগৰ সাহিত্যৰ মূল উপজীব্য আছিল— নাৰী-পুৰুষৰ প্ৰেম। ৰবাৰ্ট ব্ৰাউনিং, শ্বেলী, কীটছ, টি এছ এলিয়েট, গ্যেটেৰ কাব্য সৃষ্টিৰ আঁৰত আছিল প্ৰেম। ডান্টে, টলষ্টয়, শ্বেক্সপীয়েৰৰ পৰা ধৰি বৰ্তমান অৰুন্ধতী ৰায়, খুশৱন্ত সিঙ আদিলৈকে সাহিত্য সৃষ্টিৰ মূল উপজীব্য হ'ল প্ৰেম। আৰ্নেষ্ট হেমিংৱে, বালজাক আদিৰ ক্ষেত্ৰতো দেখা যায় সাহিত্য উত্তৰণৰ একমাত্ৰ পথটি যেন নৰ-নাৰীৰ প্ৰেমৰ আধাৰতে নিৰ্মিত আছিল।

**মায়াক'ভস্কিয়ে কৈছিল**— 'মই কবি, মনে-প্ৰাণে কবি আৰু কবিতাৰ ভাষাই হ'ল মানুহৰ প্ৰাণৰ ভাষা, জীৱনৰ ভাষা।'

**চাৰ্লি চেপলিনে কৈছে** — "কবিতা হ'ল পৃথিৱীলৈ লিখা এক প্ৰেমৰ চিঠি।"

আকৌ **হাৰ্গনেভে কৈছে** — "তৰাবিলাক আকাশৰ কবিতা পৃথিৱীৰ কবিতা নাৰী।"

প্ৰাচ্য আৰু পাশ্চাত্য সমাজত কাব্য সৃষ্টিত নাৰী আৰু প্ৰেমৰ স্থান বহু উৰ্দ্ধত। আমাৰ অসমীয়া কবিতাতো নাৰী আৰু প্ৰেমৰ যুগল বন্দনা পোৱা যায়। বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, অম্বিকাগিৰী, দেৱকান্ত বৰুৱা, গণেশ গগৈ, হীৰেন ভট্টাচাৰ্য.... আদি কবিয়ে কবিতাৰ মাজেদি প্ৰেমৰে জয়গান গাইছে। কেইটামান অসমীয়া প্ৰেমৰ কবিতাৰ পংক্তি উল্লেখ কৰা হ'ল।

**বেজবৰুৱাই কৈছে** — প্ৰেমত ঘূৰিছে ভূমণ্ডল
প্ৰেমত ফুলিছে শতদল।

. ... ....

**বিশ্বাসে আনন্দ দিলে**
**প্ৰেমেৰে যৌৱন,**
**বয়সে সকলে বুঢ়া**

পাপেহে উচন।

...........

গোলাপে শুৱাই সুন্দৰ ফুলনি।
প্ৰেমে শুৱাই মানুহৰ জীৱনী।।

.............

যি প্ৰেমত লৰচৰ সি প্ৰেম নহয়,
যি ভক্তিত ভাঁজ আছে, ভক্তি কোনে কয়?"

............

চন্দ্ৰ কুমাৰ আগৰৱালা ঃ সুন্দৰৰ আৰাধনা তোমাতে অৰ্পিম
প্ৰাণৰ আকাংক্ষা মোৰ হ'ব একে মুখী।
মানৱী জনম হ'ব সৌভাগ্যৰে পুৰ
আনন্দৰ নিজৰণি তুমি প্ৰাণমোৰ।।
(জীৱনৰ লগৰীয়া)

...... ......

প্ৰেমৰ আগত কিবা দুখ,
কিবা মৃত্যু? প্ৰেম মৃত্যুঞ্জয়ী।
...... প্ৰেমেই যে শান্তি জগতৰ।
(শান্তি)

হেমচন্দ্ৰ গোস্বামী ঃ কুকুৰা ঠেঙীয়া, এই আখৰ কিটিত
যি অমিয়া ঘঁহা আছে ক'তো আৰু নাই।
য'ত সুগে চুমা খাওঁ নালাগে আমনি
হৃদয়ত হেপাহৰ ভোটাতৰা জ্বলে।।
(প্ৰিয়তমাৰ চিঠি)

যদুনাথ চৌধাৰী ঃ প্ৰেম অভিলাষী মই প্ৰেমৰ বলিয়া
প্ৰেমেইহে লক্ষ্য জীৱনৰ।

............ ............ ............

প্ৰেমৰ আধাৰ প্ৰেম পাৰাপাৰ

ক্ষুদ্ৰ হিয়াখনি তোৰ,
প্ৰেমৰ তৰঙ্গ, তুলি তালে তালে
জগত পেলালি জুৰ।।

(কেৎকী)

তোমাৰ দুচকু সখি
পুৱতীয়া তৰা,
মৰতত বই যায়
প্ৰেমৰ নিজৰা।

...........

তোমাৰ দুচকু সখি
প্ৰেমিকৰ আশা,
অলক্ষে হিয়াত জাগে
মৰমৰ ভাষা।। (যুগল তৰা)

...... ...... ......

**জ্যোতিপ্ৰসাদ আগৰৱালা ঃ কোন সুন্দৰ তুমি, কল্পনা পাৰত মোৰ**
**বজোৱা অমিয়া বীণ?**
**চিৰ অতৃপ্তিৰ বাসনা হিয়াৰ**
**যাৱনে তোমাৰ সুৰতে লীন?**
**(চিত্ৰলেখা আৰু অনিৰুদ্ধ)**

**সূৰ্যকুমাৰ ভূঞা ঃ হৃদয়ৰ প্ৰাণৰ দুৱাৰ**
**জোকাবিলো ক'ত শতবাৰ**
**তেওঁচোন নোখোলে এবাৰ**
**হেৰুৱালো জোনালী সঁচাৰ। (দুৱাৰ)**

**পাৰ্বতী প্ৰসাদ বৰুৱা ঃ মোৰ এই চনকা বুকুৰ পৰা এডুখৰি ভাঙি লই,**
**সঁচাকৈয়ে নেকি তুমি গুচি**

গ'লা গই ?

..... কান্দোন নুফুটা এই হিয়াখনি

মোৰ

ভাঙি চুৰমাৰ কৰি .....।। (মৰণ মাধুৰী)

**গণেশ গগৈ ঃ** "বিলত তিৰেবিৰাই পদুমৰ পাহি ঐ"

কোনে গায় মৌ সনা সুমধুৰ গান .......... । (পাপৰি)

প্ৰেমে নিবিচাৰে বিৰহ মিলন

বিচাৰে বুকুৰ আপোন সুৰ

প্ৰেমৰ কাষত জগতখনেই

যাউতিযুগীয়া অলকা পুৰ।।

... ... ....... ........

নকৰিবা ভয় সখি প্ৰেমময়

জগতত

পৰাণে নুবুজে যদি পৰাণৰ

মোল,

অলিয়া বলিয়া হই ক'লীয়া

ভোমোৰা আহি

কাঁইটীয়া গোলাপৰ নিবিচাৰে

ফুল।।

(পাপৰি)

**দেৱকান্ত বৰুৱা ঃ** অতপৰে আহিলা লাহৰি ? বাট চাই আছো তোমাল'কে

অথনিৰে পৰা;

লুকাই আহিছে ? ভয় নাই নেদেখে

কেনেও, জোনবাই

ঢাৱৰে আৱৰা

.... ......

যৌৱন যৌৱন সৃষ্টিৰ মৌবন।

**অনাগত জীৱনৰ অনাহুত গান।।**

....... ......... ......

**মোৰ ই অন্তৰখনি সাগৰৰ দৰে নীলা**
**বেদনাৰ**
দেখা নাই তুমি?
....
**প্ৰেমৰ পোহৰ দীপ্ত মোৰ হিয়া-আকাশত,**
দেখিছা নে
**ৰঙৰ উছৱ**? (সাগৰ দেখিছা)

... ....

... প্ৰথম জগালো ময়ে তন্দ্ৰালাসা
গাভৰুক মনোৰমা!
হিয়াত তোমাৰ।
(কলঙ পাৰত মাজনিশা)

.... .....

তুমি গোলাপৰ আজি লভিছো পৰশ প্ৰিয়া!
কাঁইটৰ শংকা মোৰ নাই।

...

গোলাপৰ পৰশত বিচাৰো প্ৰিয়াৰ
স্পৰ্শ, মলয়াত
প্ৰিয়াৰ বাতৰি। (অসাৰ্থক)

.... ......

আমিও মৰহি যাম? অসাৰ্থক প্ৰেম
মোৰ? পাপ মাথো
এই চুমাচুমি?

....

তুমি আৰু মই সজা প্ৰেমৰ পৃথিৱীখনি
মৃত্যু তাৰ সীমা।।

**যতীন্দ্ৰ নাথ দুৱৰা :** ধৰা প্ৰিয়তম প্ৰাণৰ পিয়লা
জীৱন মদিৰা ভৰাই দিয়া,
অতীত ভৱিষ্য শোক দুখ ভয়
আজিৰ ভাবনা উটাই নিয়া (ওমৰ তীৰ্থ)
....
মোৰ এই হিয়াখনি জেতুকা পাতৰ দৰে
সেউজীয়া বননিৰ বৰণেৰে ঢকা;
অন্তৰ জ্বলোৱা ছবি অতীতৰ স্মৃতি ল'ই
বুকুৰ তেজেৰে আছে অন্তৰতে অঁকা।।
(শূন্য পৰিচয়)
......

**ৰত্নকান্ত বৰকাকতি :** .... সি দুটি ওঁঠৰ ৰাঙলি আভাত
বাগৰি পৰিছে যি
সুধাৰ লহৰ....।।
(....ওঁঠত মিলন)
যি দিন হন্তে,
চকু ছাট মাৰি
তুমি উজলিলা
মোৰ,
সেই দিন ধৰি
যেন নিলা হৰি
তিল্ তিল্ কই
সকলোবোৰ। (বিশ্বহৰণ)
..... ......

**শৈলধৰ ৰাজখোৱা :** কি আছে কি দিম প্ৰীতি উপহাৰ?
মেলি দিলো মোৰ হৃদয়ৰ দুৱাৰ...'.
(হোমৰ কাযত)

**অম্বিকাগিৰি ৰায়চৌধুৰী :** **তুমি লাজৰ ৰাঙলী আভা**
গাভৰুৰ গোলাপী গালত;
**তুমি শান্তিৰ জিৰণি খিনি**
চেনেহী বাহুৰ তলত।।
(তুমি)
..... .....
যি বেদনাৰ তপত চুমাত
সৃষ্টি উঠে জাগি,
জীৱন জুৰি প্ৰেম প্ৰেম-সোঁত সোঁত বয়
বিষম মৰণ লাগি,—
.....

হেম বৰুৱা : মৰমৰ
এয়া মম এডাল জ্বলাই লৈছো
আজি বহুত দিনৰ
মূৰত তোমালৈ চিঠি লেখো বুলি
বাহিৰত উৰুঙা বতাহজাকে
মমডাল আহি
কোবাই ছেহি।....চাওঁ খিৰিকিখন
জপাই দিওঁ।......
সাত বছৰৰ আগৰ কথাবোৰ
তোমাৰ বাৰু মনত
আছেনে? আমি যে নতুন
জীৱনটোৰ পাতনি
মেলিছিলো। ..... মোৰ গাত
সেই অচিনাকি নিচা
বাৰুকৈয়ে লাগিছিল।। (মমতাৰ চিঠি)
......

**আনন্দ চন্দ্ৰ বৰুৱা ঃ** নালাগে, নালাগে, একোকে নালাগে
শেষ কৰি মোৰ সকলো মাথোন
সৰ্ব নগ্ন কৰি
কৰি দিয়া মোক
তোমাৰ প্ৰেমত মগ্ন। (প্ৰেমৰ কাৰণে)

**মহেন্দ্ৰ বৰা ঃ** সপোন দেখি দেখি তুমি শুই
থাকা, কেৰেণী কবি!
এটা শতিকাৰ পাচত,
তোমাৰ কবৰৰ ওপৰত পিয়নে
চিঠি থৈ যাব!
চিঠি আহিবই।
"মৰমৰ শ্যেলী! পাৰৰ উপকূল
ছয়াময়া জানো আমাৰ?"
..... (কেৰেণী শ্যেলীৰ চিঠি)

**নৱকান্ত বৰুৱা ঃ** বাৰিষাৰ ৰাতি তোমাৰ কবিক
মনত পৰেনে, অৰুন্ধতী?
সেমেকা পোহৰে, সোঁৱৰাই দিয়া
তোমাৰ খোপাৰ আবেলি
আবেলি গোন্ধ
মনত পৰেনে,
অৰুন্ধতী? (মনত পৰনে অৰুন্ধতী)
......
জোঙা জোঙা আঙুলিত হে
নাৰী তোমাৰ
বিধাতাই দিলে যাঁচি
**পুৰুষৰ .....।।**
**মৰমৰ বেহা চলে, তৃপ্ত হয়**

জীৱনৰ খুচুৰা গ্ৰাহক;
প্ৰেমৰ দেৱতা নিৰুপায়।
(ক্ৰুচত ডন্ জুৱান)

....

**ৰাম গগৈ ঃ** মই
অনুভৱতেই আঁকি দিও
মোৰ জোনাকী সখীৰ
দুখনি পদুম-ওঁঠত
ক্ষণিকৰ
এটি দুটি
পলৰীয়া চুমা। (মোৰ অনুভৱৰ মাজত)
সাদৰী মোৰ
হে মোৰ অনুভৱৰ সখী
তুমি বিজুলী হোৱা, কেৱল
বিজুলী হোৱা
আৰু
দগ্ধ কৰা মোৰ হৃদয়। (তুমি য'তেই নাথাকা।)

...... .....

হীৰেন ভট্টাচাৰ্য ঃ জানো সঠিক, তেজৰ সমুদ্ৰত আছে প্ৰেমৰ দ্বীপ।
উপমাৰ নকৰো অপচয়, প্ৰেম
নিৰ্জনতাৰেই-প্ৰতীক।। (জানো সঠিক)

.....

প্ৰেমৰ কথাতো আৰু আনক
ক'ব নোৱাৰি।
নিশ্বাসৰ দৰে নিঃশব্দে ই যেন
বিচাৰি ফুৰে
শব্দ বৰ্ণ আৰু পোহৰৰ উৎস।

.....

এটাই মাথোঁ কামিজ।
তাৰো ছিগো ছিগো চিলাই
প্ৰেম নিশ্চয় এনেকুৱাই
আৰৰণ খুলি হৃদয় জুৰায় (ভোগালি)

......

ভঙা কলিজাত কোনে বিনাইঃ
কবিতা মোৰ দুখৰ ঋতুৰ এপাহ
খৰিকাজাই। (জোনাকী মন)

.......

**নীলিম কুমাৰ ঃ** ...... তেজত মাটি।
হাড়ত আকাশ।
....... তুমি মৰিশালিত গান গাব পাৰা।
তুমি চুলিৰ মাজত
সাঁচি ৰাখা পাক খোৱা বতাহ। (নাৰী)

.......

আকৌ মোৰ হৃদয়ৰ দুৱাৰ
মুখত ভৰি দিছে
প্ৰেমৰ সৈন্য দুখৰ সৈন্য
কাৰণ হৃদয় মোৰ প্ৰেম আৰু দুখৰ (হৃদয়)

.........

**বিপুলজ্যোতি শইকীয়া ঃ** মই তেওঁক মোৰ মুখবোৰ দেখুৱালো;
তেওঁ ক'লে; নদীৰ দৰে তোমাৰ মুখ।
মই তেওঁৰ হাতত তুলি দিলো
মোৰ সকলো ঠিকনা
তেওঁ ক'লেঃ আকাশৰ দৰে
তোমাৰ ঠিকনা।
মই তেওঁক মোৰ সকলো

অন্ধকাৰ দেখুৱালো।
তেওঁ আঁকি দিলে এটি চুমা।
(ভালপোৱা)

.....

চন্দ্ৰধৰ বৰুৱা ঃ ওপৰে আকাশ নীলা দেখি মন মোহ যোৱা;
তলত বননি শ্যাম দেখি চকু
জুৰ হোৱা
আছে নে মনত সেই,
যমুনা পাৰত গৈ,
ভালপাওঁ বুলি দুয়ো সৰল শপত খোৱা?
(স্মৃতি)

.......

সেইদৰে চণ্ডীদাসৰ ৰচনাত পোৱা যায় —
তুমি ৰজকিনী আমাৰ ৰমণী
তুনি হওঁ পিতৃ-মাতৃ
ত্ৰিসন্ধ্যা ভজন তোমাৰি যাজন
তুমি বেদ-মাতা গায়ত্ৰী।।

..... .....

শুধ বিধাতাৰ সৃষ্টি নহ তুমি নাৰী
পুৰুষ গঢ়েছে তোমাৰ
প্ৰেম অধিকাৰী,
আপন অন্তৰ হতে .....
লজ্জা দিয়ে, সজ্জা দিয়ে,
দিয়েক ভাবনা
অৰ্দ্ধেক মানৱী তুমি
অৰ্দ্ধেক কল্পনা।। — ৰবীন্দ্ৰ নাথ ঠাকুৰ

পিৰীতি ৰসৰ জুতি বুজা তুমি —
প্ৰেমৰ প্ৰবৰ ৰসিক সখি
কেনেকৈ বাৰু আগুৱাবা আৰু উদং
দেহৰ মূৰতি দেখি (মেঘদূত)

......

সূৰ্যৰ চেয়ে আকাশেৰ নক্ষত্ৰেৰ থেকে
প্ৰেমেৰ প্ৰাণেৰ শক্তি বেশি,
তাই ৰাখিয়াছে তোক
পাখিৰ মায়েৰ য'ত প্ৰেম এসে
আমোদেৰ বুকু
সুস্থ কৰে দিয়ে গেছে আমাদেৰ
ৰক্তেৰ অসুখ।। — জীৱনানন্দ

..... .....

যৌৱনৰ কাব্যলাপৰ গোপন ৰহস্য
হৈছে প্ৰেম,
তোমালোকে যি প্ৰেমৰ জগতৰ
খবৰ নেৰাখা—
এই কথা জানি লোৱা যে
জীৱন কেৱল প্ৰেম।। — ওমৰ খৈয়াম।

.....

**জুনুক কৰি বাজিল জুনুকা**
**"চেনি মৰা বাগিচাৰ চিঠি লৈ**
**কোবাল খোজেৰে**
**গুচি গ'ল ডাকোৱাল**
**গছে গছে হেপাহৰ নতুন কমাল (সুগন্ধি পখিলা)**

**(এই প্ৰেমৰ কৱিতাবিলাক প্ৰেমপত্ৰত ব্যৱহাৰ কৰিব পাৰে— প্ৰেমিক-প্ৰেমিকাই)**

বিখ্যাত ব্যক্তিৰ প্ৰেমপত্ৰ

# এখন প্ৰেমৰ পৃথিৱীৰ সন্ধানত

## হৃদয়ৰ লিখিত সংলাপ ৰুক্মিণীৰ পৰা হেমচন্দ্ৰ গোস্বামী লৈ —

প্ৰেম হ'ল মানৱ জীৱনৰ আধাৰশিলা প্ৰেমেই মানুহৰ জীৱন। প্ৰেমেই মানুহৰ জীৱনলৈ ৰং-বিৰং আনি দিয়ে। প্ৰেমক কোনেও অস্বীকাৰ কৰিব নোৱাৰে। জন ডনে কৈছিল — "চুমাতকৈ চিঠিয়ে প্ৰেমিক-প্ৰেমিকাৰ মিলন গাঢ় কৰে।"

প্ৰেম নিবেদনৰ বাবে প্ৰথম খোজটিয়ে হ'ল প্ৰেমপত্ৰ। ইংৰাজীত 'Love letter'। য'ত হৃদয়ৰ ভাষা থাকে। য'ত ডেকা-গাভৰুৰ একাঁজলি মৰম থাকে আৰু য'ত থাকে প্ৰেম প্ৰকাশৰ প্ৰস্তাৱ। প্ৰেমপত্ৰ হ'ল লিখিত ৰূপত থকা অনুভৱৰ স্বৰলিপি। য'ত থাকে, প্ৰেমিক - প্ৰেমিকাৰ দেহৰ ভাষাৰ পৰিবৰ্তে মনৰ খবৰ। প্ৰেমপত্ৰ হ'ল মনৰ ভাষাৰ সৰ্বোত্তম লিখিত প্ৰকাশ।

প্ৰেমপত্ৰ হ'ল মৰম ভালপোৱা নিবেদনৰ এক পুৰণি কলীয়া মাধ্যম। প্ৰেম পত্ৰৰ প্ৰথম প্ৰচলত ক'ত বা কেতিয়া হৈছিল তাক সঠিক জনা নাযায়। ইতিহাস বিচাৰি চালে গম পোৱা যায় যে সম্ভৱতঃ ৰুক্মিণীয়ে শ্ৰীকৃষ্ণলৈ দিয়া প্ৰেমপত্ৰ খনেই প্ৰেমপত্ৰ ইতিহাসৰ প্ৰথম প্ৰেমপত্ৰ।

শ্ৰীকৃষ্ণ হৈছে প্ৰণয় আৰু স্নেহৰ সফুঁৰা। ষোল্ল হাজাৰ গোপীৰ প্ৰত্যেকৰ লগত বিশ্ব ইতিহাসৰ প্ৰথম প্ৰেম পূজাৰী শ্ৰীকৃষ্ণই দ্বাপৰ যুগতে 'য'ত গোপী ত'ত কৃষ্ণ' হৈ বৃন্দাবনত 'প্ৰেমলীলা পাতিছিল। জলকেলি কৰিছিল।

মহাকাব্যৰ পৰা জনা যায় যে, ভগৱান শ্ৰীকৃষ্ণৰ প্ৰেমত মত্ত হৈ ৰুক্মিণীয়ে বেদনিধিৰ হাতত কৃষ্ণলৈ প্ৰেমপত্ৰ প্ৰেৰণ কৰিছিল। তেতিয়া কাগজ, কলম, চিয়াঁহীৰ আবিস্কাৰ হোৱা নাছিল। তেতিয়া গছৰ বাকলি, জন্তুৰ ছাল, ভূজপত্ৰ,

আদিত ম'ৰাৰ পাখিৰে ফল-মূলৰ ৰসেৰে প্ৰস্তুত কৰা বিশেষ ৰঙেৰে লিখাৰ ব্যৱস্থা আছিল। ভীস্মক ৰজাৰ জীয়ৰী কুণ্ডিলৰ ৰুক্মিণী দেৱীয়ে সখী মদনাৰ উপদেশ মৰ্মে প্ৰেমিক শ্ৰীকৃষ্ণলৈ ভূজপত্ৰত শিলিখাৰ গুড়িৰ ৰঙেৰে 'প্ৰথম প্ৰেমপত্ৰ' লিখিছিল। চিঠিৰ বাহক আছিল বেদনিধি বাপু।

## ৰুক্মিণীৰ প্ৰেমপত্ৰ

"স্বস্তি শ্ৰী পৰমেশ্বৰ শ্ৰী শ্ৰী কৃষ্ণ চৰণ সৰোৰুহেষু, স্বস্তি শ্ৰী পৰমেশ্বৰসকল সুৰাসুৰ বন্দিত পদ পদ্ম।

প্ৰপন্ন জনতাৰণ নাৰায়ণ শ্ৰী শ্ৰী কৃষ্ণচৰণ সৰোৰুহেষু। ৰুক্মিণ্যাঃ সহস্ৰ প্ৰণাম লিখিলম্। শিৱমিহ নিবেদাঞ্চা-হে স্বামী ভিক্ষুকৰ মুখত তোমাৰ ৰূপ গুণৰ বৰ্ণনা শুনি কায়বাক্য মনে বিবাহৰ নিমিত্তে পতি হিচাপে তোমাকেই বৰণ কৰিছো। এতিয়া পাপী শিশুপালে মোক বিবাহ কৰিবলৈ আহিছে। যেনেদৰে সিংহৰ ভাগ নিবলৈ লুকাই লুকাই শৃগাল আহে। তাকে দেখিহে স্বামী, এই কথা বুজি নিজৰ দাসীক অতিশীঘ্ৰে পলুৱাই নিয়াহি প্ৰাণনাথ।"

যদি ভাবিছে তাই অন্তেষপুৰত থাকে মই কেনেদৰে লগ পাম, তেন্তে উপায় কওঁ শুনক — স্বয়ম্বৰৰ দিনা মই ভবানীৰ মঠলৈ যাম। সেই সময়তেই আপুনি মোক হৰণ কৰিব। যদিহে হেলা কৰি মোক নিনিয়া তেন্তে তোমাৰ ওপৰত অভিমান কৰিয়েই প্ৰাণত্যাগ কৰিম। পাপী শিশুপালৰ ছাঁটোকো মই মোৰ ওচৰলৈ আহিবলৈ নিদিওঁ। এই কথা জানি দীন দাসীক নাথ উদ্ধাৰ কৰাহি।

তৱ চৰণ সৰোৰুহ কিং বহু লেখ্যমিতি পত্ৰ মিদম।

"ৰুক্মিণী"

(উৎস — শংকৰদেৱৰ "ৰুক্মিণী হৰণ"ৰ পৰা)

* * * *

## শকুন্তলাৰ প্ৰেমপত্ৰ

কালিদাসৰ নাটকত সুন্দৰী বিদ্যাধাৰীসকলে ভূজপত্ৰত প্ৰেমপত্ৰ লিখাৰ কথা উল্লেখ আছে।

মদনৰ পঞ্চবাণে সকলো যৌৱনকে স্পৰ্শ কৰে। স্পৰ্শ কৰিলে ৰজা দুষ্যন্ত আৰু শকুন্তলাক। পুৰুষ ভোমোৰা দুষ্যন্ত, শকুন্তলাৰ দৰ্শনৰ অভিলাশ কৰি মালিনী নদীৰ তীৰত উপস্থিত হ'ল। শকুন্তলাৰ সৈতে ৰজা দুষ্যন্তৰ চাৰি চকু মিলন হ'ল। ৰজাই ক'লে — "এয়ে লব্দ মে নেত্ৰ নিৰ্বাণম।"

"তোমাক দেখাৰ পাছত মোৰ চকুৱে নিৰ্বাণ লাভ কৰিলে। পৃথিৱীৰ সকলো সুন্দৰ বস্তু মোৰ চোৱা হৈ গ'ল। এতিয়া মোৰ চকুত আৰু কোনো হাবিলাস নাই।"

আনহাতে, শকুন্তলা! দুই সখীৰ পৰামৰ্শ মতে শকুন্তলাই ৰজা দুষ্যন্তলৈ পদুমৰ পাতত নখেৰে প্ৰেমপত্ৰ লিখিলে।

"হে নিৰ্দয়,

তব নাজানে হৃদয় মন পুনঃ কামো দিব্যাপি ৰাত্ৰাৱপি। নিঘুৰ্ণ তপতি বলীয়স্ত্বয়ি বৃহঁস্তমনোৰথান্যঙ্গণি।" — তোমাৰ হৃদয়ৰ কি দশা হৈছে এই কথা মই নাজানো, কিন্তু এই কুমাৰীৰ শৰীৰৰ প্ৰতিটো অংগৰ সুখ তোমাৰ হাততেই অৰ্পিত হৈছে। দিন-ৰাতি তোমাৰ ভাৱনাতেই নিমগ্ন হৈ আছো। প্ৰতি ক্ষণতে মদনে মোক তাপিত কৰিছে।"

"মোৰ প্ৰত্যেক অংগই তোমাৰ সৈতে মিলিত হ'বলৈ ব্যাকুল হৈ পৰিছে। বাহুয়ে আলিংগনৰ বাবে, নয়নে দৰ্শনৰ বাবে, কৰ্ণই বচনামৃত পান কৰিবৰ বাবে, নাসিকাই তোমাৰ সুগন্ধ লবৰ বাবে, ওঁঠে তোমাৰ ওঁঠৰ স্পৰ্শৰ বাবে লালায়িত হৈ পৰিছে। অথচ, হে নিৰ্দয় এই কথাৰ প্ৰতি তোমাৰ কাণসাৰেই নাই। এইদৰে জানো মই জীয়াই থাকিব পাৰিম।"

ইতি
শকুন্তলা —।

* * * *

**সুগন্ধি পখিলাৰ কবিয়ে গাইছে —** প্ৰেমৰ কথাটো আনক ক'ব নোৱাৰি, নিশ্বাসৰ দৰে নিঃশব্দে বিচাৰি ফুৰে শব্দ, বৰ্ণ আৰু পোহৰৰ উৎস। আজিৰ

'ইণ্টাৰনেট' প্ৰজন্মৰ মাজত প্ৰেমপত্ৰৰ জনপ্ৰিয়তা অভাৱনীয়। প্ৰেমৰ লাজুক ভাষা এতিয়া ইণ্টাৰনেটত।

গোলাপৰ কলি যাচি প্ৰেম নিবেদন কৰা বা প্ৰেমপত্ৰ দি 'প্ৰপ'জেল' দিয়া প্ৰক্ৰিয়াটো পৰিত্যাগ কৰি আজিৰ প্ৰজন্মই ইণ্টাৰনেট 'কেফে'ত বহি প্ৰেমালাপ কৰে। তথাপিও প্ৰেমপত্ৰৰ এটি মিঠা ইতিহাস আছে। ভাষাৰ স্বৰলিপি থকালৈকে 'প্ৰেমপত্ৰ' জীয়াই থাকিব। আহক কোন বিখ্যাত ব্যক্তিসকলে প্ৰেমপত্ৰ কিদৰে লিখিছিল।

## মোকো তোমাৰ প্ৰেমিক কৰি লোৱা ......

সম্ৰাট নেপোলিয়ন যেতিয়া চেইণ্ট হেলেনা দ্বীপত নিৰ্বাসিত হৈ ক্ষমতাচ্যুত, পৰাজয়, আদবয়সীয়া বন্দী হৈ আছিল, যদিও সেই অৱস্থাত সম্ৰাটৰ যশ, খ্যাতি, সুনাম একো নাছিল, — তথাপিও সেই সময়ত ইউৰোপৰ হাজাৰ হাজাৰ সুন্দৰী নাৰীয়ে তেওঁক জীৱন সংগিনী ৰূপে পাবৰ কাৰণে চিঠি প্ৰেৰণ কৰিছিল।

প্ৰেমপত্ৰ মানেই হৃদয়ৰ সংলাপ। প্ৰেমিক-প্ৰেমিকাৰ মনৰ কথাৰ লিপিবদ্ধ ৰূপ। নেপোলিয়নৰ কথালৈ আহো। পৃথিৱী কঁপোৱা এই ব্যক্তিজন আছিল প্ৰেমত চহকী। তেওঁ প্ৰেমত পৰিছিল জোচেফাইনৰ। প্ৰেয়সী জোচেফাইনক তেওঁ বিয়াও কৰাইছিল। নেপোলিয়নে বহুতো প্ৰেমপত্ৰ। প্ৰেয়সীলৈ লিখিছিল। জোচেফাইনক উদ্দেশ্যি তেওঁ লিখিছিল — "জোচেফাইন, তোমাক কাৰ স'তে তুলনা কৰো! কাৰণ তুমি যে অতুলনীয়। অদ্ভুতভাৱে মোৰ আশা, তুমি মোৰ সমগ্ৰ সত্তাকে এনে ধৰণে সম্মোহিত কৰি তুলিছা যে মই কোনো বাধা, কোনো নিয়ম মানি ল'বলৈ সাজু নহওঁ.....।"

মানুহ মাত্ৰেই শব্দৰ দাস। নেপোলিয়ন আছিল মনোৰম শব্দৰ প্ৰেমিক। যুদ্ধ ক্ষেত্ৰৰ পৰাই তেওঁ প্ৰেয়সীলৈ বহুতো তপত তপত প্ৰেমপত্ৰ লিখিছিল। "..... জোচেফাইন, তোমাকেই পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ সুন্দৰী বুলি ভাবো নাহৰি? তোমাৰ অপৰূপ ৰূপেৰে, বিবিধ সজ গুণেৰে তুমিয়েই সৰ্বশ্ৰেষ্ঠ ৰূপৱতী আৰু মহীয়সী নাৰী। ....মোৰ অন্তৰে তোমাকো গোপনীয়তাৰ ভাগ দিব বিচাৰো নাহৰি। ....তুমি আছা বাবেই পৃথিৱীখন মোৰ ভাল লাগে। তুমি পৃথিৱীত আছা বাবেই পৃথিৱীখন ইমান সুন্দৰ অপৰূপ। তুমিয়েই মোৰ প্ৰেৰণা, শক্তি উদ্দীপনা....।"

নেপোলিয়নৰ দৰে আন কোনো সমৰবিদে ইমান সুন্দৰকৈ প্ৰেমপত্ৰ লিখিছে বুলি ক'লেও মোৰ মনে নধৰে। সম্ৰাটে জোচেফাইনক হৃদয়ত উচ্চ আসন দিলেও, জোচেফাইনে নোপোলিয়নক কেতিয়াও সুখ দিব পৰা নাছিল। দাম্পত্য জীৱনত তেওঁ আছিল অসুখী। তেওঁ কৈছিল — "নিজৰ পৰিয়ালৰ দিশৰ পৰা মোতকৈ দুৰ্ভগীয়া কোনোবাই পৃথিৱীত জন্ম লৈছে বুলি মোৰ মনে নধৰে।"

নেপোলিয়নৰ প্ৰেম আছিল নক্ষত্ৰৰ দৰে উজ্জ্বল। তেওঁ সদায় বিচাৰিছিল। পত্নী সদায় প্ৰেমিকা হোৱাটো। তেওঁ আছিল এখন প্ৰেমৰ পৃথিৱীৰ সন্ধানত। নেপোলিয়নৰ মূল্যবান প্ৰেমপত্ৰবোৰ বহু ডলাৰত নিলাম হৈছিল।



## বায়ৰণৰ প্ৰেমপত্ৰ

ৰমন্যাসবাদ ইতিহাসত বায়ৰণ এক জটিল সাৰ্থৰ। বায়ৰণক "কাব্য জগতৰ নেপোলিয়ন" আখ্যা দিয়া হয়। তেওঁ আছিল নেপোলিয়নৰ দৰেই বিখ্যাত প্ৰেমিক। জীৱন কালত তেওঁ তেৰেচা, কাচানোভা, ইচাবেল, অগষ্টাৰ .... দৰে বহু সুন্দৰী নাৰীৰ প্ৰেমৰ ভিক্ষাৰী হৈছিল। তেওঁ প্ৰেয়সী তেৰেচালৈ লিখিছিল —

"মই আৰু নোৱাৰো। তোমাৰ ভালপোৱা নোপোৱালৈকে মই থাকিব নোৱাৰো তেৰেচা। তুমি যিমান দিনলৈকে মোৰ জীৱনলৈ প্ৰেমৰ ফাকুগুৰি ছটিয়াই দিবা সিমান দিনলৈ মোৰ জীৱন, আমাৰ এই প্ৰেম, আমাৰ এই ভালপোৱা যেন অনন্ত অক্ষীয় হৈ ৰয়। কোনো বাধা, কোনো বিঘিনিয়ে যেন আমাৰ জীৱনলৈ বিচ্ছেদ নমাই আনিব নোৱাৰে। তাকেই মই কামনা কৰো। আজিলৈ আহো।"



## জন কীট্‌ছৰ প্ৰেমপত্ৰ

সৌন্দৰ্যৰ পূজাৰী কীট্‌ছ, ধন একো নালাগে, লাগে মাথোন সৌন্দৰ্য প্ৰীতি, যৌৱনৰ দুৰ্লভ উদ্দাম। সৌন্দৰ্যৰ পূজাৰী হোৱাৰ লগতে কীটছ সত্যৰ উপাসকো

আছিল। তেওঁ সদম্ভে ঘোষণা কৰিছিল — Beauty is truth truth is beauty আকৌ A things of beauty is a joy for ever. কীটছৰ প্ৰেমিকা আছিল ফ্ৰেনিব্ৰন। ফ্ৰেনিলৈ তেওঁ দুখে-সুখে অলেখ প্ৰেম পত্ৰ লিখিছিল। চিঠিৰ মাজেৰে তেওঁৰ গভীৰ ভালপোৱা ফ্ৰেনি ব্ৰনলৈ প্ৰেৰণ কৰিছিল। ১৮১৯ চনত তেওঁ প্ৰেয়সীলৈ লিখিছিল—

"মই যেতিয়া তোমাৰ কথা ভাবো, তেতিয়াও তুমি মোক আচ্ছন্ন কৰি ৰাখা। এটি কোমল মনে মোৰ মনৰ পথাৰ অধিকাৰ কৰে, ক্ৰমশঃ মোৰ জীৱনৰ আটাইতকৈ দুখময় দিন আৰু ৰাতিবোৰতো সুন্দৰৰ প্ৰতি মোৰ এই প্ৰেম বিন্দুমানো নকমে। বৰং ইমান গভীৰ হৈ উঠে যে মই বিষন্ন হৈ পৰো। কিয়নো তুমি যে মোৰ কাষত নাই — মই যে নিশ্বাসৰ বাবে বতাহ নোপোৱা হওঁ; পাওঁ মাত্ৰ এক নিস্প্ৰাণ ধৈৰ্য্য। ইয়াকতো আৰু জীৱন বুলিব নোৱাৰি।"

ব্ৰাউন নামৰ কীটছৰ বন্ধু এজনৰ সৈতে নাচৰ আখৰাত ফ্ৰেনিয়ে নচাৰ বাবে ক্ষোভ প্ৰকাশ কৰি ১৮২০ চনত ফ্ৰেনিলৈ তেওঁ লিখিছিল— "যেতিয়া তুমি ব্ৰাউনৰ লগত প্ৰেমৰ খেলাত মগ্ন হৈ পৰিছিলা — মি. ব্ৰাউনক তুমি এৰিব পাৰা, তেতিয়া মোৰ মনত যি কষ্ট হৈছিল তাৰ আধাও যদি তোমাৰ হ'লহেঁতেন! ..... মই শুনিবলৈ পাইছো তুমি হেনো কৈছা কেইবছৰমান অপেক্ষা কৰিলেও বেয়া নালাগে। তোমাৰ আনন্দ কৰাৰ বহুত সুবিধা আছে। আনহাতে, তুমি মন ঘূৰাবও পাৰা। মোৰ দৰে এটা বস্তুক লৈতো তুমি চিন্তা নকৰা। আৰু কৰিবাই বা কিয়? ইফালে মোৰ বাবে তুমিয়েইতো একমাত্ৰ কাম্য। তুমি যি ঘৰত নাই, সেইঘৰত উশাহ-নিশাহ লোৱাটোৱেই মোৰ পক্ষে অস্বাস্থ্যকৰ। কিন্তু তোমাৰ বাবে মইতো তেনে নহয়। নহয়, তুমিতো অপেক্ষা কৰিব পাৰা। না, নহয়, তোমাৰ বহুত কাম আছে। মোক এৰিও তুমি সুখত থাকিব পাৰিবা। এই মাহটো কেনেকৈ কটালা? কাৰ স'তে হাঁহি মাতি কটালা? এই সকলোবোৰেই মোৰ বাবে কিমান যে বৰ্বৰোচিত যেন লাগিছে। মই যেনেদৰে অনুভৱ কৰিছো, সেইদৰে তুমি নাভাবা। ভালপালে কেনে লাগে তুমিতো নাজানাই। এদিন নিশ্চয় তুমি বুজিব পাৰিবা। তোমাৰ সদায় হোৱা নাই। নিজকে এবাৰ সুধি চোৱাচোন। তুমি যিকন সময় অকলে থাকা, তাৰ কিমান কণ সময় কীট্ছে তোমাক কষ্ট দিছে।....."

কীট্‌ছৰ চিঠিত আমি পঢ়িবলৈ পাওঁ — "হয়তো তুমি সলনি হৈ গৈছা। যদি তুমি সলনি হোৱা নাই, যদি আগতে তোমাক যেনে দেখিছিলো, এতিয়াও নাচৰ আখৰাত কিম্বা অন্য মজলিছত্ একেই ধৰণে আচাৰ-আচৰণ কৰি থাকা তেনেহলে মোৰ আৰু বাচি থকাৰ ইচ্ছা নাই। আগৰ নিছিনা হৈয়েই থাকা যদি তেনেহলে আহিব লগীয়া নিশাটোৱেই মোৰ বাবে শেষ নিশা হওক। তোমাৰ অবিহনে মই জীয়াই নাথাকো। মাথো তুমিয়েই নহয়, সৎ তুমি, শুদ্ধ তুমি অবিহনে মই হয়তো জীয়াই নাথাকিম। সূৰ্য উদয় হৈছে, অস্ত গৈছে। দিন গৈ আছে। আৰু তুমি স্বাভাৱিকভাৱেই নিজ খুচি মতে খুব ঘূৰি ফুৰিছা। ইফালে এটা এটা সম্পূৰ্ণ দিন মোৰ অন্তৰেৰে যি পৰিমাণৰ যন্ত্ৰণাৰ ধুমুহা পাৰ হৈ গৈছে সেই সম্পৰ্কে তোমাৰতো কোনো ধাৰণা নাই।"

এগৰাকী উচ্ছল তৰুণী সম্পৰ্কে এজন প্ৰেমাতুৰ অসুস্থ প্ৰেমিকে যিমানখিনি অভিমান কৰিব লাগে তাকেই প্ৰকাশ পাইছে কীট্‌ছৰ চিঠিত। কীট্‌ছ আছিল শব্দৰ খনিকৰ। তেওঁৰ মতে শব্দই ব্ৰহ্ম। কীট্‌ছৰ চিঠিৰ কাৰুণ্যৰ পৰা বুজা যায় যে এইক্ষেত্ৰত প্ৰেয়সীৰ আগ্ৰহ কম। কীট্‌ছে লিখিছিল—

"যি প্ৰেম তুমি মোক দিছা, তাক মই বিশ্বাস নকৰো। কল্পনা কৰিবলৈও ভয় হয় জানোছা মোৰ অন্তৰ পুৰি ছাৰখাৰ হয়।........মই বিচাৰো তোমাৰ চাৱনিত মাথো সুখৰ বতৰা, — তোমাৰ ওঁঠত ভালপোৱাৰ স্পৰ্শ আৰু খোজত আনন্দৰ ছন্দ।"

ইংৰাজী সাহিত্যৰ শ্ৰেষ্ঠ প্ৰেমৰ চিঠি লেখক কীট্‌ছে মৃত্যুৰ দুৱাৰডলিত থিয় হৈ প্ৰেমিকাক সৎ আৰু শুদ্ধ ৰূপত চাব বিচাৰিছিল। কবিয়ে ক্ষয়ৰোগত আক্ৰান্ত হৈ মৃত্যুশয্যাত শুই থাকিও বিচাৰিছিল প্ৰেয়সীৰ এক গুচ্ছ চুলি। হয়তো প্ৰেয়সীৰ চুলিৰ সুবাস লৈয়ে তেওঁ জীৱন নাটৰ সামৰণি মাৰিব বিচাৰিছিল।

জীৱিত কালতে কীট্‌ছে 'এপিটাফ' লিখি থৈ গৈছিল। তেওঁৰ সমাধিৰ শিতানত সোঁৱৰণী ফলিত আজিও লিখা আছে 'Here lies one whose name was writen on water.' ইয়াত এজন মানুহ শুই আছে, যাৰ নাম লিখা হৈছিল পানীৰ ওপৰত।"

* * * *

## টলষ্টয়ৰ প্ৰেমপত্ৰ

আত্ম পৰিচয় গোপনে ৰাখি ছদ্মনামৰ আঁৰত যিদৰে সাহসী হৈ প্ৰেমিক-প্ৰেমিকাসকলে চিঠিত বহু কথাই ক'ব পাৰে সেইদৰে মানুহৰ জীৱনৰ গুপুত অধ্যায়বোৰ প্ৰকাশ কৰিবলৈ সাহসৰ প্ৰয়োজন আৰু প্ৰয়োজন চিঠিৰ। টলষ্টয়ৰ প্ৰেমত এনে এক দৃষ্টান্ত দেখা যায়।

টলষ্টয়ৰ প্ৰেয়সীৰ নাম আছিল ছোফিয়া। ছোফিয়া ইচলাভিন। তেওঁ হ'ল টলষ্টয়ৰ একালৰ প্ৰেমিকা লাইপভ ইচলাভিনৰ দুহিতা। টলষ্টয়ৰ বয়স যেতিয়া চৌত্ৰিছ তেতিয়া ছোফিয়াৰ বয়স আছিল 'চুইট চিক্সটিন'। টলষ্টয়ৰ লিখা পঢ়িয়েই তেওঁ টলষ্টয়ৰ প্ৰতি আকৰ্ষিত হৈছিল। ছোফিয়াক জীৱন সংগিনী কৰাৰ আগতে এদিন ছেগ বুজি টলষ্টয়ে ছোফিয়াৰ হাতত এখন ডায়েৰী তুলি দিছিল। য'ত লিপিবদ্ধ হৈছিল টলষ্টয়ৰ পূৰ্ণজীৱনৰ স্খলন, পতন, পাপ, ভোগলিসাৰ কথা। ডায়েৰীৰ লগতে এখন চিঠি। টলষ্টয়ে ছোফিয়াক কৈছিল— "তোমাক এই চিঠিখন দিলো। কেইবাদিনো লগত লৈ ঘূৰি ফুৰিছো। চিঠিখন পঢ়ি চোৱা। উত্তৰৰ কাৰণে মই অপেক্ষা কৰিম।"

টলষ্টয়ে ছোফিয়ালৈ লিখিছিল — "মোৰ বাবে অৱস্থাটো অসহ্য হৈ পৰিছে। তিনি সপ্তাহ ধৰি প্ৰত্যেক দিনাই নিজৰ ওচৰত প্ৰতিজ্ঞা কৰিছো, আজি মই ক'মেই। আৰু প্ৰতিদিনেই একে ধৰণৰ কষ্ট, আক্ষেপ, ভয় কিম্বা মনৰ আনন্দতে গুচি আহিছো। .....আজিও মই এই চিঠিখন লগত লৈ আহিছো, যদি ক'বলৈ সুযোগ বা সাহস নাপাওঁ! ..... সঁচাকৈ কোৱাচোন, তুমি মোৰ পত্নী হ'ব খোজানে নাই। যদি তুমি মনেৰে নিৰ্ভয়ে ক'ব পাৰা — ৰাজী আছো — তেন্তে ভালেই। নহলে উত্তৰ নিদিবা। যদি ৰাজী নোহোৱা, যদি মনত সন্দেহ আছে, তেন্তে 'না' কৰি দিয়াই মংগল। ঈশ্বৰৰ প্ৰতি ভালপোৱাৰ টানত জোৰ পায়েই কৈছো, মনটো ঠিক কৰা। তুমি 'না' কৰিলে মোৰ বৰ বেয়া লাগিব। সেই আশংকাও মই কৰিছো আৰু তাৰ বাবে মনত সাহসো গোটাইছো। মই যদি তোমাৰ স্বামী হ'লোহেঁতেন আৰু তোমাক যিমান ভালপাওঁ সিমানখিনি ভালপোৱা তোমাৰ পৰা নাপাওঁ, তেনেহ'লেতো আৰু বেছি বেয়া লাগিব।"

ডায়েৰী প্ৰসংগত তেওঁ লিখিছিল, "এই ডায়েৰীত মোৰ বিগত জীৱনত ঘটি যোৱা সমস্ত ঘটনা লিপিবদ্ধ আছে। এই ডায়েৰী পঢ়ি তুমি মোক বিয়া কৰাবও পাৰা, নকৰাবও পাৰা, সেইটো তোমাৰ বিচাৰ। মই মাথো মোৰ পাপ কৰ্মবিলাকৰ স্বীকাৰোক্তি দিলো।"

টলষ্টয়ৰ চিঠি আৰু ডায়েৰী পঢ়ি ছোফিয়া সন্দিহান হৈছিল। কিন্তু ছোফিয়াৰ মাকে তেওঁক বুজাইছিল — "এইজন মানুহ এদিন ঋষি হ'ব। এজন ঋষিপত্নী হোৱাটো সৌভাগ্যৰ কথা। তুমি এনে সৌভাগ্যৰ পৰা বঞ্চিত নহবা।"

উল্লেখ্য যে ছোফিয়াই 'যুদ্ধ আৰু শান্তি'ৰ নকল কৰি নৰখাহেঁতেন টলষ্টয়ৰ সাহিত্য জীৱনৰ কীৰ্তিস্তম্ভ উপন্যাসৰ পাণ্ডুলিপিটো ক'ৰবাত হেৰাই গ'লহেঁতেন।

* * * *

## ৰবাৰ্ট ব্ৰাউনিং আৰু এলিজাবেথ বেৰেটৰ প্ৰেমপত্ৰ

ৰবাৰ্ট ব্ৰাউনিং আৰু এলিজাবেথ বেৰেটৰ প্ৰেম কাহিনী বিশ্ব সাহিত্যৰ এক অবিস্মৰণীয় অধ্যায়। ব্ৰাউনিং দম্পতী আছিল প্ৰেম-বিবাহৰ ক্ষেত্ৰত অত্যন্ত সুখী। চিঠিৰ দ্বাৰাই চলিছিল দুয়োৰে হিয়া দিয়া নিয়া।

এলিজাবেথ আছিল শাৰীৰিকভাৱে অক্ষম, পংগু, নিসঙ্গ ঘৰতে বন্দী। তেওঁ ১৫ বছৰ বয়সতে ঘোঁৰাৰ পৰা পৰি শাৰীৰিকভাৱে ঘূণীয়া হৈছিল আৰু ক্ষয় ৰোগত আক্ৰান্ত হৈছিল। নিসংগতা দূৰ কৰিবৰ কাৰণে তেওঁ কবিতা লেখা আৰু গ্ৰন্থ, আলোচনী, বাতৰি কাকত আদি পঢ়িবলৈ ধৰিলে। মানসিকভাৱেই তেওঁ বাহ্যিক পৃথিৱীখনৰ লগত যোগাযোগ ৰাখিলে। সেই সময়ত ৰবাৰ্ট ব্ৰাউনিঙৰ কবিতাই আলোড়নৰ সৃষ্টি কৰিছিল। এলিজাবেথে ব্ৰাউনিঙৰ কবিতা ভাল পাইছিল।

এসময়ত বেৰেটৰ কবিতাৰ সংকলন প্ৰকাশ হ'ল। তেওঁৰ কবিতা পঢ়ি ব্ৰাউনিং অভিভূত হ'ল। ১৮৪৫ চনৰ ১০ জানুৱাৰীত ৰবাৰ্টে এলিজাবেথলৈ প্ৰথম চিঠিখন লিখিছিল। ৰবাৰ্টে লিখিছিল — "I love your verses with all my heart, Dear Miss Barrett, and I love you too....."

চিঠিখন পঢ়ি এক শিহৰণ অনুভৱ কৰিলে এলিজাবেথে। তেওঁ ব্ৰাউনিঙলৈ লিখিলে — "মোৰ অন্তৰৰ নিভৃত কোণৰ পৰা আপোনাক ধন্যবাদ জনাইছো, সহানুভূতি অতি কাম্য, বিশেষকৈ মোৰ ক্ষেত্ৰত ই অধিক কাম্য। কিন্তু এজন কবিৰ সহানুভূতি, আপোনাৰ দৰে এজন কবিৰ সহানুভূতি....। ইয়াৰ বাবে আপুনি মোৰ কৃতজ্ঞতা গ্ৰহণ কৰিবনে?

প্ৰথম আলাপৰ পিছতেই ব্ৰাউনিঙৰ চিঠি আহিছে। বেৰেটে উত্তৰ দিছে। এখন চিঠিত তেওঁ লিখেছে — "আপুনি কিমান সহৃদয়! কেনে গভীৰ সহানুভূতিৰে লাহে লাহে আপুনি মোৰ লগত কথা পাতে। আপোনাৰ কিছুমান কথা খুব মৰ্মস্পৰ্শী, কিছুমান কথাই আকৌ মোক অবাক কৰি দিয়ে। আৰু যদিও মই জানো আপোনাৰ বাবে মই কি হ'ব পাৰো, সেয়া ক'বলৈ গৈ আপুনি অজানিতে হয়তো বঢ়াই কৈ পেলায়, তথাপি খুব সজাগ হৈ শুনিলে ভালেই লাগে। আকৌ আপোনাক বন্ধু হিচাপে ভাবিবলৈও খুব ভাল লাগে।"

এই চিঠি যি সময়ত লিখা হৈছিল তেতিয়া দুয়োৰে চিনাকি একেবাৰে নতুন। এনেকৈয়ে ইজনে সিজনক নেদেখাকৈয়ে দীৰ্ঘদিন ধৰি পত্ৰৰ দ্বাৰা মনৰ ভাববিলাক প্ৰকাশ কৰি গৈছিল। দুয়োৰে চিঠিৰ মাজত আছিল পৰস্পৰৰ বুকুৰ স্পন্দন। কলিজাৰ গোন্ধ। যাক বন্ধ খামে বহন কৰিছিল।

এদিন ব্ৰাউনিঙে এলিজাবেথক লগ কৰাৰ ইচ্ছা প্ৰকাশ কৰিলে। তেওঁৰ প্ৰতিখন চিঠিতে এনে ইচ্ছা প্ৰকাশ পাবলৈ ধৰিলে—

"....দুমাহ বা তিনিমাহৰ ভিতৰত আপোনাক দেখা পামনে? কি ভাবিছে বাৰু? হয়তো মই ইতিমধ্যে বাহিৰলৈ ফুৰিবলৈও যাব পাৰো।"

এলিজাবেথ নিজে পংগু আছিল বাবেই তেওঁ নিজক লুকাই ৰাখিছিল। সেয়ে কোনো দিনেই তেওঁ ব্ৰাউনিঙক নিমন্ত্ৰণ জনোৱা নাই। তদুপৰি এলিজাবেথৰ পিতাকো অত্যন্ত কঠোৰ আৰু ৰক্ষণশীল স্বভাৱৰ লোক আছিল। বেৰেট আছিল সংবেদনশীল তথা ভাষা সচেতন কবি। লগতে প্ৰত্যুৎপন্নমতিও। তেওঁ লিখিছিল—

"ফুৰিবলৈ যাব' কথাটোৰ অৰ্থ কি? কিয়? আপোনাৰ অভাৱ অনুভৱ কৰিম? আপুনি ইয়াকে ক'ব খোজে নেকি?

...... ভাব হৈছে সূৰ্যৰ আলোকত জলমল কৰা জীৱন মদিৰাৰ পূৰ্ণ পাত্ৰটি আপুনি নিঃশেষকৈ পান কৰিছে। মই মাথো মোৰ অন্ত জীৱনতেই জীয়াই আছো। কিম্বা দুখক লৈয়েই — তীব্ৰ কোনো এক আৱেগৰ আশাত। অসুস্থ হৈ এই নিসংগ জীৱন কটোৱাৰ আগেয়েও মই আছিলো নিসংগ। সংসাৰত এনে কম বয়সীয়া ছোৱালী খুব কমেইহে আছে যিয়ে মোতকৈ জীৱনত বেছি দেখা নাই, বেছি শুনা নাই, বেছি জনা নাই। ..... মই গাঁৱত ডাঙৰ-দীঘল হৈছো। সামাজিক হোৱাৰ সুবিধাই পোৱা নাই। কিতাপ-পত্ৰ আৰু কবিতা স্মৃতিচাৰণেই হ'ল মোৰ অভিজ্ঞতা, তাতেই মই বুৰগৈ আছিলো। ..... মই কোনো ডাঙৰ মানুহৰ প্ৰকৃতিৰ সংস্পৰ্শলৈ অহা নাই। সংসাৰৰ ভাই-ভনীহঁত মোৰ বাবে নাম-মাত্ৰ। কোনো ডাঙৰ পাহাৰ দেখা নাই, অথবা নদ-নদী একোৱেই দেখা নাই। যেন শ্বেক্সপীয়েৰ নপঢ়াকৈয়ে কোনোবা আঁতৰি গ'ল এই সংসাৰৰ পৰা.....।"

ব্ৰাউনিং আৰু বেৰেটৰ চিঠিত আছে পাৰস্পৰিক পত্ৰালাপৰ মাজেৰে এটি নিসংগ প্ৰাণৰ প্ৰেমাৰ্ত জাগৰণ। পৰস্পৰৰ চিঠিত মিলনৰ তীব্ৰতা, ভালপোৱাক উজাৰি দিয়াৰ বাসনা, সাহস, ধৈৰ্য্য সকলো আছে। ১৮৪৫ চনৰ ২০ মে'ত ব্ৰাউনিঙে এলিজাবেথক প্ৰথম দৰ্শন দিয়ে। প্ৰায় ডেৰ ঘণ্টা সময় তেওঁ এলিজাবেথৰ লগত অন্তৰঙ্গ আলাপ কৰি বিদায় ল'লে। পৰস্পৰৰ প্ৰেম গাঢ়ৰ পৰা গাঢ়তৰ হৈ উঠে। এদিন ব্ৰাউনিঙে বেৰেটক বিয়াৰ প্ৰস্তাৱ দিয়ে। উল্লেখ্য যে বেৰেটে পাঁচশ তেসত্তৰ খন প্ৰেমপত্ৰ লিখিছিল। তেওঁ শেষৰ চিঠিখনত ব্ৰাউনিঙলৈ লিখিছিল—

".... মই আৰু নিলিখো— মই নোৱাৰিছো। প্ৰিয়তম মোৰ কাইলৈ ইমান সময়লৈ মাথো তোমাক কাষত পাব বিচাৰো— মোক ভালপোৱাৰ বাবেই। মাথো তোমাকেইনে? যেন কোনোবাই কৈছিল— মাথো ঈশ্বৰক। তেওঁক পোৱাটোও আমাৰ প্ৰয়োজন মই তেওঁৰ ওচৰত প্ৰাৰ্থনা জনাইছো....। মোৰ সৰ্বকালৰ প্ৰিয়তম; এয়াই তোমালৈ লিখা মোৰ শেষ চিঠিনে? এৰা। যদি তোমাক অলপ কম ভাল পালোহেঁতেন।....আজি নিশা মোৰ বাবে প্ৰাৰ্থনা কৰিবানে ৰবাৰ্ট? মোৰ বাবে প্ৰাৰ্থনা কৰিবা। মোকেই ভাল পাবা— যাতে মই সাহস পাওঁ, অনুভূতি ঘুৰাই পাওঁ।"

চিঠিবিলাকত লক্ষ্য কৰা যায় বেৰেট ব্ৰাউনিঙক 'আপুনি' পৰা 'তুমি' কৰি পেলালে। সচৰাচৰ প্ৰেমৰ ক্ষেত্ৰত এনেধৰণে সম্বোধন সলনি হয়েই।

* * * *

## মাৰ্ক্সলৈ জেনিৰ প্ৰেমপত্ৰ

সেইদৰে কালমাৰ্ক্স প্ৰেমত পৰিছিল জেনি মাক্সৰ। জেনি মাৰ্ক্সতকৈ চাৰি বছৰ ডাঙৰ। "ডাচ কেপিটেল'ৰ আঁৰত থকা নাৰী গৰাকী প্ৰকৃততে জেনি মাক্স। জেনিয়ে মাক্সলৈ লিখা প্ৰেমপত্ৰত লিখিছিল —

"তোমাক সোঁশৰীৰে দেখাৰ আগলৈকে মই সঁচাই জনা নাছিলো মই তোমাক কিদৰে অন্তৰৰ পৰা ভাল পাওঁ। দেৱ শিশুৰ দৰে স্নিগ্ধতা আৰু সততাৰে পূৰ্ণ প্ৰেমৰ আধ্যত্মিক জ্যোতিৰে জ্যোতিষ্মান তোমাৰ ছবিখন মোৰ হৃদয়ত এতিয়াও সমুজ্জ্বল.....।"

মাক্স আৰু জেনিৰ প্ৰায় ৭ বছৰ কাল প্ৰেমপত্ৰৰ আদান-প্ৰদান চলিছিল। ১৮৪৩ চনৰ ১৯ জুনত মাৰ্ক্সে জেনিক বিবাহ কৰাইছিল।

* * * *

## এলিয়েটৰ প্ৰেমপত্ৰ

ইংৰাজীত এষাৰ কথা আছে— Behind Success of every man, there is a woman. প্ৰত্যেক পুৰুষৰ সাফল্যৰ আঁৰত এগৰাকী নাৰী থাকে। টি. এছ. এলিয়টৰ প্ৰেম, প্ৰেৰণা তথা সাফল্যৰ আঁৰৰ নাৰী গৰাকী হ'ল— 'এমিলি হেল'। এলিয়ট আৰু এমিলিৰ মাজত হাজাৰ হাজাৰ চিঠিৰ আদান-প্ৰদান হৈছিল। স্মতব্য যে সেই চিঠিবোৰ প্ৰিন্সটন বিশ্ববিদ্যালয়ৰ পুথিভঁৰালত আজিও সযত্নে সংৰক্ষণ হৈ আছে। চিঠিবোৰ জনসাধাৰণৰ পৰা আবুৰত ৰখা হৈছে। সেইবোৰ প্ৰেমপত্ৰক লৈ বিশ্ববাসীৰ কৌতুহলৰ সীমা নাই। সেই চিঠিৰ দ্বাৰা মুকলি হ'ব ২০২০ চনৰ ১ জানুৱাৰীত।

* * * *

**ছাহজাহানেও প্ৰেমিকা মমতাজলৈ অমৰ 'প্ৰেমপত্ৰ' লিখিছিল**

বিখ্যাত লেখক কাফ্‌কাই প্ৰেমিকা ফেলিচলৈ বহুতো প্ৰেমপত্ৰ লিখিছিল। কাফকাই ফেলিচলৈ লিখা প্ৰেমপত্ৰৰ এখন ৬০০ পৃষ্ঠৰ গ্ৰন্থ প্ৰকাশ হৈছে। সেইদৰে ইহুদী বালিকা 'এন ফ্ৰাংকে' 'কিটিলৈ লিখা পত্ৰসমূহৰ সংকলন এতিয়া এখন মূল্যবান সাহিত্য।

❋ ❋ ❋ ❋

**নোবেল পুৰস্কাৰ বিজয়ী বিজ্ঞানী মেৰী কুৰীয়ে প্ৰেমিক পললৈ লিখিছিল—**

মোৰ অতি মৰমৰ পল,

যোৱা কালি সন্ধ্যাটো আৰু ৰাতিটো মাথো তোমাৰ কথা ভাবিয়েই কটালো। অতি নিবিড়ভাৱে কটোৱা সময়বোৰৰ বিষয়ে মই অনবৰত ভাবি থাকো। আহঃ কি প্ৰাণ ভৰা সময় আছিল, এতিয়াও মই অনুভৱ কৰিছো তোমাৰ স্পৰ্শ, দুচকুৰ ভাষা .....।

.......তোমাক আকৌ কেতিয়াকৈ লগ পাম.....?

❋ ❋ ❋ ❋

**সমাপয়েৎ ঃ**

অসমীয়া প্ৰেমিক কবিয়ে "প্ৰিয়তমাৰ চিঠি"ত লিখিছে

কুকাৰা ঠেঙ্গীয়া এই আখৰ কিটিত
যি অমিয়া ঘঁহা আছে ক'তো আৰু নাই।

.......................................................

তোমাৰ চিঠিয়ে প্ৰিয়ে, জানে কি মোহিনী,
নিতৌ নোহোৱা বাহি, ন ন ফুল মেলে।
য'ত শুঙো, চুমা খাও, নালাগে আমনি,
হয়তু হেঁপাহৰ ভোটাতৰা জ্বলে ............। হেমচন্দ্ৰ গোস্বামী

# ছাহজাহান-মমতাজৰ অমৰ প্ৰেম

'প্ৰেম এক উত্তেজনা'— এন্টনী ৰাললছ। সৃষ্টিশীল মানুহৰ বাবে প্ৰেম জীৱনত অধিক প্ৰয়োজনীয়। দেখা যায় পৃথিৱীৰ প্ৰতিটো মহৎ আৰু বৃহৎ সৃষ্টিৰ আঁৰত প্ৰেমৰেই অৱদান সকলোতকৈ বেছি। তাজমহল, বেবিলনৰ ওলোমা বাগান, ডিভাইন কমেডি তাৰেই জীৱন্ত সাক্ষী বুলিব পাৰি।

প্ৰতিজন সৃষ্টিশীল মানুহৰে জীৱন কালত কোনোবা নহয় কোনোবাজন লোকৰ প্ৰেৰণাৰ প্ৰভাৱ পৰেই। পুৰুষৰ ক্ষেত্ৰত আপাতত তেওঁ হয় নাৰী, লাগিলে তেওঁ মাতৃ, পত্নী, ভগ্নী বা প্ৰেয়সীও হ'ব পাৰে।

## কবি এলেন পোৰ প্ৰেমৰ কথাৰে

আমেৰিকাৰ কবি, গল্পকাৰ, এড্‌গাৰ এলেন পো'ক দুৰন্ত পাগল প্ৰেমিক আখ্যা দিব পাৰি। এই বিশ্ববিখ্যাত ৰোমান্তিক কবিজনৰ হৃদয়ৰ দুৱাৰত টুকুৰিয়াইছিল 'ভাৰ্জিনিয়া ক্লেম' নামৰ এগৰাকী ৰূপহীয়ে। ৰূপহী ভাৰ্জিনিয়া আছিল বয়সত কবিতকৈ সৰু, সম্পৰ্কীয় ভগ্নী। তথাপি কবিৰ হৃদয়ত জাগি উঠিছিল প্ৰেম ভালপোৱাৰ উষ্ম আবেগ-অনুভূতি। তেওঁ ভাৰ্জিনিয়াক হৃদয় উত্তাপেৰে উষ্ণতা দিছিল।

প্ৰেমৰ অনুভূতি বৰ অদ্ভুত। হৃদয়ৰ আহ্বান নিজেও বুজি পোৱা নাযায়। কাৰ প্ৰতি কেতিয়া প্ৰেমাবেগ জাগি উঠে কোনেও ক'ব নোৱাৰে। সেয়ে প্ৰেম ৰহস্যময়। আধা কল্পনা, আধা বাস্তৱতা থকাৰ বাবেই প্ৰেমৰ প্ৰতি মানুহৰ কৌতূহলৰ সীমা নাই।

এটা সময়ত কবি এলেন পো ভাৰ্জিনিয়াৰ প্ৰেমত অন্ধ হ'ল আৰু ১৮৩৬ চনত প্ৰেমিকাক বিয়া কৰাই গৃহস্থী হয়। সেই সময়ত পো আছিল দুখীয়া নিছলা একেবাৰে দাল দৰিদ্ৰ। তথাপিতো প্ৰেমাস্পদ তেওঁক প্ৰাণভৰি ভাল পাইছিল। প্ৰকৃততে যাৰ হৃদয়ত প্ৰেম আছে তাক আৰু এই পৃথিৱীত একোৰে প্ৰয়োজন

নাই। বিয়াৰ আগতে ভাৰ্জিনিয়াই এদিন পোক কৌতুক কৰি সুধিছিল— 'তুমি মোৰ জীৱনটো কিহেৰে পৰিপূৰ্ণতা আনি দিবা?' কবিয়ে উত্তৰ দিছিল চমুকৈ — 'স্বপ্নৰে....!'

অদ্ভুত উত্তৰ। কথাটি সৰু কিন্তু গুৰুত্বপূৰ্ণ। এই বিশ্ববিখ্যাত কবিজনে ভাৰ্জিনিয়াক; অনাহাৰ অনিদ্ৰাৰ দিনবোৰত মাথোন কবিতা উপহাৰ দিছিল। শীতৰ ঠেৰেঙা লগা জাৰৰ দিনত গৰম কাপোৰৰ সলনি কবিজনাই প্ৰেমিকাক কবিতাৰ দৰে কোমল আৰু মনোৰম কথা কৈ সান্ত্বনা দিছিল। আনকি মাত্ৰ এঘাৰ বছৰীয়া বৈবাহিক জীৱন পাৰ কৰি পো'ৰ পত্নীয়ে চিৰবিদায় ল'ব লগা হোৱাৰ সময়তো তেওঁ পত্নী প্ৰেয়সীক উপহাৰ দিছিল এটা কালজয়ী কবিতা (দ্য ৰাৱেন)। সঁচাই অদ্ভুত আছিল 'পাগল কবি' নামে অভিহিত প্ৰেমিক কবিজনাৰ প্ৰেম।

প্ৰকৃতত্তে কাৰোবাক নিজৰ কৰি নোপোৱালৈকে প্ৰায় সকলো মানুহেই পাগল হয়। আচলতে এয়াই প্ৰেম — ভালপোৱা য'ত হৃদয়ে কান্দি উঠে নীৰৱে, কিবা নোপোৱাৰ বা পাই হেৰুওৱাৰ বেদনাত।

কবিজনাই ১৮৪৫ চনত লিখা 'দ্য ৰাৱেন' অৰ্থাৎ 'ঢোৰা কাউৰী' নামৰ কবিতাটোক একশ্ৰেণীৰ ইলিজী বুলিব পাৰি। বিষণ্ণতাক লৈ বিখ্যাত ইংৰাজ ৰোমাণ্টিক কবি কীট্‌ছে লিখিছিল — ওড ধৰ্মী কবিতা 'ওড টু এ নাইটিংগেল'। সেইদৰে 'দা ৰাৱেন' এটি শোক কবিতা। পোয়ে ভীষণ নিঃসংগতাৰ মাজেৰে জীৱন পাৰ কৰিব লগা হ'ল। সম্বল কেৱল কবিতা। তেওঁ এটা সিদ্ধান্তত উপনীত হৈছিল যে এগৰাকী সুন্দৰী নাৰীৰ মৃত্যু নিঃসন্দেহে কবিতাৰ উৎকৃষ্ট বিষয়। প্ৰেয়সীৰ বিয়োগত কাতৰ জনৰ বাবে 'দা ৰাৱেন' এক সৰ্বোৎকৃষ্ট সৃষ্টি হোৱাই স্বাভাবিক।

ভাৰ্জিনিয়াৰ মৃত্যুৰ দুবছৰ পাছতে কবিৰো মৃত্যু হয়। কবিৰ অন্তৰ দৃষ্টিৰ কথাবোৰ আমাৰ চুফীবাদী কবিৰ ভাষাৰে ক'ব পাৰি—

'মোৰ জীৱন আছিল কেৱল এজন প্ৰেমিকৰ ইতিহাস। সেয়ে মোৰ মৃত্যুৰ পিছত মোৰ ঘৰৰ পৰা যি সম্পত্তি পোৱা যাব সি খুব সামান্য। কেইজনীমান সুন্দৰীৰ ছবি, কেইজনীমান সুন্দৰীৰ প্ৰেমপত্ৰ। প্ৰেমিক কবিৰ এয়ে আছিল গোটেই জীৱনৰ সঞ্চয়।'

## যমুনাৰ পাৰত বিশ্ববিখ্যাত মাৰ্বলৰ কবিতাটি

দুৰন্ত প্ৰেমিক কবি এলেন পোৰ দৰে মোগল ইতিহাসৰ এজন বিখ্যাত প্ৰেমিক হ'ল সম্ৰাট ছাহজাহান; যি সৰ্বজনবিদিত আৰু বহুজন চৰ্চিত। ছাহজাহান আছিল সৌন্দৰ্যৰ সাধক। যুদ্ধ-বিগ্ৰহ ভাল নোপোৱা, নাৰীৰ প্ৰেম, সৌন্দৰ্য, নৃত্য আৰু গীতৰ মাজতে জীৱনটো মচগুল কৰি ৰাখিব বিচৰাজনেই মোগল সম্ৰাট দিল্লীৰ দিলবৰ ছাহজাহান। কবি এলেন পোয়ে প্ৰেয়সী ভাৰ্জিনিয়াৰ মৃত্যুত বিশ্ববিখ্যাত কবিতা দ্য ৰেৱেন জন্ম দিয়াৰ দৰে প্ৰেমিকা মমতাজৰ বিয়োগত মোগল সম্ৰাট জনায়ো জন্ম দিছিল এটি পৃথিৱীৰ বিখ্যাত মাৰ্বলৰ কবিতা। যিটি কবিতাৰ এটাই পবিত্ৰ উদ্দেশ্য ঃ তেওঁৰ প্ৰেমৰ স্মৃতিক ৰক্ষা কৰা।

উল্লেখযোগ্য যে ভাৰ্জিনিয়াই কবি পোক সোধাৰ দৰে মমতাজেও এদিন এটি সুন্দৰ জ্যোৎস্না ভৰা যামিনীত ছাহজাহানৰ কোলাত মুৰ থৈ মৰমতে সুধিছিল — মই মৰিলে আপুনি কি কৰিব?' ছাহজাহানে মমতাজৰ চকুত চকু থৈ মৰমতে কৈছিল — 'মই তোমাক মৰিবলৈ নিদিও, মৰিলেও জীয়াই ৰাখিম।'

জীৱনত প্ৰায় মানুহেই কাৰোবাৰ প্ৰতি কোনোবা 'ইণ্টাৰেষ্টেড' হয়। এটা পবিত্ৰ সম্বন্ধ গঢ়ি তুলিব বিচাৰে, যাক কোৱা হয় প্ৰেম। প্ৰকৃত প্ৰেমৰ হেনো মৃত্যু নাই। প্ৰেম নিভাঁজ, সুগভীৰ।

নাৰীৰ অন্য নাম কোমলতা। গোলাপতকৈও কোমল নাৰী। নাৰী নিজেই এক সুকোমল প্ৰেমৰ কবিতা। নাৰী পুৰুষৰ [illegible]ন্যাৰ সঁচাৰ কাঠী। নাৰী কোনো কবিৰ কবিতাৰ বিষয়বস্তু, কোনো চিত্ৰকৰৰ ছবিৰ উপপাদ্য, কোনো ভাস্কৰৰ মানৱ কন্যা, বা কোনো দুৰ্দান্ত প্ৰেমিকৰ কালজয়ী প্ৰেম। নাৰীৰ অন্তৰংগ সান্নিধ্য অবিহনে জীৱনটো সঁচাকৈয়ে বৰ নিৰস-নিস্পৃহ। জীয়াই থাকিবলৈ হ'লে কোনোবা নহয় কোনোবা নাৰীক ভাল পাবই লাগিব, কোনোবা নহয় কোনোবা নাৰীৰ প্ৰেম, স্পৰ্শ, আশ্ৰয়, প্ৰেৰণা আদি বিচাৰি যাবই লাগিব।

## দিল্লীৰ দিলবৰ ছাহজাহান

**প্ৰাণভৰি মৰম দিব পৰা এখন বিশাল প্ৰেম স্বভাৱ হৃদয়ৰ অধিকাৰী আৰু এজন বিলাসপ্ৰিয় মোগল সম্ৰাট আছিল দিল্লীৰ দিলবৰ ছাহজাহান। ১৬১২ চন।**

সম্ৰাট জাহাংগীৰৰ ৰাজত্বকাল। এদিন ৰাজদৰবাৰত মোগল সম্ৰাট জাহাংগীৰে কুৰি বছৰীয়া পুত্ৰ 'খুৰম' (ছাহজাহান)ৰ বিয়াৰ কথা ঘোষণা কৰিলে। কন্যা হ'ল ছাহজাহানৰ জীৱনৰ প্ৰথম প্ৰেম ওঠৰ বছৰীয়া ইতিকাদখাঁৰ জীয়াৰী 'আজমন্দ বানু বেগম।' চমুকৈ 'বানু'। বানুৰ ৰূপ আছিল পূৰ্ণিমাৰ জোনৰ দৰে। ছাহজাহানৰ দৰে মোগল সম্ৰাটক আকৰ্ষণ কৰিব পৰা ৰূপৰ শক্তি আছিল বানুৰ দেহমস্তকত। মমতাজৰ সৌন্দৰ্যই ছাহজাহানৰ হৃদয়ত আঁকি দিছিল সীমাহীন প্ৰেম আৰু প্ৰেৰণাৰ ৰেখা। মমতাজেই ছাহজাহানৰ ইপ্সিত নাৰী। মমতাজৰ শৰীৰৰ যৌৱনৰ বসন্তই ছাহজাহানৰ হৃদয়ত প্ৰেম যমুনাৰ বন্যা নমাই আনিছিল। প্ৰতিদিনে ৰাজদৰবাৰ কোনো এটা গোপন কক্ষত দুয়ো দেখা দেখি হয় আৰু দুয়োৰে মাজত হিয়া-দিয়া-নিয়া চলে। সেই সময়ত দুয়োৰে প্ৰেমত বাধা দিয়ে নুৰজাহানে। কিন্তু অৱশেষত প্ৰেমৰেই জয় হয়। ৰাজদৰবাৰত জাহাংগীৰে খুৰম-বানুৰ বিবাহৰ দিন ঘোষণা কৰে।

১৬১২ চনৰ ওঠৰ এপ্ৰিল। বসন্ত মাহ। ছাহজাহান-বানুৰ বিয়া। আগ্ৰা চহৰ সুসজ্জিত কৰি সজোৱা। হ'ল। আলোকৰ শোভাই শোভিত কৰি তুলিলে সমগ্ৰ আগ্ৰা নগৰী। হাৰেম সজাই পৰাই তোলা হ'ল নতুন বেগমৰ বাবে। এক আড়ম্বৰপূৰ্ণ পৰিবেশত হৈ গ'ল ৰাজকীয় বিয়াখন।

আজমন্দ বানু মোগল ৰাজমহলত পাটৰাণী বেগম হৈ প্ৰবেশ কৰিলে। সুন্দৰীৰ দেহত বানু নামটো ভাল নালাগিল ছাহজাহানৰ। বানুৰ নতুন নাম দিয়া হ'ল— ফুল কোমল নাম। ছাহজাহানে মৰমতে নাম ৰাখিলে "মমতাজমহল"। অৰ্থাৎ 'মমতাজ-ই-মহল'। যাৰ অৰ্থ 'প্ৰাসাদৰ অধিকাৰ'।

## ধৰা প্ৰিয়তম প্ৰাণৰ পিয়লা .....

মমতাজ আছিল ছাহজাহানৰ হৃদয়। 'হুইট হাৰ্ট'। বিয়াৰ প্ৰথম নিশা, এপাহ ৰজনীগন্ধা ফুল ফুলাৰ মাধৱী নিশা। মোগল ইতিহাসৰ সৰ্বশ্ৰেষ্ঠ সুন্দৰী নাৰীগৰাকীৰ সৌন্দৰ্য দেখি ছাহজাহান উন্মনা হ'ল। সৌন্দৰ্যৰ উপাসক সম্ৰাটে গোপনে 'হুইট হাৰ্ট'ৰ সৌন্দৰ্য উপভোগ কৰিলে। প্ৰেয়সীৰ চকুত চকু থৈ ছাহজাহানে বহু কথায়ে পাতিছিল। তেওঁ যেন মৰমতে কৈছিল —

'প্ৰেয়সী মোৰ মৰমৰ',.

মই যে তোমাক চাইছো, ইয়াত অপৰাধ কি? এয়া তুমি! এইবাৰ তোমাৰ সমুখত আয়না থৈছো, চাই তুমিয়ে বিচাৰ কৰা। হে প্ৰিয়া, তুমি ইমান সুন্দৰী, কাৰ সাধ্য তোমাক ভালপোৱা নিদি থাকিব পাৰে? নিজকে আয়নাত চাই বুজিব্ পাৰিবা, এনে ৰূপৱতীক চাবলৈ সকলো উৎসুক, ইয়াত কাৰো কোনো অপৰাধ নাই।'

কি এই প্ৰেম? কিয় দিলে ঈশ্বৰে মানুহৰ বুকুত প্ৰেমৰ জীয়া অনুভূতি? অষ্টাদশ শতিকাৰ এগৰাকী শ্ৰেষ্ঠ মনীষী এডমাণ্ড বাৰ্কয়ে কৈছিল যে 'কোনো নাৰীৰ শৰীৰত যিবোৰ গুণ দেখিলে তেওঁলোকৰ প্ৰতি পুৰুষৰ চিত্ত আকৃষ্ট হয় সিয়েই সৌন্দৰ্য, এই সৌন্দৰ্য দেখি মনত যি আকৰ্ষণ অনুভৱ কৰা হয় তাকে কোৱা হয় প্ৰেম; আকৌ তাকে পাবলৈ যি প্ৰচেষ্টা তাকে কোৱা হয় কাম বা প্ৰবৃত্তি।

মমতাজৰ সৌন্দৰ্যই ছাহজাহানক গভীৰভাৱে আকৰ্ষণ কৰিছিল। কোনেও স্পৰ্শ নকৰা ফুল কলিটি চুলেই যেন জহিখহি খাব। গোলাপ কোমল মমতাজৰ ওঁঠযুৰি কঁপি উঠিছিল— ভেটকলি হৃদয়খনো। মমতাজ হৃদয়হীনা আছিল। তথাপিও এটা কথা মমতাজে জানিছিল যে শ্বাহজাদসকলৰ প্ৰেমত পৰি মোগল হাৰেমৰ বহুতো নাৰীয়ে সম্ৰাটসকলৰ ৰোষত বলি হৈ প্ৰাণাহুতি পৰ্যন্ত দিব লগীয়াত পৰিছিল। মোগল সম্ৰাটসকলৰ জীৱনলৈ যি মাথো বেগমসকলেই আহিছিল তেনে নহয় একাধিক অন্য সুন্দৰী ৰমনীৰ সংগয়ো তথা সমাগমেও তেওঁলোকৰ জীৱন ৰসাল কৰি তুলিছিল। অস্থিৰ হৈ পৰিছিল পুৰুষ ভোমোৰা ছাহজাহান ফুলকোমল মমতাজৰ ৰূপ মাধুৰী পান কৰিবৰ বাবে। মমতাজে জানিছিল মোগল সম্ৰাটসকলে অতি কামুক আৰু বহুনাৰীগামী। সম্ৰাটৰ এটি কটাক্ষ চাৱনিতে ক্ষত বিক্ষত হ'ব পাৰে হাজাৰ গৰাকী নাৰীৰ হৃদয়। মৰমৰ পত্নী, উপপত্নী, ৰক্ষিতা আৰু হাৰেমৰ সহস্ৰাধিক নাৰীৰ সান্নিধ্যয়েহে সম্ৰাটসকলক সন্তুষ্ট কৰিব পাৰিছিল।

সম্ৰাট ছাহজাহান আছিল মোগল সম্ৰাটসকলৰ ভিতৰত অন্য এক সম্ৰাট। গীত, নৃত্য মমতাজৰ প্ৰিয় সান্নিধ্য, ভালপোৱা মোগল সম্ৰাটজনৰ দিনৰ বেছিভাগ সময় মমতাজৰ কাষতে কটাইছিল। মৰমৰ পত্নীগৰাকীৰ কোলাত মূৰ থৈ সম্ৰাটে

গীত আৰু সুৰাৰ ৰাগীত মজি ৰৈছিল। মমতাজে বুজি পাইছিল অকৃত্ৰিম প্ৰেম আছে সম্ৰাটৰ বুকুত। সেয়ে শেষত মমতাজে হৃদয়ৰ সকলো মৰম যাচি দিছিল ছাহজাহানৰ শ্ৰীচৰণত। মমতাজৰ দুচকু যেন প্ৰেম আৰু সুৰাৰে ভৰ্তি দুটি সুৰাপাত্ৰ। মমতাজৰ প্ৰণয়চপল দৃষ্টিৰ অৰ্থ বুজি সম্ৰাটে যেন ক'ব বিচাৰিছিল—

প্ৰিয়তমা মোৰ প্ৰাণৰ, তোমাৰ মদালসা দৃষ্টিৰ সকলো অৰ্থ মই ভালদৰে জানিছো। হে প্ৰিয়া নিচা হয় তোমাৰ মদিৰ চাৱনিত আৰু মিছাতে বদনাম হৈছে এই সুৰাৰ পাত্ৰ। দোষ সুৰাৰ নহয় দোষ তোমাৰ চকুৰ ইঙ্গিতৰ, তোমাৰ চতুৰ কটাক্ষৰ, তোমাৰ প্ৰণয়চপল দৃষ্টিৰ।'

নেপোলিয়নে কৈছিল .... 'প্ৰেম ইমান প্ৰবল যে প্ৰকৃত প্ৰেমত পৰাজনে আৰু দ্বিতীয় এজনী তিৰোতাক শয্যা সংগিনী কৰি ল'ব নোৱাৰে।' ...... ছাহজাহানৰ জীৱনত কথাষাৰ খাটে। মমতাজ আছিল সৰল, নিষ্পাপ, নিষ্কলুষ।

মমতাজ ছাহজাহানৰ সৰ্বস্ব আছিল। মমতাজেই আছিল সম্ৰাটৰ প্ৰেম আৰু সম্ভোগৰ উৎস। হাৰেমত থকা ছাহজাহানৰ প্ৰথমা পত্নী কান্দাহাৰী বেগম আৰু উপপত্নী তথা ৰক্ষিতাসকলৰ সৈতে ছাহজাহানে কোনো শাৰীৰিক সম্পৰ্ক ৰখা নাছিল। মমতাজ আছিল সম্ৰাটৰ একমাত্ৰ প্ৰেম তথাপি প্ৰেমৰ নামতেই হওক বা ইন্দ্ৰিয়ৰ তাড়নাতেই হওক মমতাজে সহ্য কৰিব লাগিছিল কামাতুৰা স্বামী ছাহজাহানৰ সম্ভোগৰ তাড়না আৰু সহ্য কৰিব লাগিছিল চৈধ্যটা সন্তান প্ৰসৱৰ দুঃসহ যন্ত্ৰণা।

প্ৰেমৰ সৈতে কাম বা প্ৰবৃত্তিৰ বিস্তৰ ভেদ থাকিলেও কাম আৰু প্ৰেম উভয়েই নিবিড়ভাৱে সম্পৰ্কান্বিত। এই কথা স্বীকাৰ্য যে দেহক বাদ দি প্ৰেম গঢ়ি উঠিব নোৱাৰে। নৰ-নাৰীৰ ইজনে সিজনৰ প্ৰতি আকৃষ্ট হোৱাৰ মূলতে আছে প্ৰবৃত্তিৰ তাড়না। পাশ্চাত্য ধাৰণাতো কাম আৰু প্ৰেমৰ সম্পৰ্ক নিবিড়। লেনিনৰ মতে 'কাম আৰু কৃষ্টিৰ যুগ্ম অৱস্থানেই হ'ল প্ৰেম'। মনোবিজ্ঞানী এৰিকফ্ৰমে মন্তব্য দিছে যে — 'অপ্ৰেম ৰতিকৰ্মৰ দ্বাৰা নৰ-নাৰীৰ ব্যৱধান মাথো ক্ষণিকৰ কাৰণেহে দূৰীভূত হয়।'

বিজ্ঞানী বয়াৰৰ মতে আকৌ প্ৰেম হ'ল দেহ আৰু মনৰ যিবিলাক অনুভূতিৰ তীব্ৰ প্ৰেৰণাত নৰ-নাৰীয়ে ইজনে-সিজনক অতি ওচৰত পাব বিচাৰে তাৰ সমন্বয়ৰ

নামেই হ'ল প্ৰেম। বুদ্ধদেৱ বসুৰ মতে — 'কামনা বস্তুটোৱেই মাথো শাৰীৰিক নহয়, তাৰ পিছফালে মন থাকেই। ভালপোৱা মনৰ বস্তু, তাৰ পৰাই শৰীৰৰ কামনা।'

সেইদৰে সমালোচক আবু অাই যুবৰ মতে 'যি প্ৰেম দৈহিক মিলনৰ পৰা আধ্যাত্মিক সাধনাৰ মিলনলৈকে বিস্তৃত, সেই প্ৰেমেই হ'ল প্ৰেমৰ পৰাকাষ্ঠ পৰমাগতি।'

যি কি নহওক প্ৰেমহীন যৌনতা কেতিয়াও আদৰণীয় নহয়। দৈহিক প্ৰেমৰ উত্তাপ বেছি কিন্তু পোহৰ বৰ কম। ভাৰতীয় আদৰ্শত প্ৰেম বিদেহ নহয়, কিন্তু দেহ সৰ্বস্বও নহয়। প্ৰেম দেহ সৰ্বস্ব হ'ব নোৱাৰে। ছেক্স (Sex) আৰু ৰোমাঞ্চ নৰ-নাৰী ঘনিষ্ঠ হ'বলৈ অনুপ্ৰাণিত কৰে। তাৰ ফলশ্ৰুতি সন্তানৰ জন্ম। নৰ আৰু নাৰীৰ জৈৱিক প্ৰক্ৰিয়া স্বতন্ত্ৰ।

১৬১২ চনত বিবাহ পাশত আৱদ্ধ হৈ যোৱাৰ পাছত ছাহজাহানৰ ঔৰসত মমতাজৰ গৰ্ভত জন্মগ্ৰহণ কৰিছিল চৈধ্যতা সন্তানে চৈধ্যতা সন্তান জন্ম দিব লগা হোৱাৰ বাবে মোগল সাম্ৰাজ্যৰ সৰ্বত্ৰকালৰ শ্ৰেষ্ঠা সুন্দৰী গৰাকীৰ সুন্দৰতাখিনি তিল্‌তিল্‌কৈ ক্ষয় হৈছিল। মমতাজ হৈ পৰিছিল ৰোগী। মাতৃ মমতাজ ৰুগীয়া হোৱাৰ বাবেই সন্তান সকলো নিতান্তই ৰুগীয়া হৈছিল। বহু সন্তানৰ মৃত্যুও হৈছিল। মাত্ৰ বাচি ৰৈছিল ছয়জনহে সন্তান।

১৬২৭ খ্ৰী. ত জাহাংগীৰৰ মৃত্যু হয় আৰু ছাহজাহান সিংহাসনত উঠে। ১৬৩১ চনৰ সাত জুনৰ বুধবাৰে মমতাজে প্ৰসৱ কৰিছিল ছাহজাহানৰ চৈধ্য নম্বৰ সন্তানটি। সেইদিনাই শেষ নিশা মমতাজৰ জীৱনৰ যৱনিকা পৰিছিল আৰু সম্ৰাট ছাহজাহানে হেৰুৱাইছিল সৰ্বকালৰ অন্যতম সুন্দৰী গৰাকীৰ সান্নিধ্য। বহুলোকে ক'ব বিচাৰে যে এক প্ৰকাৰ যৌন নিপীড়নৰ ফলতেই মমতাজৰ মৃত্যুৰ কাৰণ। মৃত্যুৰ আগতে এজন ভৱিষ্যৎ দ্ৰষ্টাই ছাহজাহানক ভৱিষ্যৎ বাণী কৰিছিল যে ছাহজাহানে চৈধ্য নম্বৰ সন্তানটিৰ কামনা কৰিলে মমতাজৰ মৃত্যু হ'ব। কিন্তু ছাহজাহানে ভৱিষ্যৎ বক্তাজনৰ কথা গুৰুত্ব নিদিয়াৰ কাৰণেই হয়তো চৈধ্যবাৰ প্ৰসৱৰ যন্ত্ৰণা মমতাজে ভোগ কৰিছিল আৰু অন্তিম সন্তানটি জন্ম দিবলৈ যাওঁতে মমতাজৰ কৰুণ মৃত্যু হৈছিল — আৰু তেওঁ হেৰুওৱাব লগা হৈছিল বিবাহিত জীৱনৰ জীৱন সংগিনীক।

উনৈশ বছৰীয়া দাম্পত্য জীৱনত মমতাজে জন্ম দিয়া সন্তান কেইটা হ'ল ক্ৰমে — চমানি বেগম (১৬১৩), জাহানাৰা (১৬১৪), দাৰা শিকো (১৬১৫), শাহচুজা (১৬১৬), ৰোশনাৰা বেগম (১৬১৭), ঔৰংজেৱ (১৬১৮), সুৰা (১৬২৪), হাচনাৰা বেগম (১৬৩০) আৰু শেষৰ কন্যা সন্তানটো ১৬৩১ চনৰ দিনা জন্ম হয় আৰু জন্মৰ পাছতেই মৃত্যু হয়।

## সাৰে আছে তাজমহল .......

মমতাজ নৰিয়া পাটীত পৰি মৃত্যুক্ষণ গণি থাকোতে তেওঁৰ স্মৃতি সমষ্ট পৃথিৱীয়ে জনাকৈ চিৰযুগমীয়া কৰি ৰাখিম বুলি সম্ৰাট ছাহজাহানে প্ৰতিশ্ৰুতি দিছিল। সম্ৰাটে পৃথিৱীৰ বুকুৰ পৰা হেৰাই যাব খোজা মোগল সাম্ৰাজ্যৰ শ্ৰেষ্ঠ সুন্দৰতাখিনিৰ গুচৰত যেন প্ৰতিশ্ৰুতি দিছিল — এই সৌন্দৰ্য তেওঁ চিৰদিন জীয়াই ৰাখিব সমষ্ট ভূভাৰক্তে জনাকৈ। সম্ৰাটে মনতে পাঙিছিল তথা দৃঢ় প্ৰতিজ্ঞ হৈছিল যে তেওঁ এনে এটা যাউতীযুগীয়া আশ্বৰ্যজনক বস্তু সৃষ্টি কৰিব যিটি বস্তু কোনো পুৰুষে কোনো নাৰীৰ বাবে, কোনো স্বামীয়ে কোনো স্ত্ৰীৰ বাবে, কোনো প্ৰেমিকে প্ৰেমিকাৰ বাবে সৃষ্টি কৰা নাই।

উল্লেখযোগ্য যে 'দিলবাহাৰা' মমতাজৰ প্ৰেমৰ চিন স্বৰূপে ছাহজাহানে আগ্ৰাৰ যমুনা নদীৰ পাৰত নিৰ্মাণ কৰিছিল মমতাজৰ সমাধি 'তাজমহল'। শুভ্ৰ মাৰ্বল পাথৰেৰে তাজমহল সাজোতে ছাহজাহানে ৰাজভঁৰাল উদং কৰি পেলাইছিল। যাৰ বাবে খৰচ হৈছিল তিনি কোটি টকাৰ আৰু সময় লৈছিল ২২ বছৰ (কোনো লোকে কয় ১২ বছৰ, খৰচ ৫০ লাখ টকা)। মমতাজৰ প্ৰেমে ছাহজাহানক ইমানেই অন্ধ কৰি পেলাইছিল যে বিশ্বৰ আন ঠাইত যাতে তাজমহলৰ আৰ্হি চিত্ৰ দ্বিতীয়বাৰ আঁকিব নোৱাৰে তাৰ বাবে তাজমহলৰ আৰ্হি চিত্ৰ শিল্পী ওস্তাদ ইছাৰ মৃত্যুদণ্ড দিছিল।

ছাহজাহানৰ পত্নী মমতাজৰ সৌন্দৰ্য আৰু প্ৰতিব্ৰতাই ছাহজাহানক অমৰ কাম কৰিবলৈ প্ৰেৰণা দিছিল। মমতাজৰ প্ৰেম আছিল পূৰ্ণিমাৰ জোনটোৰ দৰে সঁচা, নিৰ্মল। তেওঁৰ ভালপোৱা আছিল সঁচা মৰম ভালপোৱা, যি ওজনবিহীন

তুলনাবিহীন, পৰিধিবিহীন। যাক কোনো কলঙ্ক, কালিমা আৰু কলুষতাই স্পৰ্শ কৰিব নোৱাৰে। মমতাজৰ প্ৰেম সঁচা প্ৰেম, দাম্পত্য জীৱনৰ প্ৰকৃত প্ৰেম, ভাৰতীয় নাৰীৰ পতিব্ৰতা প্ৰেম। যি প্ৰেমে মোগল ৰাজদৰবাৰৰ পৰা বিশ্ব দৰবাৰত স্থান পাইছে। অৱশেষত মোগল সম্ৰাটেও মমতাজৰ প্ৰেম বুজি পাইছিল। জীৱিত কালত এই প্ৰেম পৰিশোধ কৰিব নোৱাৰিলেও মৃত্যুৰ পাছত মমতাজৰ প্ৰেম তেওঁ পৰিশোধ কৰিছিল। প্ৰকৃততে সম্ৰাটৰ কামাতুৰা চৰিত্ৰই মমতাজৰ মৃত্যু মাতি আনিছিল যদিও তেওঁৰ মৰম ভালপোৱাখিনি নিষ্ঠুৰ নাছিল।

বহুতেই ক'ব বিচাৰে যে ছাহজাহান দুৰ্দান্ত প্ৰেমিক নাছিল, বৰঞ্চ মমতাজৰ অকাল মৃত্যুৱে তেওঁক অমৰ প্ৰেমিক ৰূপে আখ্যা দিয়ে। সেই সময়ত সম্ৰাটৰ বাবে কোনো কামৰে হয়তো দুসাধ্য নাছিল। মৰমৰ পত্নীয়ে যি বিচাৰিছিল তাকে কৰি দিব। আকাশৰ জোনটোলৈও যেন তেওঁ হাত মেলিব পত্নীৰ মৰমৰ তাগিদাত। মমতাজ আছিল ছাহজাহানৰ জীৱনৰ প্ৰথম ভালপোৱা, প্ৰথম প্ৰেম আৰু জগাই তোলা প্ৰথম নাৰী। মানৱ সভ্যতা থাকে মানে ছাহজাহান-মমতাজৰ প্ৰেমৰ কাহিনী জনসাধাৰণৰ মাজত প্ৰচাৰ হৈ থাকিব। তাজমহল ভাৰতৰ গৌৰৱ, ই ভাৰতীয় সভ্যতাৰ গৌৰৱ স্তম্ভ। বগা মাৰ্বলৰ বিশ্ববিশ্ৰুত তাজমহলে আজিও সোঁৱৰে ছাহজাহান মমতাজৰ অমৰ প্ৰেম কাহিনী।

ইতিহাস থাকে মানে তাজমহলে দুয়ো প্ৰেমিক-প্ৰেমিকা বিৰল প্ৰেমৰ কাহিনী সোঁৱৰাই থাকিব। দুয়ো যেন যুগ যুগান্তৰৰ প্ৰেমৰ বান্ধোনেৰে বান্ধ খাই থকা এহাল-প্ৰেমিক-প্ৰেমিকা। এয়ে তাজমহল— য'ত কেৱল স্মৃতিয়ে নাই, য'ত কেৱল পত্নীৰ সমাধিয়ে নাই, আছে প্ৰেমৰ মচিব নোৱৰা শিলত আঁকা ৰেখা। চিৰনিৰ্মল যমুনাও তাজমহলৰ প্ৰতিবিম্ব বুকুত লৈ অহৰহ ঢাৱমান হৈ আছে। কোনোবা তৃষ্ণাতুৰ পথিকে যমুনাৰ একোজলী পানী ধৰি খালেও যমুনাৰ পানীত তাজমহলৰ প্ৰতিবিম্ব চকুত পৰিব। যমুনা যেন এখন স্ৰোতস্বিনী নদী নহয়। এখন প্ৰেমৰ নদী যি প্ৰেমৰ কথাও কয়। ছাহজাহানৰ প্ৰাণ ইপ্সিতা নাৰীৰ কথা কয়।

প্ৰেম সমগ্ৰ বিশ্বপ্ৰকৃতিৰেই প্ৰাণস্পন্দন, মানৱ হৃদয়ৰ সৰ্বোত্তম আবেগ হিচাপে প্ৰেমে মানুহৰ জীৱনলৈ গতিশীলতা আনি দিয়ে, ছাহজাহানৰ পৰিচিত প্ৰেমৰ বাবেই। কবি বৰ্ণিত —

*'প্ৰেম এক সুৰভিত সংলাপ*
*মৌনতাতো বাংময়*
*এন্ধাৰতো চিন্ময়*
*প্ৰেম এক পৰম বিস্ময়।'*

ছাহজাহানে যদি প্ৰেম নকৰিলেহেঁতেন! ছাহজাহান যদি মমতাজৰ প্ৰেমত নপৰিলহেঁতেন.....!! তেন্তে হয়তো লালকিল্লাৰ দুৰ্গৰ পৰা যমুনাৰ পৰিষ্কাৰ পানীত মাৰ্বল পাথৰৰ কবিতাটি দেখা পোৱা নগ'লহেঁতেন! ছাহজাহান যদি আন মোগল সম্ৰাটসকলৰ দৰে বহুনাৰী গামী নহ'লেহেঁতেন, যদি তেওঁ মমতাজৰ প্ৰেমত মচগুল নহ'লহেঁতেন তেনেহ'লে আমি পৃথিৱীৰ আচৰিত বস্তুপদ দেখাৰ পৰা বঞ্চিত হ'লোহেঁতেন। পৃথিৱীৰ সাতটা আচৰিত বস্তুৰ ভিতৰত এটা তাজমহলে আজিও সোঁৱৰে ছাহজাহান-মমতাজৰ অমৰ প্ৰেম কাহিনী। প্ৰকৃততে মমতাজৰ প্ৰেম আৰু প্ৰেৰণাই ছাহজাহানক আশ্চৰ্যজনক বস্তু সৃষ্টি কৰিবলৈ প্ৰেৰণা যোগাইছিল।

মোগল সাম্ৰাজ্যৰ আন মোগল বীৰ সম্ৰাট সকলক বিশ্বই যিমান জানে তাতোকৈ বেছি জানে সম্ৰাট ছাহজাহানক। অৰ্থাৎ ছাহজাহানক বিশ্বই যিমান জানে বাকী মোগল সম্ৰাটসকলক সিমান নাজানে। ছাহজাহান সৰ্বত্ৰবিদিত। ছাহজাহান পৰিচিত তথা বিশ্ববিখ্যাত একমাত্ৰ প্ৰেমৰ বাবেই। ছাহজাহান মমতাজৰ যুগল প্ৰণয়ৰ সাক্ষী তাজমহলক লৈ বিশ্বৰ কৌতূহলৰ সীমা নাই। ইমান সৌন্দৰ্য, ইমান স্মৃতি, ইমান প্ৰেম আছে তাজমহলৰ বুকুত! তাজমহলৰ প্ৰতিডোখৰ মাৰ্বল পাথৰেই ছাহজাহান মমতাজৰ প্ৰেমৰ সাক্ষী।

হোমেন বৰগোহাঞিদেৱে অসমীয়া প্ৰেমৰ কবিতা'ৰ পাতনিত উল্লেখ কৰিছে যে — মমতাজৰ মৃত্যুৰ পিছত সম্ৰাট ছাহজাহানে প্ৰিয়া বিৰহত অৰ্ধমৃত হৈ কেৱল প্ৰেয়সীৰ ৰূপ ধ্যান কৰি কাল কটোৱা নাছিল। তেওঁ ইমান ইন্দ্ৰিয়বিলাসী আছিল যে হাৰেমৰ সকলো সুন্দৰীয়েও তেওঁৰ দেহৰ ক্ষুধা তৃপ্ত কৰিব পৰা নাছিল। তেওঁৰ সন্তুষ্টিৰ কাৰণে দূৰ দূৰন্তৰ পৰা গণিকা আমদানি কৰিব লগা হৈছিল। কিন্তু এফালে যেতিয়া তেওঁ দেহৰ বিলাসত এনেভাৱে মত্ত আছিল, আনফালে ঠিক সেই সময়তে তেওঁ এগৰাকী মৃতা মহিলাৰ স্মৃতি ৰোমন্থন কৰি কৰি ৰচনা কৰিছিল

এটি মাৰ্বলৰ কবিতা — 'একবিন্দু নয়নেৰে জল, কালেৰ কপোতলে শুভ্ৰ সমুজ্জ্বল, এই তাজমহল।' দেহ সম্পূৰ্ণ পৰিতৃপ্ত হৈ থকা অৱস্থাতো আৰু অগণ্য সুন্দৰী নাৰীৰ দ্বাৰা অহৰহ পৰিবৃত হৈ থকা অৱস্থাতো মৃতা মমতাজৰ স্মৃতিয়ে কামুক ছাহজাহানৰ মনত যি অতীন্দ্ৰিয় ক্ষুধা জগাই ৰাখিছিল তাকেই আমি প্ৰেম বুলি কওঁ।'

প্ৰকৃততে ছাহজাহানৰ ভালপোৱা আছিল অপৰিসীম। আনকি পুতেক ঔৰংজেৱৰ হাতত আগ্ৰাৰ দুৰ্গত আঠ বছৰ বন্দী হৈ মৃত্যু ক্ষণ গণি থকা সময়তো ছাহজাহানৰ অস্থি-চৰ্ম-সাৰ জীৱন্ত কংকালটোৱে মমতাজৰ নাম ৰোমন্থন কৰিয়ে দিন কটাইছিল। ছাহজাহানৰ জীৱনতো নৰ্তকী, বাঈজী, সুন্দৰী ৰমণী, বেগম মমতাজ, সুৰাৰ পিয়লা, প্ৰেম, ৰোমাঞ্চ, বিষাদ আদিৰে ভৰপূৰ। প্ৰেম সমুদ্ৰত ডুব গৈ সাঁতুৰি-নাদুৰি ফুৰা মোগল হাৰেমৰ অনমনীয় সম্ৰাট ছাহজাহানৰ বাবে অসাধাৰণ মমতাজ হৈ থাকিল এক মধুৰ অথচ কৰুণ স্মৃতিৰ টুকুৰা আৰু প্ৰেমৰ প্ৰতীক।

খলিল জিব্ৰানৰ প্ৰফেটেৰে ক'ব পাৰি—

'When love beekons to you follow him though his ways are hard and steep.' প্ৰেমে মানুহক যিদৰে উল্লাসিত বা প্ৰেৰণাদীপ্ত কৰিব পাৰে সেইদৰে প্ৰেমে ক্ৰুছবিদ্ধও কৰিব পাৰে।'

ভাৰতবৰ্ষত প্ৰেমৰ নামত মূল্যবান উপহাৰ হ'ল তাজমহল। অৱশ্যে এই বিষয়ে কিছু বিতৰ্কও শুনা যায়। পি এন ওক নামৰ লিখকজনৰ 'Taj Mahal is a Hindu Palace' নামৰ গ্ৰন্থ বা ফৰাচী ভ্ৰমণকাৰী তাৰ্ভানিয়াৰৰ মতে মমতাজৰ মৃত্যু হৈছিল বুৰহানপুৰত আৰু মৃত্যুৰ প্ৰায় ছমাহমান পিছত তেওঁৰ মৃতদেহ বুৰহানপুৰৰ পৰা আনি আগ্ৰাত পুনৰ কবৰ দিয়া হয়। পণ্ডিতসকলে বিভিন্ন সন্দেহজনক প্ৰশ্ন কৰিলেও আজিও তাজমহল দৰ্শনাৰ্থীয়ে ছাহজাহান-মমতাজৰ অমৰ প্ৰেমৰ কিছু অনুভৱ তাজমহলৰ ওচৰত থিয় হৈয়ে কৰিব পাৰে। কেতিয়াবা এনেহে লাগে আপুৰুগীয়া আৰু 'যুগমীয়া' শব্দ দুটা একমাত্ৰ যেন তাজমহলৰ বাবেহে সৃষ্টি হয়।

# গ্ৰীক প্ৰেম কাহিনী

## পিগ্‌মেলিয়ন আৰু আফ্ৰোদিত

নাৰী চিৰকাল চিৰন্তন প্ৰেমৰ প্ৰতীক। বিশ্ব সাহিত্য সৃষ্টিত নাৰী আৰু প্ৰেমৰ ভূমিকা অপৰিহাৰ্য। নাৰী আৰু প্ৰেমক লৈ ৰচিত হৈছে নানান কাব্য-মহাকাব্য। গ্ৰীচৰ মহাকবি হোমাৰৰ দ্বাৰা ৰচিত 'ইলিয়াড' আৰু 'ওডিচি'ৰ মূল উৎস হ'ল নাৰী আৰু প্ৰেম। সুন্দৰী নাৰী হেলেনৰ কাৰণে গ্ৰীক আৰু ট্ৰজানৰ মাজত যুদ্ধ হৈছিল ফলত ট্ৰয়নগৰী ধ্বংস হৈছিল আৰু তাৰ আলমত হোমাৰৰ কাপৰ পৰা নিৰ্গত হৈছিল ইলিয়াড-ওডিচি।

গ্ৰীচৰ মহাকাব্যৰ পৰা আৰম্ভ কৰি সাধুকথা, গল্প, কিংবদন্তিৰ কাহিনী সকলোতে নাৰী আৰু প্ৰেমৰে জয়গান। গ্ৰীক প্ৰেম কাহিনীৰ প্ৰধান বৈশিষ্ট্য হ'ল দেৱ-দেৱী আৰু মানৱ-মানৱীৰ প্ৰেম আৰু ৰূপৰ বৰ্ণনা। গ্ৰীচৰ এনে প্ৰেম কাহিনী ইংৰাজ কবি কীট্‌ছৰ কবিতাটো পোৱা যায়। কীট্‌ছৰ 'অ'ড টু ছাইকী'ত কণিষ্ঠতমা দেৱতা সুন্দৰী দেৱী 'ছাইকী' আৰু কাম প্ৰবৃত্তিৰ দেৱতা তথা প্ৰেমৰ কবিতা 'কিউপিড'ৰ মাজত হোৱা অমৰ প্ৰেম কাহিনী সুন্দৰকৈ ফুটি উঠিছে।

গ্ৰীকসকলৰ প্ৰেমৰ দেৱী 'আফ্ৰোদিত' আৰু মৰ্ত্যৰ শিল্পী পিগ্‌মেলিয়নৰ প্ৰেমৰ কাহিনীটো গ্ৰীক সাহিত্যৰ সকলো প্ৰেম কাহিনীৰ ভিতৰতে অন্যতম।

## গ্ৰীক শিল্পী পিগ্‌মেলিয়ন

গ্ৰীচ দেশৰ 'চাইপ্ৰাছ' দ্বীপৰ দক্ষিণ উপকূলত 'এমেথাছ' অৱস্থিত। এমেথাছতো আছিল এজন পাকৈত শিল্পী নাম পিগ্‌মেলিয়ন। পিগ্‌মেলিয়ন আছিল চাইপ্ৰাছ'ৰ ৰজা বেলাছৰ পুত্ৰ। স্বৰ্গৰ মহান শিল্পী যেনেকৈ 'হেপাষ্টাচ' সেইদৰে মৰ্ত্যৰ শিল্পী পিগ্‌মেলিয়ন। শিল্প ভাস্কৰ্যৰ অধিকাৰী খনিকৰজনাৰ যাদু স্পৰ্শত সাধাৰণ মাৰ্বল এডোখৰেও প্ৰাণ পাই উঠে।

## নাৰী সৌন্দৰ্য যাৰ ওচৰত নিষিদ্ধ.......

শিল্পী পিগ্‌মেলিয়ন আছিল ঘোৰ নাৰী বিদ্বেষী। আপাতত নাৰী সুন্দৰী। নাৰীৰ অনুপমা সৌন্দৰ্যক পিগ্‌মেলিয়নে ঘৃণাৰ চকুৰে চায়। নাৰী আৰু সৌন্দৰ্য তেওঁৰ ওচৰত পৰিত্যাজ্য। সৌন্দৰ্য পৰিহাৰ কৰাই যেন তেওঁৰ জীৱনৰ ব্ৰত। তেওঁৰ ওচৰত নাৰীৰ সৌন্দৰ্য নিষিদ্ধ।

## শূন্য মোৰ বুকু .....

এটা সময়ত শিল্পীজনাৰ জীৱনটোৱেই নীৰস, কৰ্কশ, কঠুৱা যেন লাগিল। তেওঁ থকা ঘৰটো শূন্য শূন্য যেন লাগিল। তেওঁ নিজকে প্ৰশ্ন কৰিলে এই ধুনীয়া ধুনীয়া শিলত কটা দেৱতাৰ মূৰ্তিবোৰে তেওঁক কি দিছে? সিহঁতৰ মাজত থাকি শিল্পী অকলশৰীয়া। কাৰণ এই মহান শিল্পত দেহ আৰু প্ৰাণ নাই, হৃদয় আছে প্ৰেম নাই। কিবা এক শূন্যতাই তেওঁৰ অন্তৰত হাহাকাৰ লগালে। মানুহক মানুহৰ স্পৰ্শৰ প্ৰয়োজন। স্পৰ্শৰ অভাৱতে হয়তো শিল্পীৰ মন উকা লাগিল।

## অনন্য সুন্দৰী তুমি .....

এদিন হঠাৎ পিগ্‌মেলিয়নৰ ভাস্কৰী সপোন ভাগিল। ৰাতিপুৱা বেলি উঠোতে যেনেকৈ এচাটি সোণোৱালী কিৰণ ভৈয়ামলৈ নামি আহে, ঠিক তেনেদৰে সোণোৱালী পোহৰৰ দৰে স্বৰ্গৰ এটি নাৰী মূৰ্তি তেওঁৰ ফালে আগুৱাই আছে। দূৰৈৰ পৰাই নাৰীৰ খোজৰ শব্দ, গতিৰ ছন্দই তেওঁৰ মনৰ তন্দ্ৰা ভাঙিলে। তেওঁ দেখা পালে তেওঁৰ সন্মুখত অনিৰ্বাচনীয়ৰূপ লাৱণ্যৰ অপৰূপ ৰূপৰ তেজ মণ্ডহৰ এটি জীৱন্ত নাৰী দেহ।

## সঁচা অন্তৰৰ প্ৰথম প্ৰেম .....

আগন্তুকৰ চকুৰ চাৱনিত সঁচাকৈয়ে জবাব নাই। তেওঁৰ চকুত আছে সাগৰৰ গভীৰতা। চকুৰ তীৰ্যক চাৱনিত সহজে কোনো ডেকা প্ৰেমত পৰিব পাৰে।

গোলাপৰ পাপৰিৰ দৰে কুন্দত কটা মুখ। তেওঁৰ সন্মুখত চৌষষ্ঠী কলাৰ পূৰ্ণ সমাহাৰেৰে এটি জীৱন্ত নাৰীমূৰ্তি। নাৰী বিদ্বেষী পিগ্‌মেলিয়ন মুহূৰ্ততে সেই নাৰীৰ ৰূপত মুগ্ধ হ'ল আৰু পলকতে তেওঁ প্ৰেমত পৰিল, প্ৰথম নাৰী প্ৰেমত।

## প্ৰেমৰ প্ৰস্তাৱ ......

পিগ্‌মেলিয়নৰ অন্তৰৰ পৰা নাৰীৰ প্ৰতি থকা অহংকাৰী ঘৃণাৰ ভাব পলকতে মৃত্যু ঘটিল। তাৰ ঠাইত খোপনি পুতিলে এক মৃত্যুহীন প্ৰেমে। তেওঁৰ ঘৃণাবোৰ প্ৰেমত পৰিণত হ'ল। তেওঁ বুজিলে নাৰীয়ে শিল্পী জীৱনৰ অপৰিহাৰ্য অংগ। শিল্পীজনাই নাৰী গৰাকীৰ ওচৰত প্ৰেমৰ প্ৰস্তাৱ আগবঢ়ালে। শিল্পীয়ে তেওঁক প্ৰেয়সী হিচাপে পাব বিচাৰিলে। 'তুমি কোন এনে নাৰী যি পিগ্‌মেলিয়নক ভালপোৱাৰ কথা ভাবিবলৈ শিকালা? মোৰ জীৱনত তোমাৰ প্ৰেমৰ স্পন্দন ঘটক। তুমি হ'বানে মোৰ জীৱন যৌৱনৰ লগৰী? তোমাক ভাল পাই মই মহৎ হ'ব বিচাৰো লাহৰী!'

## প্ৰেমৰ দেৱী আফ্ৰোদিত

উল্লেখযোগ্য যে যি নাৰীয়ে চিৰকুমাৰ পিগ্‌মেলিয়নৰ হৃদয়ত স্পন্দন আনিবলৈ সক্ষম হৈছিল, চিৰসংযমী শিল্পী জনাৰ ধ্যান ভংগ কৰি জীৱনৰ হেৰুৱা ছন্দ উদ্ধাৰ কৰিছিল, প্ৰকৃততে সেই নাৰী মানৱী নাছিল। তেওঁ আছিল স্বৰ্গৰ দেৱী। স্বৰ্গৰ প্ৰেমৰ অধিষ্ঠাত্ৰী দেৱী 'আফ্ৰোদিত'।

পিগ্‌মেলিয়নে নাৰী গৰাকী স্বৰ্গৰ দেৱী আফ্ৰোদিত বুলি জানিব পাৰি তেওঁৰ ওচৰত প্ৰেম নিবেদন কৰা কাৰণে দেৱীৰ ওচৰত ক্ষমা বিচাৰিলে। 'মোৰ প্ৰগলভতাক ক্ষমা কৰক দেৱী। মই নজনাতহে আপোনাক প্ৰেমৰ অঞ্জলি যাচিলো। সামান্য শিল্পী পিগ্‌মেলিয়নৰ এই ধৃষ্টতা মাৰ্জনা কৰক।'

দেৱীয়ে ক'লে — 'নাৰী মানে পৰিত্যাজ্য নহয়। নাৰী দুৰ্জেয়। নাৰীৰ সকলো ৰূপ তুমি হয়তো দেখা নাই। তোমাক মই আশীৰ্বাদ কৰিছো, তোমাৰ প্ৰেম অক্ষয়-অমৰ হওক। তুমি যি মুহূৰ্তত মোক ভাল পাই পেলাইছিলা সেই

মুহূৰ্তত তুমি জীৱনৰ প্ৰতি জনাইছিলা শ্ৰদ্ধা। তুমি সতেজ হোৱা দীপ্ত হোৱা। প্ৰেমালোকত তোমাৰ শিল্পকৰ্ম পূৰ্ণ বিকশিত হওক।'

কথাখিনি কৈ দেৱী আফ্ৰোদিত অন্তৰ্ধান হ'ল। পিগ্‌মেলিয়নৰ মন-অন্তৰ কিবা এটা হেৰুৱাৰ বেদনাৰে ভৰি পৰিল। নাৰীৰ প্ৰেমৰ প্ৰতি হোৱা এই মধুৰ বেদনা তেওঁ আগেয়ে পোৱা নাছিল। তেওঁ যেন এটি অনুপ্ৰেৰণা পালে। এটি স্বৰ্গীয় অনুপ্ৰেৰণা আহি তেওঁৰ অন্তৰত প্ৰবেশ কৰিলে। সৃষ্টিৰ আঁৰত প্ৰেৰণা তাকে, নাৰী আৰু প্ৰেমৰ প্ৰেৰণা। সকলো সাহিত্য শিল্প ভাস্কৰ্যৰ উৎস হ'ল প্ৰেম। প্ৰেম অম্লান। সৃষ্টিৰ সকলো মাধুৰ্যৰ উৎস হ'ল প্ৰেম আৰু প্ৰেৰণা।

## পাষাণী প্ৰেয়সী

শিল্পী পিগ্‌মেলিয়নে ক্ৰমে আগবাঢ়িল নিজৰ শিল্পতীৰ্থলৈ। তেওঁৰ প্ৰাণৰ ভিতৰত বাজি উঠিল এক নতুন সুৰ। নৱ প্ৰেৰণাৰে শিল্পীয়ে হাতত তুলি ল'লে হাতুৰী-বটালী। এচপৰা বৰফ যেন বগা মাৰ্বলৰ ওপৰত হাতুৰী-বটালী কট্‌কট কুট্ কুট্‌কৈ চলিল অবিৰাম। তেওঁ মনতে দৃঢ় সংকল্প ল'লে তেওঁ তিল্ তিল্‌কৈ তিলোত্তমাক জন্ম দিব। তেওঁ এনে এক প্ৰেমময়ী নাৰী মূৰ্তি গঢ়িব যাক পৃথিৱীৰ কোনো মানুহে ইয়াৰ আগতে দেখা নাই। শিলাকুটিৰ মুখৰ পৰা যেন আপোনা আপুনি ওলাই আহিল—

'হে প্ৰেমৰ দেৱী, এধানমান অনুপ্ৰেৰণা দিয়া। মোৰ হাতত এনে শক্তি দিয়া, যেন এই শিলৰ পৰাই তোমাৰ গ্ৰহণীয়, তোমাৰ পূজাৰ যোগ্য, এজনী গাভৰুৰ সৃষ্টি হয়।'

দেৱীয়ে পিগ্‌মেলিয়নৰ মিনতি শুনিলে। শিল্পীৰ হিয়াত এগৰাকী তিলোত্তমাহেন নিৰুপমা সুন্দৰী দেৱীৰ ছাঁয়া-পুতলা আঁকি দিলে আৰু সেই ছাঁয়া পুতলাকে কায়াপুতলাত পৰিণত কৰিবলৈ শিল্পী পিগ্‌মেলিয়নক শক্তি দিলে। শিল্পীৰ হিয়াৰ সেই ছবিখন মাৰ্বলৰ গাত ৰূপ লৈ উঠিল। তেওঁ তিল্ তিল্‌কৈ তিলোত্তমাক জন্ম দিলে। য'ত ৰূপ-যৌৱন, মোহনীয়তা কমনীয়তা একোৰেই অভাৱ নাছিল। লগে লগে শিল্পীৰ প্ৰাণ সেই মূৰ্তিৰ সৌন্দৰ্যত উথলি উঠিল। শিল্পী নিজেই নিজৰ সৃষ্টিত থমকি ৰ'ল।

মূৰ্তিৰ কাম সম্পূৰ্ণ হওঁ হওঁ। দেৱীৰ অনুপ্ৰেৰণাৰ সোঁতত শিল্পীয়ে নিজকে এৰি দিলে। খট্ খট্ খট্ খট্ ......। হাতুৰী-বটালী যেন আপোনা-আপুনি চলিল। পাঁকৈত শিল্পীৰ নিপুণ কাৰিকৰী হাতৰ শেষ পৰশ লাগি মূৰ্তি মূৰ্তিমতী সৌন্দৰ্য হৈ উঠে পৃথিৱীৰ যেন এটি অভিনৱ আশ্চৰ্য। সাই লাখ যেন বিশ্বকৰ্মাৰ তিলোত্তমাহে।

## ৰূপ তোমাৰ দেৱীৰ .....

হঠাৎ পিগ্‌মেলিয়নে যেন সম্বিত ঘূৰাই পালে। এয়া তেওঁ কি সৃষ্টি কৰিলে! এয়াতো তেওঁ স্বৰ্গৰ অপেশ্বৰী প্ৰেমৰ দেৱী আফ্ৰোদিতৰ মুখাবয়ব ফুটাই তুলিছে, যাক তেওঁ প্ৰথমে প্ৰেম নিবেদন কৰিছিল। কিন্তু এয়াতো তেওঁ বাঞ্ছা কৰা নাছিল।

তেওঁ হ'ল দেৱী, স্বৰ্গৰ প্ৰেমৰ অধিষ্ঠাত্ৰী দেৱী। তেওঁক পোৱাটো অসম্ভৱ! তেওঁক পাবলৈ হাত মেলাতো বাওনা হৈ চন্দ্ৰলৈ হাত মেলাৰ নিচিনা! স্বৰ্গৰ দেৱী এনে এক বস্তু যাক চাব পাৰি, চুব নোৱাৰি, ভাল পাব পাৰি— পাব নোৱাৰি। মৰ্ত্যৰ মানুহ হৈ স্বৰ্গৰ দেৱীক পাবলৈ বিচৰাটো কেৱল ধৃষ্ঠতা....!'

## হৃদয়ত লিখিলো তোমাৰেই নাম .....

তথাপিও, পিগ্‌মেলিয়নে তেওঁৰ সৃষ্টিক ত্যাগ কৰিব নোৱাৰে। প্ৰকৃততে বাৰে বাৰে তেওঁৰ হৃদয়ে সেইজনাক্রে বিচাৰে যাক তেওঁ মাৰ্বলৰ ওপৰত ৰূপ দিছে। তেওঁৰ হৃদয়ত মাথোন সেই গৰাকী নাৰীয়েই আলোড়নৰ সৃষ্টি কৰিছে যাক তেওঁ প্ৰথম দৰ্শনতে প্ৰেম নিবেদন কৰিছিল। তেওঁৰ প্ৰিয়তমা নাৰী যদি শিল্পৰ ৰূপত দেখা দিয়ে, শিল্পীৰ কি দোষ! ইমান দিনৰ তেওঁৰ সঞ্চিত সকলো প্ৰেম ঢালি দিলে সেই নাৰী মূৰ্তিত।

## তুমি যদি সুন্দৰ তোমাৰ দৃষ্টি সুন্দৰ ......

মূৰ্তি নিৰুপমাই এখনি হাত মেলি দিছে যেন শিল্পীক সাৱটি ধৰিবলৈহে। আনখনি হাতত আকৌ এপাহি সুন্দৰ গোলাপ। গোলাপ ফুলপাহে যেন শিল্পীক

প্ৰেম আৰু শান্তিহে বিলাইছে। ওঁঠ দুটি যেন অলপ লৰিছে। কমনীয় ওঁঠত ভুৱন ভোলোৱা হাঁহিৰ ভাব। শান্ত-গম্ভীৰ মুখাখনিত যেন মানুহৰ অন্তৰৰ চেনেহ লেপি থৈছে কোনোবাই। চকুৰ চাৱনিত সঁচাকৈয়ে জবাব নাই, তেওঁৰ দুচকুত সাগৰ সম গভীৰতা। যি অপলক নেত্ৰে চাই আছে শিল্পী পিগ্‌মেলিয়নৰ ফালে। নাৰী মূৰ্তিটোৰ গ্ৰীকদেহ, পীনোন্নত বক্ষযুগল, ৰেশমী চুলি, লাহী কঁকালৰ গভীৰত তেওঁ বাৰে বাৰে ওঁঠেৰে স্পৰ্শ কৰিলে। অন্ধ প্ৰেমত তেওঁ পাহৰি গ'ল ৰমনী যে প্ৰাণহীন।

## কি নাম দি মাতিম তোমাক ....

পিগ্‌মেলিয়নে হয়তো ভাবিলে কি নাম থ'লে শুৱাব তোমাক কেতিকী নে মালতী! নে গোলাপ কোমল .....'সৃষ্টিকৰ্তা পিগ্‌মেলিয়নে সেই তিলোত্তমা নাৰী ভাস্কৰ্যটিৰ নাম থ'লে মৰমতে 'গেলাচিয়া'। গোলাপ কোমল নাম। গেলাচিয়াই পিগ্‌মেলিয়নৰ জীৱনৰ অন্তহীন কবিতা। তেৰেঁই শিল্পীৰ প্ৰেম আৰু প্ৰেমিকা। সেয়ে হয়তো শিল্পীজনাই মৰমতে প্ৰেমিকাৰ নাম থ'লে 'গেলাচিয়া'।

## তুমিয়েই শিকালা প্ৰেমৰ অ-আ-ক-খ.....

পাগল হৈ পৰে শিল্পীগেলাচিয়াৰ প্ৰেমত। ইমান ৰূপ তেওঁ যেন সহিব নোৱাৰে। তেওঁ উত্ৰাৱল হৈ চিঞৰি উঠিল, — হায়! হায়! ঐ কিয়নো বাৰু মই তোমাক ৰূপ দি তুলিলো! তুমিয়ে যে মোক শিকালা প্ৰেম গীতি কি! তুমিয়ে শিকালা মোক প্ৰেমৰ অ-আ-ক-খ....! প্ৰেমৰ আদি পাঠ! আনেও প্ৰেমৰ পাঠ শিকে ভাল আৰু ময়ো শিকিছো ভাল। দেৱতাই প্ৰাণৰ বুদ্‌বুদ সানি সুন্দৰী নাৰীক পঠিয়াই দিয়ে মানুহক স্নেহ দিবলৈ। দুৰ্ভগা মইহে নিজ হাতে কটা মূৰ্তি এটাৰ ভালপোৱাক লৈ সন্তুষ্ট থাকিব লাগিব। হায়, যদি এই মূৰ্তিটোক নিখুঁত কৰি লৈ প্ৰাণ দি ল'ব পাৰিলোহেঁতেন।'

পিগ্‌মেলিয়নে তেওঁৰ প্ৰেমত ব্যাকুল হৈ দিনৰ দিনটো বহি থাকে গেলাচিয়াৰ চৰণ প্ৰান্তত। চুমা খাই সেই প্ৰস্তৰ কঠিন চৰণ কমলত। যদিও তেওঁ

প্ৰাণৰ দেৱী। তেওঁ গেলাচিয়াক এৰিব নোৱাৰে। তেওঁ গেলাচিয়াক নিজৰ শোৱনি কোঠালৈ নিয়ালে। তাতে জালিকটা দেৱালয়ৰ গাত মূৰ্তিটো থাপনা কৰিলে।

## জাংফাই কেৰুযোৰ পণিয়লী বাখৰবোৰ কাৰণো গাত জিলিমিলি কৰে....

পিগ্‌মেলিয়নে বিবিধ আ-অলংকাৰেৰে সজাবলৈ স্থিৰ কৰিলে তেওঁৰ প্ৰাণৰ প্ৰতিমাক। পেৰাবোৰ মুকলি কৰি সবাতোকৈ দামী আ-অলংকাৰকেই পদ উলিয়াই আনিলে। সেই বোৰে — প্ৰেয়সীৰ শোভা বৰ্ধন নকৰিব বুলি ভাবি এমেথাছ বন্দৰৰ প্ৰত্যেকজন সোণাৰীৰ সোণৰ শাললৈ গ'ল আৰু তাৰ পৰা সোণ, পোৱাল, মুকুতা, বাখৰ হীৰাৰ গহনা কিনি লৈ ঘৰলৈ ঘূৰিল।

হাতীৰ দাঁত যেন হাতৰ ঠাৰিত পিন্ধাই দিলে খাৰু, উৰ্ধ্ব বাহুত মণিকংকন। পাঁজিসেৰা যেন হাতৰ দহো আঙুলিত খুৱাই দিলে উজ্জ্বল হীৰাৰ আঙুঠি। ফুল কুমলীয়া ডিঙিত মেৰিয়াই দিলে বাচক-বনীয়া মুকুতা খটোৱা ৰত্নহাৰ। কাণত স্বৰ্ণফলক। কঁকালত মুক্ত খচিত স্বৰ্ণবাজু। শুভ্ৰ ভৰি দুখনত ৰূপৰ নূপুৰ পিন্ধাই দিলে। শ্ৰেষ্ঠ বস্ত্ৰৰ আভৰণে ঢাকি দিলে তেওঁৰ গেলাচিয়াৰ নগ্নতাক। ইমানবোৰ আ-আভৰণ পিন্ধায়ো শিল্প জনা ক্ষান্ত নাথাকিল। প্ৰেমৰ নিবেদন আৰু মধুৰ কৰিবলৈ কাউৰী পুৱাতে ফুলনিলৈ গৈ সুগন্ধি ফুল এৰুঁকি তুলি আনি মূৰ্তিৰ চৰণত অঞ্জলি যাচিলে। মূৰ্তিৰ চৰণ তলত কোনোবা চহকী খৰিদ্দাৰ সদাগৰৰ বাবে গঢ়া সোণ খটোৱা এধানমান বেদী এখনি থাপিলে। বেদীত সুগন্ধি ধূপ-ধূনা চন্দন জ্বলালে।

এইদৰে পিগ্‌মেলিয়নে যি প্ৰেম কোনো নাৰীক দিব নোৱাৰিলে সেই হৃদয়ৰ প্ৰেম ঢালি দিলে পাষাণী গাভৰুৰ চৰণত।

'হেৰা নাৰী, সৌন্দৰ্য মোৰ সুখৰ সপোন, মই জানো, কিমান ভালকৈ জানো, তোমাৰ চলন্ত শক্তি নাই, কথা ক'ব পৰা শক্তি নাই; কিন্তু আমৰণ মই তোমাকেই ভাল পাম, জীৱন্ত নাৰীৰ লগত জীৱন্ত নৰৰ যি সম্পৰ্ক তোমাৰ মোৰ সেই সম্পৰ্ক ৰ'ল।'

## জীৱনে বিচাৰে জীৱনৰ লগৰী .....

সকলো বস্তুৰে এটি সীমা থাকে। ধৈৰ্যৰো এটি সীমা আছে। এদিন পিগ্‌মেলিয়নৰ ধৈৰ্যৰ বান্ধ ছিঙি গ'ল। তেওঁ গেলাচিয়াৰ চৰণত চুমা এটি যাচি প্ৰেমৰ অধিষ্ঠাত্ৰী গোঁসানীৰ মন্দিৰৰ বেদীত মনে মনে স্মৰণ কৰিলেগৈ।

'হে মোৰ প্ৰেমৰ অধিষ্ঠাত্ৰী গোঁসানী, সঁচাই যদি তুমি প্ৰেমৰ দেৱী হোৱা, প্ৰেমিকৰ অন্তৰৰ বেথা যদি উপলব্ধি কৰা, যদি তুমি সঁচাকৈয়ে মোৰ অকৃত্ৰিম প্ৰেমৰ সাক্ষী হৈ আছা তেন্তে গেলাচিয়াক প্ৰাণ দিয়া। মোৰ অন্তৰত যেতিয়া ভালপোৱা উপজিলেই, তুমিনো মোক এদিন তেজ-মঙহৰ এটি লগৰী নিদিবানে? মোৰ পাষাণী প্ৰেয়সীক জীৱিত কৰি তোলা, যাতে মোৰ প্ৰেমক যথাৰ্থ কৰি তুলিব পাৰো, হে প্ৰেমৰ দেৱী, এই পাষাণীৰ কণ্ঠত সংগীত দিয়া, হৃদয়ত অনুভূতি দিয়া, আৰু নিথৰ ওঁঠত দিয়া স্পন্দন। মোৰ কাতৰ মিনতি পাৰেৰে ঠেলি আঁতৰাই নেপেলাবা। সঙ্গীবিহীন জীৱন হায়-হায় কি কষ্টৰ! প্ৰতিমাৰ প্ৰাণত প্ৰাণ দিয়া। মোৰ পাষাণী প্ৰেয়সীক প্ৰাণ দি উজ্জীৱিত কৰা।'

দেৱী আফ্ৰোদিতে প্ৰেমৰ যন্ত্ৰণাৰ কথা বুজি পায়। প্ৰেমিক-প্ৰেমিকাৰ বুকুৰ বাণী তেওঁ বুজি পায়। দেৱীয়ে পিগ্‌মেলিয়নৰ প্ৰাৰ্থনা গ্ৰহণ কৰিলে।

## প্ৰতিমাই পালে প্ৰাণ কেৱল প্ৰেমৰ বাবেই .....

আনদিনাৰ দৰে সেইদিনাও পিগ্‌মেলিয়নে গেলাচিয়াৰ কঠিন শীতল ওঁঠত তপত চুমা এটি আঁকি দিলে। কিন্তু হঠাতে ফুলৰ পাপৰিৰ দৰে গেলাচিয়াৰ ওঁঠযুৰি কঁপি উঠিল। লাহে লাহে মাৰ্বল মূৰ্তিলৈ প্ৰাণ সঞ্চাৰিত হোৱা যেন লাগিল।

বিস্ময়ত অবাক হ'ল পিগ্‌মেলিয়ন। বিস্ময় বিমুগ্ধ নেত্ৰে তেওঁ মূৰ্তিটোক আকৌ এবাৰ স্পৰ্শ কৰি চালে। সন্দেহ মুক্ত হ'বৰ বাবে তেওঁৰ বক্ষৰ পৰা আৱৰণী আঁতৰাই পেলোৱা হ'ল। কিন্তু এয়া কি? ঈশ্বৰৰ দৰে সত্য, সুন্দৰৰ দৰে পবিত্ৰ কঠিন বুকুখনিৰ ভাঁজে ভাঁজে যেন ৰক্তিম প্ৰবাহ! বক্ষৰ উঠন পতন! তেওঁ গেলাচিয়াৰ বুকুৰ স্পন্দন শুনা পালে। ধীৰে ধীৰে ফুটো-নুফুটোকৈ থকা গোলাপে পাহি মেলাৰ দৰে গেলাচিয়াই চকুৰ পতা মেলিলে....। ....তাৰমানে পাষাণী প্ৰতিমাৰ বুকুলৈ সঁচাই প্ৰাণ আহিব! তাৰমানে তেওঁৰ প্ৰাৰ্থনা প্ৰেমৰ দেৱীয়ে গ্ৰহণ কৰিলে!

কোঠাটোৰ চিৰন্তন নিজস্ব ভাব ভাঙি গেলাচিয়াই কোমল মাতেৰে সম্বোধন কৰিলে — 'পি-গ্-মে-লি-য়-ন'!

সঁচাকৈয়ে প্ৰতিমাই প্ৰাণ পালে, কণ্ঠ পালে। শিল্পীৰ হৃদয়ত আনন্দ থ'বলৈ ঠাই নোজোৰা হ'ল। সপোনৰ দৰে যেন গেলাচিয়াই সুধিলে— 'মই কোন?' পিগ্মেলিয়নে উত্তৰ দিলে— 'তুমি এগৰাকী নাৰী'।

ঃ ইমান দিন মই ক'ত আছিলোঁ?

ঃ মোৰ বেদনাত।

ঃ জগতত মোৰ পৰিচয় কি?

ঃ তুমি শিল্পী পিগ্মেলিয়ানৰ সহগামিনী।

ঃ কিন্তু মোক ইয়ালৈ অনা হ'ল কিয়?

ঃ নাৰীৰ অবিহনে পুৰুষ যে অসম্পূৰ্ণ। তুমি মোৰ অৰ্ধাঙ্গিনী।

ঃ মোক কি নামেৰে মাতিবা?

ঃ গোলাপক যি নামেৰেই নামাতক লাগে সেই নামেৰেই সুবাস বিলায়। তুমি মোৰ প্ৰাণৰ 'গেলাচিয়া'।

ঃ মোক কোনে সৃষ্টি কৰিলে?

ঃ শিল্পীয়ে।

ঃ প্ৰাণ কোনে দিলে?

ঃ শিল্পীয়ে প্ৰতিমা গঢ়ে কিন্তু প্ৰাণ দিব নোৱাৰে। প্ৰতিমাৰ প্ৰাণ দিয়ে পূজাৰীয়ে। তোমাৰ নিষ্পাপ দেহত পূজাৰী হৈ প্ৰাণ দিলে প্ৰেমৰ দেবী আফ্ৰোদিতে।

দুয়োৱে প্ৰেমৰ দেবী গৰাকীৰ প্ৰতি কৃতজ্ঞতা জনালে। এনে সময়তে প্ৰেমৰ দেবী গৰাকীৰ আবিৰ্ভাৱ হ'ল। দেৱীয়ে সুধিলে— 'তুমি সন্তুষ্টনে পিগ্মেলিয়ন'?

ঃ মই ধন্য দেবী।

ঃ এইবাৰ তুমি নিশ্চয় স্বীকাৰ কৰিবা নাৰী কেতিয়াও ঘৃণাৰ পাত্ৰী নহয়। তুমি নিশ্চয় মানি ল'বা শিল্পীৰ ওচৰত নাৰীৰ প্ৰেৰণা অপৰিহাৰ্য। নাৰী প্ৰেমৰ অবিহনে পবিত্ৰ সৃষ্টি অসম্ভৱ। ....তোমালোক সুখী হোৱা। প্ৰেম অনন্ত হওক দুয়োৰে জীৱনত।'

স্বৰ্গৰ প্ৰেমৰ দেবী আফ্ৰোদিতে শিল্পী পিগ্মেলিয়ান আৰু গেলাচিয়াৰ হৃদয়ত চিৰন্তন প্ৰেমৰ বীজ সিঁচি দি অলিম্পাছ পৰ্বতলৈ প্ৰত্যাগমন কৰিলে।

# লিওনাৰ্ডো-ডা-ভিন্সি মনালিছা আৰু প্ৰেম

মনালিছা যাৰ হাঁহিৰ তুলনা নাই, তুলনা নাই ৰূপৰ। যুগান্তৰৰ ছবি মনালিছাৰ নাম নুশুনা মানুহ নাই বুলিয়ে ক'ব পাৰি। মনালিছাৰ সৃষ্টিৰ পৰা আজিলৈকে মনালিছাৰ হাঁহিটোৰ ওপৰত নানাজনৰ মতামত, গৱেষণা আদিৰ শেষ হোৱা নাই। বৰ্তমান যান্ত্ৰিক তথা কম্পিউটাৰ যুগতো মনালিছাৰ হাঁহিৰ ৰহস্য সঠিকভাৱে ভেদ কৰিব পৰা নাই। অমৰ চিত্ৰকৰ লিওনাৰ্ডো-ডা-ভিন্সিৰ মনালিছা এক মৃত্যুহীন সৃষ্টি। আহকচোন ভিন্সি আৰু মনালিছাৰ অলপ ওচৰ চাপি যাওঁ।

## থোৰতে লিওনাৰ্ডো ডা ভিন্সি

লিওনাৰ্ডো-ডা-ভিন্সিৰ জন্ম হয় ১৪৫২ চনত ইটালীৰ ফ্লোৰেন্স নগৰৰ ওচৰৰ ভিন্সি নামৰ পাহৰীয়া গাঁও এখনত। তেওঁৰ প্ৰকৃত নাম আছিল 'লিওনাৰ্ডো'। 'ভিন্সি' নামৰ গাঁৱৰ নামকৰণেৰে তেওঁৰ নাম সৰ্বজন পৰিচিত লিওনাৰ্ডো-ডা-ভিন্সি হয়গৈ। তেওঁৰ দেউতাক আছিল এগৰাকী আইনজীৱী। দেউতাকে ভিন্সিৰ চিত্ৰশিল্পীৰ প্ৰতি থকা গভীৰ আগ্ৰহৰ উমান পাই তেওঁক 'এন্ড্ৰিয়া ডেল ভেৰচ্চিয়'ৰ অধীনত নাম ভৰ্তি কৰি দিয়ে। ভিন্সিয়ে বাৰ বছৰ এন্ড্ৰিয়া ভেল ভেৰচ্চিয়ৰ ওচৰত শিল্প কলাৰ প্ৰশিক্ষণ লয়। তেওঁ গণিত আৰু সংগীতৰ প্ৰতিও অনুৰাগী আছিল তেওঁ আছিল একেধাৰে ভাস্কৰ, সংগীতজ্ঞ, গৱেষক, বিজ্ঞানী, কবি, নৃত্যবিশাৰদ আৰু এগৰাকী শ্ৰেষ্ঠ চিত্ৰকৰ।

## 'দি লাষ্ট চাপাৰ'

ভিন্সিয়ে মিলানৰ ছাণ্টা মেৰিয়া ডেলাগ্ৰেজ্জিত ফ্ৰেস্কোৰ কাম কৰিছিল। সেই সময়ত তেওঁ অঁকা বিখ্যাত ছবিখন হ'ল 'দি লাষ্ট চাপাৰ ' অৰ্থাৎ 'শেষ

ভোজন'। 'দি লাষ্ট চাপাৰ' হ'ল পৃথিৱীৰ শ্ৰেষ্ঠতম দেৱালচিত্ৰ। প্ৰায় এঘাৰ বছৰমানত তেওঁ এৰা-ধৰাকৈ যাজকসকলৰ ভোজনালয়ৰ দেৱালত 'দি লাষ্ট চাপাৰ' আঁকি উলিয়ায়। চিত্ৰখনিত নৰৰূপী ভগৱান যীশুখ্ৰীষ্টই শিষ্যসকলক লৈ সোঁমাজতে বহি বাওঁফালে তলমূৰ কৰি চিন্তাত অবিচল, চিন্তামগ্ন। বাৰজন শিষ্যৰ তিনিজনে মুঠ চাৰিটা দল সৃষ্টি হৈছে। প্ৰত্যেকৰে শৰীৰ কাপোৰেৰে আবৃত। সন্মুখত দীঘল সু-সজ্জিত মেজখনিত ভোজনৰ নানা সামগ্ৰী। চিত্ৰৰ পশ্চাদভূমিত দেখা পোৱা যায় মজিয়া, চিলিং আৰু তিনিখন দেৱাল। পিছফালৰ দেৱালত তিনিখন খোলা খিৰিকী। মাজৰখন ডাঙৰ আৰু কাষৰ দুখন সৰু। থুলমূলকৈ এয়াই হ'ল ভিন্সিৰ দি লাষ্ট চাপাৰ' নামৰ বিশ্ববিখ্যাত দেৱাল চিত্ৰখনিৰ বৰ্ণনা।

ভিন্সিৰ ছবিত মানুহৰ বিভিন্ন আবেগৰ বিচিত্ৰ অংগি-ভংগি, নদীৰ উৎস, উৰণীয়া পক্ষীৰ গতিশীল ছন্দ, ফুলৰ বৰ্ণ বৈচিত্ৰ্য, কীট-পতংগৰ জীৱন ৰহস্য আদি দিশবোৰৰ নিৰীক্ষণেই সদা সৰ্বদা নিয়োজিত। ভিন্সি হ'ল সৰ্বত্ৰকালৰ সৰ্বত্ৰলোকৰ সৰ্বশ্ৰেষ্ঠ চিত্ৰশিল্পী। যি বিশ্ববাসীক 'শেষ ভোজন' আৰু 'মনালিছা'ৰ দৰে দুখন বিশ্ববিখ্যাত ছবি উপহাৰ দিছে। যি উপহাৰ আজিলৈকে কোনো শিল্পীয়ে দিব পৰা নাই। সঁচাকৈয়ে ভিন্সি আৰু তেওঁৰ সৃষ্টিৰ তুলনা নাই।

## মনালিছা এক মৃত্যুহীন সৃষ্টি

মনালিছা এক মৃত্যুহীন কিংবদন্তি। মনালিছাক লৈ বিতৰ্কৰ শেষ নাই। লিওনাৰ্ডো-ডা-ভিন্সিয়ে মনালিছা আঁকে ১৫০৩ খ্ৰীষ্টাব্দৰ পৰা ১৫০৬ খ্ৰীষ্টাব্দৰ ভিতৰত। চিৰযৌবনা মনালিছাক কেন্দ্ৰ কৰি অন্তহীন কাহিনী, মতামত, পৰীক্ষা নিৰীক্ষা, গৱেষণা আদিৰ শেষ নাই। পাঁচশ বছৰ পুৰণি মনালিছা আজিও নাৰীত্বৰ চিৰন্তন ৰহস্যৰে আবৃত প্ৰতিমূৰ্তি। মনাৰ হাঁহিৰ তুলনা অপৰিসীম। মনাই যেন এনে কিছুমান কথা ভাবি হাঁহিছে, যাৰ বিষয়ে কোনেও একো নাজানে অথচ সেই ভাঁজবিহীন হাঁহিৰেই পৃথিৱীৰ মানুহৰ হৃদয় জয় কৰিছে। ছবিখন চালে এনে লাগে যেন সঁচাকৈয়ে সোঁশৰীৰে এগৰাকী মহিলাই হাঁহি আছে। কিন্তু প্ৰশ্ন হয় এই ৰূপ প্ৰতিমা ভিন্সিয়ে ক'ত দেখিলে? প্ৰকৃততে হাঁহিটো কাৰ? মনালিছা কোন?

যুগ যুগ ধৰি এই প্ৰশ্নৰ উত্তৰৰ সন্ধানত ব্ৰতী হৈ আহিছে বহুজন শিল্পী প্ৰেমী। কিন্তু আজিলৈকে ভিন্সিৰ মানস প্ৰতিমা মনালিছাৰ ৰহস্যময় হাঁহিৰ আঁৰৰ ৰহস্য প্ৰকৃতপক্ষে উদঘাটন কৰিব পৰা হোৱা নাই। এইক্ষেত্ৰত শিল্পীজনায়ো নিজে নিজৰ সৃষ্টিৰ উত্তৰ দি নগ'ল — প্ৰকৃততে মনালিছাৰ হাঁহিটো কাৰ?

## কোন তুমি মনালিছা

সৰ্বত্ৰকালৰ সৰ্বলোকৰ সবাতোকৈ ৰহস্যময় চিত্ৰ হ'ল 'মনালিছা'। লিওনাৰ্ডো-ডা-ভিন্সিৰ এই অমৰ সৃষ্টি মনালিছা আছিল ৰোমৰ এগৰাকী দৰিদ্ৰ পিতৃৰ এগৰাকী মৰমৰ জী আৰু 'ফ্ৰান্সোস্কো ডা-গিঅ'কোণ্ডো নামৰ ফ্ৰৰেন্সৰ এজন ৰাজ বিষয়াৰ তৃতীয় পত্নী। মনালিছাৰ সম্পূৰ্ণ নামটো হ'ল 'মনালিছা' ডি এণ্টনিঅ' মেৰিয়া ডি নলেডা ঘেৰাৰডিনি'। ফ্ৰান্সেস্কোৰ ভাষাৰেই লিছা তেওঁৰ জীৱনৰ প্ৰথম আৰু শেষ প্ৰেম।'

প্ৰচলিত এক কাহিনীৰ মতে ফ্ৰান্সেস্কো ডা গিঅ'কোণ্ডো' আছিল গিঅ'কোণ্ডো' বংশৰ শেষ পুৰুষ। সেয়ে গিঅ'কোণ্ডো বংশ ৰক্ষাৰ ভাৰ পৰিল ফ্ৰান্সেস্কোৰ ওপৰত। মোগল সম্ৰাট জাহাংগীৰ, ঔৰংজেৱৰ দৰে ফ্ৰান্সোস্কো আছিল অত্যন্ত সম্ভোগ বিলাসী পুৰুষ। তেওঁ বহুতো নাৰীৰ সান্নিধ্যলৈ আহিছিল। তেওঁ প্ৰথম বিবাহ পাশত আবদ্ধ হৈছিল 'মোন্নাভান্না' নামৰ এগৰাকী গাভৰুৰ লগত। দুয়োৰে দাম্পত্য জীৱন সুখৰ নহ'ল। নাৰীৰ জীৱনৰ চৰম সাফল্য হ'ল— সন্তান লাভ। মোন্নাভান্নাৰ ফালৰ পৰা ফ্ৰান্সেস্কোৰ কোনো সন্তান নহ'ল আৰু জীৱনৰ চৰম অতৃপ্তিতেই মোন্নাৰ এদিন অকাল মৃত্যু হ'ল।

গিৰ্জাত পোপক সাক্ষী কৰি ফ্ৰান্সেস্কো দ্বিতীয় বিবাহত সোমাল 'মোনাবিচে' নামৰ আন এগৰাকী গাভৰুৰ লগত। ফ্ৰান্সেস্কোই তাইক আমোদ দিবলৈ যত্ন কৰে যদিও তেওঁ বিফল হ'ল। ইফালে তেওঁৰ কান্ধত বংশ ৰক্ষাৰ গধূৰ ভাৰ। এদিন কদমত দৌৰা এটি তজবজীয়া বিশালদেহী ঘোঁৰাৰ পিঠিৰ পৰা পৰি মোনাবিচে মৃত্যুক আকোঁৱালি ল'লে। গিঅ'কোণ্ডো বংশৰ ৰক্ষা নহ'ল। দুখ-বেদনা-হতাশাত ভাগি পৰিল ফ্ৰান্সস্কো।

দিন বাগৰিল। ঋতু বাগৰিল। বাগৰিল মাহ। মোনাবিচৰ মৃত্যুৰ তিনিমাহৰ পাছত ফ্ৰান্সেস্কোৱে তৃতীয় বাৰৰ কাৰণে বিবাহ কৰালে 'লিছা'ক। লিছাৰ অকৃত্ৰিম মৰম স্নেহৰ মাজত তেওঁ বিচাৰি পালে জীৱনৰ হেৰুৱা ছন্দ। লিছাই তেওঁক তৃপ্তি দিলে মনৰো-দেহৰো। লিছা এদিন গৰ্ভৱতী হ'ল। ফ্লান্সেস্কোৰ আনন্দৰ পাৰ নোহোৱা হ'ল। ছাহাজাহানে মমতাজ অতুলনীয় ৰূপ যৌৱন, প্ৰেম-ভালপোৱা আদি চিৰযুগীয়া কৰি ৰাখিবৰ বাবে যিদৰে যমুনাৰ পাৰত তাজমহল সজাইছিল সেইদৰে ফ্ৰান্সেস্কোয়ে লিছাৰ ৰূপ-লাৱণ্য, প্ৰেম আদি চিৰযুগমীয়া কৰি ৰাখিবৰ কাৰণে বিখ্যাত চিত্ৰকৰ লিওনাৰ্ডো-ডা-ভিন্সিক আমন্ত্ৰণ জনাইছিল। এদিন ভিন্সিয়ে হাতত ৰং-তুলিকা লৈ ফ্ৰান্সেস্কোৰ অতিথি হৈছিল। ভিন্সি ব্যস্ত হ'ল লিছাৰ প্ৰতিকৃতি অংকন কৰাত।

বিশ্ববিখ্যাত শিল্পীগৰাকীও লিছাৰ প্ৰেমত পৰিল। মিহি, লাহি, জোঙাল নাৰীসুলভ আঙুলি, পীনোন্নত বক্ষযুগল, থিয় হোৱাৰ লাস্যময়ী ভংগীমা, বৈ পৰা ঘন ক'লা নিমজ চুলি, কুন্দত কটাৰ দৰে নাক-মুখ, সুউচ্চ চেলাউৰি, শান্ত অপলক চাৱনি আৰু তুলনাহীন হাঁহিয়ে শিল্পী গৰাকীক আপ্লুত কৰি পেলালে। বিভোৰ হৈ শিল্পী ভিন্সিয়ে লিছাৰ ৰূপ খোদন কৰি গ'ল। চিত্ৰখন শেষ হওঁ হওঁ অৱস্থা। এনেতে এদিন ঘৰৰ চিৰিৰ পৰা পিছলি লিছা তলত পৰিল। অধৈৰ্য হৈ পৰিল ফ্ৰান্সেস্কো। পৃথিৱীৰ বিখ্যাত প্ৰখ্যাত ডাক্তৰ কবিৰাজসকলৰ দ্বাৰা লিছাক শুশ্ৰূষা কৰা হ'ল। কিন্তু জন্ম-মৃত্যুত কাৰো চুপাৰিছ নাখাটে। ফ্ৰান্সেস্কোৰ বাবে নিয়তি আছিল বৰ নিষ্ঠুৰ। সময়ে ভিন্সিৰ বাবেও অপেক্ষা নকৰিলে। লিছাৰ মৃত্যু হ'ল। ফ্লান্সেস্কোৰ পত্নী লিছাৰ মৃত্যু হ'ল কিন্তু ভিন্সিৰ লিছাৰ মৃত্যু নহ'ল। ভিন্সিৰ তুলিকাত পৰি লিছা 'মনালিছা' হৈ জীয়াই থাকিল অন্তহীন ৰহস্যৰে।

ফ্লান্সেস্কোৰ প্ৰথম তথা শেষ প্ৰেম লিছাক কবৰ দিয়া হ'ল ভীল্লা গিৰ্জাৰ কাষত। লিছা চিৰশান্তিত শুই পৰিল। গিৰ্জাৰ কাষৰ সুন্দৰ আৰু পবিত্ৰ কবৰটিত। মৰমৰ পত্নীক হেৰুৱাই ফ্ৰান্সেস্কো নৰীয়াত পৰিল। কোনোমতে গিঅ'কোণ্ডো বংশ ৰক্ষা কৰিব নোৱাৰি বিফল মনেৰে শয্যাশায়ী হৈ মৃত্যুকে কামনা কৰিলে। ....কিন্তু মৃত্যু যে সকলোৰে ক্ষেত্ৰত সহজে নাহে। জীৰ্ণপ্ৰায় দেহাটিয়ে লিছাৰ স্মৃতি লৈয়ে দিন অতিবাহিত কৰিলে।

# মনালিছাক বিচাৰি উন্মাদ হোৱা সৈনিকজন

মনালিছাই ফ্লান্সেস্কো আৰু ভিন্সিৰ প্ৰাণতে ধুমুহা তোলা নাছিল। ধুমুহা তুলিছিল বুগেভিল' নামৰ এজন সৈনিকৰ মন আৰু প্ৰাণতো। সেয়া হ'ল অন্য এক প্ৰেম কাহিনী।

বুগেভিল আছিল সম্ৰাট দ্বাদশ লুইতৰ এজন বিশ্বাসী আৰু দুৰ্ধৰ্ষ সেনানায়ক। হিটলাৰ মেজাজী বুগেভিল ১৫০২ খ্ৰীষ্টাব্দত মুখ্য সেনানায়ক ত্ৰেমুইলেৰ নেতৃত্বত নেপোল্‌ছ অধিকাৰ কৰোতে লিওনাৰ্ডো-ডা-ভিন্সি লগত চিনাকি হয়। সেই সময়ত এক নাটকীয় পৰিস্থিতিত বুগেভিলে মনালিছাক দেখা পালে। ছবিখন দেখি বুগেভিল কঁপি উঠিল। হাজাৰ ভল্টৰ বিদ্যুৎ সোঁতে তেওঁৰ অন্তৰাত্মা যেন কঁপাই গ'ল। খন্তেকতে দুৰ্ধৰ্ষ সৈনিকজন মনালিছাৰ এক দুৰন্ত প্ৰেমিক হৈ পৰিল। তেওঁ মনে প্ৰাণে মনালিছাক বিচাৰিলে। ভিন্সিয়ে প্ৰথমে মনালিছাৰ পৰিচয় গোপনে ৰাখিছিল যদিও বুগেভিলৰ জোৰ-জবৰ দস্তিত তেওঁ প্ৰকাশ কৰিলে যে 'ছবিৰ নায়িকা মনালিছা ফ্ৰান্সেস্কোৰ তৃতীয় পত্নী। তেওঁ যে মৃত সেই কথাও স্বীকাৰ কৰিলে। কিন্তু বুগেভিল নাছোৰবান্দা। যিকোনো প্ৰকাৰে তেওঁক মনালিছাক লাগেই। লাগিলে ফ্লোৰেন্স ধ্বংস হৈ যাওক তথাপি তেওঁক মনালিছাক লাগে। ভিন্সিৰ পৰা বিদায় লৈ বুগেভিলা ফ্ৰান্সেস্কোৰ ওচৰ পালেগৈ। ফ্ৰান্সেস্কোৱে বুগেভিলক আদিৰ পৰা অন্তলৈ মনালিছাৰ বিষয়ে ক'লে। বুগেভিলে কিন্তু কাৰো কথা বিশ্বাস নকৰিলে। অৱশেষত তেওঁ মনালিছাৰ কবৰ খান্দিবলৈও কুণ্ঠাবোধ নকৰিলে। গিৰ্জাৰ পবিত্ৰ কবৰত হাত নিদিবলৈ শয্যাশায়ী ফ্ৰান্সেস্কোৱে তেওঁক খবৰদাৰ কৰি দিছিল যদিও তেওঁ ফ্ৰান্সেস্কোৰ কথা নামানিলে। মূৰ্খ প্ৰেমিক বুগেভিলৰ দাম্ভিকতাই কাল হ'ল। মনালিছাৰ কবৰ খান্দিবলৈ যাওঁতে বুগেভিলৰ ওপৰত গণ প্ৰহাৰ চলিল। বিচাৰ হ'ল। দাবী কৰা হ'ল অবিবেচক প্ৰেমিকৰ মৃত্যুদণ্ডৰ। মনালিছাক বিচাৰ উন্মাদ হোৱা বুগেভিলৰ অপৰাধ অমাৰ্জনীয় বুলি ত্ৰেমুইলে স্বীকাৰ কৰি আদেশ দিলে তেওঁৰ শিৰচ্ছেদৰ। এইদৰে মনালিছাৰ প্ৰেমত মতলীয়া হৈ জীৱন হেৰুৱাইছিল এজন সৈনিকে।

## ভিঞ্চিয়েই মনালিছা - মনালিছায়ে ভিঞ্চি

আমেৰিকাৰ কম্পিউটাৰ বিশেষজ্ঞ লিলিয়ান চুৱাৰ্টজ নামৰ বৈজ্ঞানিকজনে কম্পিউটাৰত মনালিছাৰ ছবি এখন ভিঞ্চিৰ ছবি এখনৰ সৈতে মিলাই চাই ঘোষণা কৰিছিল যে মনালিছা আন কোনো নহয় লিওনাৰ্ডো-ডা-ভিঞ্চিৰ নিজৰ প্ৰতিবিম্ব, নিজৰেই প্ৰক্ষেপণ। আইনাৰ সন্মুখত নিজৰ প্ৰতিবিম্ব তেওঁ চিত্ৰত কৰিছিল। লিলিয়ানে ভিঞ্চিৰ প্ৰতিকৃতি এখনৰ পৰা পৰ্যায়ক্ৰমে ডাড়ি-চুলি আদি কম্পিউটাৰৰ সহায়ত পৃথক কৰি লৈ দুয়োখন ছবি ওপৰা-ওপৰিকৈ দি তেওঁ প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছে যে দুয়োখন মুখৰ গৰাকী এজনেই। অৰ্থাৎ ভিঞ্চিয়েই মনালিছা আৰু মনালিছাই ভিঞ্চি।

এইখিনিতে প্ৰশ্ন হয় বজ্ৰৰ দৰে কঠোৰ পুৰুষৰ মুখমণ্ডলক ফুলৰ দৰে কোমল নাৰীৰ মুখমণ্ডলৈ ৰূপ দিয়াৰ অস্ত্ৰপাত ভিঞ্চিয়ে ক'ত পালে?

উক্ত প্ৰশ্নৰ উত্তৰ হিচাপে কম্পিউটাৰ বিশেষজ্ঞজনে ক'ব বিচাৰে যে আদিম মানৱে যেতিয়া 'লাজ' কি বস্তু বুজি পাইছিল তেতিয়া গছৰ বাকলি অৰ্থাৎ 'বল্কল' ব্যৱহাৰ কৰিছিল। হয়তো তেনে এক মুহূৰ্তত এটি পুলক ভৰা লাজে ভিঞ্চিক তেজ ৰঙা অৰ্থাৎ নাৰীৰ মুখমণ্ডলৰ দৰে মোহনীয় কৰি তুলিছিল আৰু নিজৰ ৰূপৰ প্ৰেমত নিহে ডুব গৈ তেওঁ ৰং-তুলিকা হাতত লৈ মনালিছা আঁকিবালৈ সক্ষম হৈছিল। সেই সময়ত ইউৰোপত শিল্পৰসিকসকলৰ মাজত 'সমকামিতা'ৰ প্ৰচলন আছিল। তিৰোতাই পুৰুষৰ আৰু পুৰুষে তিৰোতাৰ ৰূপ ধাৰণ কৰাৰ দৃশ্য সুলভ আছিল। ছেক্সপীয়েৰৰ নাটৰ্কতো এনে সমকামিতাৰ প্ৰভাৱ দেখা যায়। গতিকে লিলিয়ানে মত পোষণ কৰে যে মনালিছা ছবিখনত সমকামিতাৰ প্ৰভাৱ পৰাটো ডাঙৰ কথা নহয়।

## মনালিছা ভিঞ্চিৰ অৰ্ধাংগিনী

প্ৰখ্যাত চিত্ৰশিল্পী তথা লেখক জৰ্জিয় বাৰ্চাৰিয়ে তেওঁৰ দ্বাৰা ৰচিত 'লাইভচ্ অফ দ্য আৰ্টিষ্টিচ'ত মনালিছাক ভিঞ্চিৰ পত্নী (অৰ্ধাংগিনী) বুলি উল্লেখ কৰিছে।

দৰাচলতে মনালিছা প্ৰকৃততে কোন কোৱা কঠিন, কিন্তু চিত্ৰশিল্পীক হৃদয়গম কৰিব নোৱৰা মানুহেও একেমুখে স্বীকাৰ কৰে মনালিছাৰ জীৱন্ততাক। নিতান্তই ছবি যদিও ভিঞ্চিৰ লিছাক কিমান যে প্ৰাণৱন্ত দেখায় —সি তুলনা বিহীন। নাৰী সৌন্দৰ্যৰ প্ৰতীকৰূপে মূৰ্ত হোৱা মনালিছাক নুই কৰাৰ সাহস কোনেও গোটাব পৰা নাই।

মনালিছাৰ ছবিখনৰ মহিলাগৰাকীৰ বাদেও ছবিখনৰ পিছফালে এটা প্ৰাকৃতিক দৃশ্য চকুত পৰে। চকুত পৰে এখন আকোৱা-পকোৱা পাহাৰীয়া নদী। নদীখনৰ পাছফালে পাহাৰ আৰু পৰ্বত। হয়তো নদীখনৰ উৎস তাতেই। মনালিছা — 'দি লাষ্ট চাপাৰ'ৰ দৰে স্থিৰ দেৱাল চিত্ৰ নহয়। মনালিছা হ'ল দেৱালত আঁৰিব পৰা এখন ছবি।

মনালিছাক লৈ মানুহৰ ভাব, কল্পনা, 'টেনচন' আদিৰ অন্ত নাই। ছবিখনৰ বিশেষত্ব হ'ল হাঁহি। চিত্ৰখনত লিছাৰ মুখত এটা ভাঁজহীন, অৰ্থহীন অথচ বহু অৰ্থযুক্ত হাঁহিৰ ইংগিত ফুটি উঠিছে। হাঁহিৰ বাদেও লিছাৰ চকুৰ চাৱনি, যি চাৱনিত লুকাই আছে এগৰাকী নাৰীৰ দয়া-কৰুণা-মমতাৰ আধাৰ তথা বিশ্বমাতৃৰ ৰূপ মাধুৰী।

## মনালিছা অন্তঃসত্বা আছিল

মানৱ জীৱনৰ হৃদয়ানুভূতিৰ এক স্বতঃস্ফূৰ্ত প্ৰকাশ হাঁহি। হাঁহিৰ ছন্দত হৃদয়ৰ ৰং সনা থাকে। শিল্পীৰ তুলিকাত হাঁহি অমৰ তাৰে এক অনুপম স্বাক্ষৰ ভিঞ্চিৰ— 'মনালিছাৰ হাঁহি'। একেটা সময়তে এহাতে লিখিব পৰা আৰু এহাতে ছবি আঁকিব পৰা লিওনাৰ্ডো-ডা-ভিঞ্চিৰ অনুপম সৃষ্টি মনালিছাৰ হাঁহিৰ অৰ্থ বিভিন্ন সময়ত বিভিন্ন শিল্পানুৰাগী ব্যক্তিয়ে দাঙি ধৰিছে। ষষ্ঠদশ শতিকাৰ চিত্ৰকৰ তথা 'লাইভচ্ অফ দ্য আৰ্টিটচ্'ৰ লেখক জৰ্জিঅ' বাৰ্চাৰিয়ে মনালিছাৰ হাঁহিৰ প্ৰসংগত এনেদৰে মন্তব্য দিছে, — 'ভিঞ্চিৰ আগত থিয় হোৱাৰ সময়ত মনালিছা আছিল অন্তঃসত্বা, আনন্দত মতলীয়া। অথচ সেই একে সময়তে মনালিছা আছিল হাপানী ৰোগত আক্ৰান্ত। তথাপি সেই সময়তো তেওঁ প্ৰয়াস কৰিছিল কোনোবা শিল্পীৰ ভাঁহি উঠা কিবা এক সংগীত অনুধাৱন কৰাৰ......।'

## মনালিছাৰ হেনো দাঁতেই নাছিল!

মনালিছাৰ হাঁহিৰ সাঁথৰ ভেদ কৰিবলৈ গৈ ইটালিৰ প্ৰসিদ্ধ চিকিৎসক - গৱেষক ডাঃ ফিলিপো ছুৰানোৱে মন্তব্য দিছে যে— 'মনালিছাৰ দাঁতেই নাছিল। তেওঁৰ মতে অতিশয় উৎকণ্ঠাত ভুগি থকা মনালিছাৰ দাঁত কামোৰাৰ এক বদ অভ্যাস গঢ়ি উঠিছিল। এক বিৰাট মানসিক চাপ আৰু আত্মসন্তুষ্টিৰ অভাৱৰ বাবে মনালিছা হতাশাত ভুগিছিল আৰু ফলস্বৰূপে সৰুৰে পৰাই দাঁত কামোৰাৰ অভ্যাসটো গঢ়ি উঠিছিল। মনালিছাৰ শিশু সুলভ মনৰ কাৰ্য-কলাপৰ বাবে মূৰৰ বিষ, মুখ সংক্ৰমণ আৰু সম্ভৱতঃ বৃক্ক আক্ৰান্ত হৈছিল। তাৰ বাবেই তেওঁৰ হাত আৰু মুখৰ অবয়ৱ কিছু পৰিমাণে ফুলি উঠিছিল। ফিলিপো ছুৰানোৰ অন্তঃদৃষ্টিত মনালিছাৰ হাঁহিত আছিল এক অনন্য অনুভূতিৰ আবেদন। যিটো আছিল নাৰী জাতিৰ হাঁহিৰ অদ্বিতীয় স্বাক্ষৰ।'

## মনালিছা উজলা আছিল হেনো!

মনালিছাৰ দাঁত এটা বাহিৰলৈ ওলোৱা। ছবিৰ বাবে ভিঞ্চিৰ আগত প'জ দিয়াৰ সময়ত উজলা দাঁত ঢাকিবলৈ প্ৰাণপনে চেষ্টা কৰিছিল। লিওনাৰ্ডো-ডা-ভিঞ্চিৰ বিখ্যাত ছবি মনালিছাৰ কোটিটকীয়া হাঁহিৰ ৰহস্য হেনো সেয়াহে।

দাবী কৰিছে ইটালিৰ এক চিকিৎসকে।

## মনালিছা তোমাৰ হাঁহিৰ তুলনা নাই

হাঁহি মানুহৰ জীৱনৰ সৰ্বোত্তম কবিতা। এনে এটি কবিতাক লৈয়ে আজি প্ৰায় ছশ বছৰে মানুহৰ মাজত জল্পনা-কল্পনাৰ ওৰ পৰা নাই। কথা হ'ল কিনো আছে মনালিছাৰ হাঁহিত? যি হাঁহিয়ে অমৰত্ব লাভ কৰিছে।

কাৰোবাৰ মতে আকৌ 'মনালিছাৰ হাঁহিটো এগৰাকী মূৰ্খ তিৰোতাৰ সাৰ মৰ্মহীন পৰিতোষৰ অভিব্যক্তি'। এচামে ক'ব বিচাৰে প্ৰেমিকৰ দৃষ্টিৰ পৰা নিজৰ গৰ্ভাৱস্থাটো লুকুৱাবলৈ বৃথা চেষ্টা কৰা এগৰাকী নাৰীৰ লাজুক অনুভূতি। কাৰোবাৰ

মতে আকৌ মনালিছাৰ হাঁহিটো প্ৰকৃততে হাঁহি নামৰ কবিতাতো নহয়েই বৰঞ্চ সেয়া হাইপাৰ ভিটামিনাছিছ নামৰ ৰোগে তেওঁৰ মুখত সৃষ্টি কৰা এটা বিকৃত ৰূপহে।

শেহতীয়াকৈ বৈজ্ঞানিক ভিত্তিক তথ্য আগবঢ়াইছে দন্ত চিকিৎসক জে-ই বৰকৌণ্ডি নামৰ এগৰাকী ব্যক্তিয়ে। তেওঁৰ মতে মনালিছাই হঁহা নাছিল। মুখত এটি ভোটা বস্তুৰে আঘাত পোৱাৰ বাবে তেওঁৰ দাঁত সৰি পৰিছিল আৰু তেনে ৰূপৰ সৃষ্টি হৈছিল।

প্ৰকৃততে ভিঞ্চিয়ে নিজেই মনালিছা আঁকিছিল নে ফ্ৰান্সেস্কোৰ অনুগ্ৰহত পৰি মনালিছা আঁকিছিল সিও ৰহস্যময়। শিল্পী সমালোচক ৱাল্টাৰ পেটাৰৰ মতে 'নাৰীৰ মুখৰ হাঁহি আৰু পানীৰ স্বতঃস্ফূৰ্ত গতিশীলতাই ভিঞ্চিক সৰুৰে পৰা আকৃষ্ট কৰিছিল।

## মনালিছা চুৰি

লিওনাৰ্ডো-ডা-ভিঞ্চি ১৫১৬ খ্ৰীঃ ফ্ৰান্সৰ ৰজাৰ অতিথি হৈছিল আৰু সেই সময়তে ১৫১৯ খ্ৰীঃ তেওঁৰ মৃত্যু হৈছিল। ভিঞ্চিৰ মৃত্যুৰ পাছত মনালিছা ছবিখন ফ্ৰান্সৰ ৰজাৰ সম্পত্তি হৈছিল আৰু ছবিখনে স্থান পাইছিল ৰাজকীয় স্নানাগাৰত। ১৯১১ চনত মনালিছাক পেৰিচৰ ল্যুভ নামৰ চিত্ৰশালাৰ পৰা কোনোই চুৰি কৰি নিয়ে। ১৯১৩ চনত মনালিছাক উদ্ধাৰ কৰা হ'ল ফ্লোৰেন্সৰ পৰা। এজন ইটালীৰ মানুহে মনালিছাক চুৰ কৰি নিছিল আৰু চোৰজনক জেৰা কৰাত, তেওঁ ক'লে যে, মনালিছাক চুৰ কৰি তেওঁ শতবছৰৰ আগতে নেপোলিয়নে কৰা ইটালী আক্ৰমণৰ পৰিশোধ ল'লেঃ কাৰণ, নেপোলিয়নে বোলে ইটালীৰ পৰা ছবিখন চুৰ কৰিছিল। মনালিছা চুৰ হোৱাৰ পিছত কোনোৱে হেনো মনালিছাৰ ছবিখনৰে প্ৰতিলিপি ছজন আমেৰিকাবাসীক বহু ধনৰ বিনিময়ত বিক্ৰী কৰিছিল। মজাৰ কথা হ'ল যে তেওঁলোক ছজনৰ প্ৰত্যেকে নিজৰ খনকে ভিঞ্চিৰ প্ৰকৃত মনালিছা বুলি ভাবি বহি আছে। অথচ প্ৰকৃত মনালিছা আছিল ইটালীত।

মনালিছা উদ্ধাৰ হোৱাৰ পাছত পেৰিছত মনালিছাক 'বুলেট প্ৰুফ' আয়নাৰ মাজত আবদ্ধ কৰি ৰাখিছে।

## মনালিছাৰ বীমা

মনালিছা পৃথিৱীৰ বিখ্যাত তথা বেছি মূল্যৰ ছবি। ১৯৬৩ চনত ৱাশ্বিংটনত মনালিছা প্ৰদৰ্শিত হৈ থাকোতে এশ মিলিয়ন ডলাৰৰ বীমা কৰোৱা হয়। বৰ্ত্তমান কালতো মনালিছা হ'ল পৃথিৱীৰ সৰ্বাধিক মূল্যত বীমা হোৱা শিল্পী সামগ্ৰী। ভিন্সিৰ মনালিছা ছবিৰ ৰেকৰ্ড কোনো চিত্ৰকৰৰ ছবিয়ে ভংগ কৰিব পৰা নাই। সেয়ে মনালিছা আজিও সাঁথৰ, আজিও ৰহস্যময় আৰু ৰোমাঞ্চকৰ।

## মধুৰেন সমাপয়েৎ

১৯৭৭ চনত ৰুলফল হাৰপেন নামৰ গাভৰু এগৰাকীয়ে ইংলণ্ডৰ অক্সফোৰ্ড মিউজিয়ামলৈ ছবি প্ৰদৰ্শনী চাবলৈ গৈছিল। আমেৰিকাৰ শিল্পী জ'বেয়াৰে আঁকা ছবি এখনত গাভৰু হাৰ্‌পেনে চুমা এটা খালে। ফলত গাভৰুৰ লিপ্‌ষ্টিক সনা ওঁঠৰ সাঁচ উজ্জ্বলভাৱে ছবিখনত বহি গ'ল। ১৪০০ ডলাৰ মূল্যৰ ছবিখনত লিপষ্টিকৰ দাগ দেখি শিল্পী জ' বেয়াৰে আদালতৰ কাষ চাপিল আৰু গাভৰুৰ পৰা ১২৫৫ ডলাৰ ক্ষতিপূৰণ দাবী কৰিলে। আদালতত, থিয় হৈ প্ৰত্যুৎপন্নমতি গাভৰুৱে নিৰ্ভিকভাৱে ক'লে — 'ছবিখন বৰ শীতল দেখাইছিল সেই বাবে মই চুমা এটা খাই ছবিখনক কিছু উম দিলো।'

→②→②→②→②

- আমাৰ মাজৰ প্ৰায় ১২% মানুহৰ জীৱনত দুই এটা প্ৰেম নিজৰ অজ্ঞাতেই হৈ যায়।
- যিনাৰী বা পুৰুষ বিবাহিত তেওঁলোকে যি নাৰী বা পুৰুষে বিয়া কৰোৱা নাই, তেওঁক নিজতকৈ বেছি সুন্দৰী বা সুপুৰুষ বুলি ভাবে।
- যি মহিলাৰ মাহিলী আয় ২,৫০০ টকা বা তাতোধিক, ইয়াৰ ভিতৰত ২০% মহিলাই নিজকে অন্যাৰ তুলনাৰ বেছি সুন্দৰী বা আকৰ্ষণীয় বুলি ভাবে। কিন্তু যি মহিলাৰ মাহিলী আয় ১,২০০ টকা বা তাতকৈ ক'ম তাৰ ভিতৰত মাত্ৰ ১০% মহিলাইহে এই ভাৱনাত বিশ্বাসী।

# আৰ্নেষ্ট হেমিংৱেৰ নাৰী প্ৰেম আৰু জীৱন

হেমিংৱে আছিল বিপথগামী প্ৰজন্ম (Lost Generation)ৰ পথ প্ৰদৰ্শক। তেওঁ 'দ্য অ'ল্ড মেন এণ্ড দ্য দি'ৰ জৰিয়তে দেখুৱাই গৈছে পৃতৌ লগা মানুহৰ জীৱনৰ উত্তৰণৰ পথ। 'মানুহক ধ্বংস কৰিব পাৰি, পৰাস্ত কৰিব নোৱাৰি।' তেওঁ ন'বেল বঁটা পোৱা খবৰটো শুনি সাগৰৰ তীৰলৈ গৈ নাও মেলি দিছিল। কথা হ'ল পুৰস্কাৰ পোৱাৰ খবৰটো শুনাৰ লগে লগে বন্ধু-বান্ধৱৰ সম্বৰ্ধনাৰ সন্মুখীন হ'ব লাগিব আৰু সাংবাদিকৰ নানান প্ৰশ্নৰ উত্তৰ দিয়াৰো এটা সমস্যা। তাৰ পৰা পৰিত্ৰাণ পাবৰ কাৰণেই হেমিংৱ সাগৰৰ বুকুলৈ নাও মেলি দিছিল। হেমিংৱে জন্ম হয় আমেৰিকাৰ চিকাগোৰ ইলিনাই প্ৰদেশৰ ৱাৰ্ক পাৰ্কত ১৮৯৯ চনৰ ২১ জুলাইত (কোনোৱে কয় ১৮৯৮ চনৰ ২৬ জুলাই) এটা সম্ভ্ৰান্ত পৰিয়ালত। তেওঁৰ দেউতাক আছিল এজন নাম কৰা চিকিৎসক। নামী চিকিৎসকৰ পুত্ৰ হোৱাৰ বাবে তেওঁৰ টকাৰ অভাৱ নাছিল। শৈশৱৰ কালছোৱাত তেওঁ কান্ধত বন্দুক লৈ হাবিয়ে-বননিয়ে ঘুৰি-ফুৰি, নাও বায়, মাছ ধৰি খেলা দুঃসাহসিক অভিযান চলাই ভাল পাইছিল। তেওঁ শৈশৱৰ কালছোৱা অতিবাহিত কৰিছিল মিচিগানত। ১৮১৭ চনৰ জুন মাহত ৱাক পাৰ্ক হাইস্কুলৰ পৰা তেওঁ শেষান্ত পৰীক্ষাত উত্তীৰ্ণ হয়। দেউতাকৰ ইচ্ছাৰ (ডাক্তৰি পঢ়া) বিৰুদ্ধে গৈ তেওঁ সাংবাদিক হ'বলৈ মন মেলিলে।

ইতিমধ্যে সমগ্ৰ ইউৰোপত মহাযুদ্ধৰ সূচনা হোৱাত তেওঁ সেনাবাহিনীত যোগ দিবলৈ চেষ্টা কৰিছিল যদিও তেওঁৰ দুৰ্বল দৃষ্টিশক্তিৰ কাৰণে সৈন্যবাহিনীত যোগ দিয়াৰ অনুমতি নাপালে। ইয়াৰ পিছত অৱশ্যে ইটালীয়ান বাহিনীৰ এম্বুলেন্স চালক হিচাপে যোগ দি যুদ্ধৰ লগত প্ৰত্যক্ষভাৱে জড়িত হৈ পৰে। হেমিংৱ হ'ল ইটালীলৈ যোৱা আমেৰিকাৰ প্ৰথম যোদ্ধা।

যুদ্ধৰ অভিজ্ঞতাই হেমিংৱেক অভিজ্ঞ কৰে। যুদ্ধৰ বিভিষিকা আৰু সাধাৰণ

মানুহৰ যুদ্ধকালীন বিধ্বস্ত অৱস্থাত তেওঁ মৰ্মাহত হয়। ১৯২৬ চনত তেওঁ শত্ৰুপক্ষৰ শক্তিশালী বোমাৰ আঘাতত অতি গুৰুতৰভাৱে আঘাতপ্ৰাপ্ত হয় আৰু এখন ৰেডক্ৰছ হস্পিতালত চিকিৎসাধীন হৈ আৰোগ্য লাভ কৰে। যুদ্ধৰ পাছত বহুতো সামৰিক পদকেৰে বিভূষিত হৈ চিকাগোলৈ ঘূৰি আহে। ইয়াৰ পাছত হেমিংৱে স্পেনিচ গৃহ যুদ্ধ আৰু দ্বিতীয় মহাযুদ্ধত অংশ গ্ৰহণ কৰি প্ৰশংসা লাভ কৰে।

আৰ্নেষ্ট হেমিংৱে প্ৰকৃত অৰ্থত এটা পৰিপূৰ্ণ জীৱন কটাই গৈছে। তেওঁ জীৱনত কৰা নাই কি? প্ৰত্যেকবিধ কামৰে তেওঁ সোৱাদ লৈ থৈ গৈছে। মল্লযুদ্ধ, ষাড়যুদ্ধৰ পৰা আৰম্ভ কৰি বিশ্বযুদ্ধলৈকে সকলো ধৰণৰ শাৰীৰিক শক্তি প্ৰদৰ্শনতে তেওঁ খ্যাতি অৰ্জন কৰি গৈছে। ডেকা বয়সত তেওঁ পাকৈত বক্সাৰ আছিল। বক্সিং খেলিয়েই তেওঁ এটা চকু হেৰুৱাইছিল। তেওঁ ভাল ফুটবলো খেলিছিল। এম্বুলেন্স চলোৱা, চিকাৰ কৰা, মাছ ধৰা, বিদেশ ভ্ৰমণ কৰা, সাংবাদিকতা কৰা, গল্প-উপন্যাস লিখা, চাৰিবাৰকৈ বিয়া কৰোৱা, অৱশেষত নিজৰ বন্দুকেৰে আত্মহত্যা কৰা— এনে বিচিত্ৰ জীৱনৰ অধিকাৰী আছিল হেমিংৱে।

উল্লেখযোগ্য যে বয়স বাঢ়ি অহাৰ লগে লগে পুৰণি আঘাতবোৰে তেওঁক বৰ যন্ত্ৰণা দিছিল। চুলি আৰু দাড়িৰ বৰণ শুভ্ৰ মৰাপাট যেন হৈছিল। সঘনাই তেওঁ অসুস্থ হ'বলৈ ধৰিলে, চকুৰ দৃষ্টি শক্তিও ক্ৰমাৎ কমি আহিল। সকলো দুখ-যন্ত্ৰণাৰ উপশম ঘটাবলৈ ১৯৬১ চনৰ ২ জুলাইত ৬২ বছৰ বয়সত ৰাতিপুৱা নিজৰ বন্দুকেৰে তেওঁ নিজৰ দেহাবসান ঘটালে।

> 'যন্ত্ৰণা/যাক মই/নিঃশব্দে পোৱা এটা চিগাৰেটৰ দৰে/গ্ৰহণ কৰিলো মোৰ সত্বাত...।'
>
> — অমৃতা প্ৰীতম

## হেমিংৱে ঃ নাৰী আৰু প্ৰেম

'নাৰী' — দুটি আখৰৰ এটি মহান শব্দ। যাৰ আঁৰত লুকাই থাকে দয়া-কৰুণা-মমতা। প্ৰেৰণা, সৃষ্টি আৰু ধ্বংস। মানৱ জীৱনৰ আদ্যশক্তি নাৰী। নাৰী অবিহনে সৃষ্টি ৰক্ষাই নহয়।

'প্ৰেম মানে এজনে আনজনৰ চকুলৈ ৰ' লাগি চাই থকা নহয়, অথচ একেলগে চাই চাই একেটা পথেৰে আগবাঢ়ি যোৱাই মহান অৰ্থত প্ৰেম।'

পৃথিৱীৰ আটাইতকৈ আমোদজনক বিষয়টো হ'ল প্ৰেম। প্ৰেম মানৱ সভ্যতাৰ দাপোণ স্বৰূপ। প্ৰেমৰ ৰহস্য অতি প্ৰাচীন আৰু দুৰ্গম।

সকলো মানুহৰে যৌন আকাংক্ষা আছে। মহান প্ৰেমিক হোৱাটো এটা 'কেৰিয়াৰ'। সকলো মানুহৰে এই 'কেৰিয়াৰ' থকাটো দৰকাৰ। প্ৰেমবিহীন জীৱন অসাৰ।

এজন দাৰ্শনিকে কৈছে — 'Love is nothing to argue reason and bargain about. It is something to give, to feel...' অৰ্থাৎ প্ৰেমক লৈ তৰ্ক কৰিবলৈ একো নাই বা তাৰ কাৰণ আৰু দৰ-দাম কৰিবলৈও। ই হৈছে কেৱল দিয়া আৰু অনুভৱ কৰা।'

প্ৰেম যদি দেহ-মন উতলা কৰা সুগন্ধি হয় তেনেহ'লে নাৰী দেহৰ প্ৰতিটো ৰূপ যৌৱনেই এই সুগন্ধৰ উৎস। নাৰীৰ দেহৰ সুগন্ধই পুৰুষক দিয়ে জীৱনৰ অৰ্থ, উদ্দেশ্য আৰু সৌন্দৰ্য।

কোনোবা নাৰী আৰু পুৰুষ পৰস্পৰে পৰস্পৰৰ দৰে আকাংক্ষিত মুহূৰ্তত হৃদয়ত প্ৰেমে জন্ম লয়। 'If loves does not know to give and take without restrictions, it is not love. '(Emma Goldman)'. যদি প্ৰেম বাধাৰ মাজেদি দিয়া বা লোৱা নহয়, তেন্তে ই প্ৰেমেই নহয়।'

পুৰুষ-নাৰী প্ৰত্যেকৰে কোনোবা এক বিশেষ মুহূৰ্তত গভীৰ প্ৰেমে উন্মান কামনালৈ ৰূপ সলায় স্বতঃস্ফূৰ্তভাৱে। ফ্ৰয়েডৰ দৃষ্টিত নিজৰ ইন্দ্ৰিয় বাসনাৰ লগত আকাংক্ষিত নাৰী বা পুৰুষৰ ইন্দ্ৰিয় বাসনাৰ সামঞ্জস্য ঘটোৱাৰ তাড়নাই প্ৰেম। অৰ্থাৎ নাৰী-পুৰুষ বাসনা বা কামনাত আকাংক্ষাৰ সামঞ্জস্য বিধানক যি শব্দৰে চিহ্নিত কৰা হয় সিয়েই প্ৰেম। ফ্ৰয়েডৰ দৃষ্টিত প্ৰেমৰ এটা নিৰ্দিষ্ট ৰূপ আছে, ইন্দ্ৰিয় বাসনাৰ সৈতে প্ৰেম ঘনিষ্ঠ বন্ধনত আৱদ্ধ।

ফ্ৰয়েডৰ মতে 'প্ৰেম' আৰু 'কাম' পৰস্পৰ সম্পৰ্কযুক্ত। কামনা-বাসনাহীন প্ৰেমৰ বিষয়টো ফ্ৰয়েডৰ দৃষ্টিত অন্ত সাৰশূন্য। তেওঁৰ মতে নাৰী-পুৰুষে যদি ইন্দ্ৰিয় আসক্তিৰে আত্মসুখ, আত্মৰক্ষা আৰু আত্মবিস্তাৰৰ শক্তি আৰ্জিব পাৰে

তেতিয়াই প্ৰেমৰ সৃষ্টি হয়। আত্মৰক্ষা, আত্মবিস্তাৰ আৰু আত্মসুখৰ আকাংক্ষাই হ'ল প্ৰেম প্ৰবৃত্তিৰ বৈশিষ্ট্য।'

## প্ৰেমৰ কাচিয়লি ৰ'দত হেমিংৱে

হেমিংৱেৰ বৈবাহিক জীৱন সুখৰ নাছিল। এবাৰ এবাৰকৈ তেওঁ চাৰিবাৰ বিবাহ বন্ধনত আবদ্ধ হয় আৰু চতুৰ্থ গৰাকী পত্নী মেৰীৰ লগতহে তেওঁৰ মৃত্যুৰ সময়লৈকে ফ্ল'ৰিজৰ কীওৱেষ্টত অতিবাহিত কৰে।

বিশ্ব সাহিত্যত নাৰীয়ে এক বিশিষ্ট স্থান দখল কৰি আছে। ক'ৰবাত প্ৰেৰণাদায়িনী, ক'ৰবাত প্ৰেমিকা, ক'ৰবাত ভগ্নী হিচাপে বিশ্বৰ প্ৰখ্যাত লেখকসকলৰ জীৱন আৰু সাহিত্যত নাৰী সোমাই আছে। বিশ্ব সাহিত্যৰ বেছিভাগ সাহিত্যিকেই নাৰী সম্পৰ্কীয় প্ৰেমত জড়িত।

ইউৰোপৰ মহাযুদ্ধত অংশগ্ৰহণ কৰি আঘাতপ্ৰাপ্ত হৈ ৰেডক্ৰছ হস্পিতালত ভৰ্ত্তি হৈ থাকোতেই তেওঁ এগৰাকী নাৰ্ছৰ প্ৰেমত পৰে। প্ৰেয়সীৰ নাম আছিল 'এগনেছ'। কিন্তু এগনেছৰ সৈতে তেওঁৰ প্ৰেম বেছি দিন নিটিকিল। তেওঁ আৰোগ্য লাভ কৰি আমেৰিকালৈ উভতি অহাৰ পিছত প্ৰেমিকা এগনেছৰ পৰা পোৱা এখন চিঠিৰ পৰা জানিব পাৰিলে যে এগনেছ ইতিমধ্যে এগৰাকী ইটালীয়ান মেজৰৰ লগত বিয়াত সোমাইছে। শাৰীৰিকভাৱে দুৰ্বল হেমিংৱে তেতিয়া মানসিকভাৱেও জুৰুলা হৈ পৰিছিল। বিষাদে তেওঁৰ অন্তৰ দহিবলৈ ধৰিলে। এনে এটা দুঃসংবাদৰ বাবে তেওঁ হয়তো প্ৰস্তুত নাছিল। বিষাদ বস্তুটো এনেকুৱাই আহোতে শেনৰ দৰে আহে আৰু যাওঁতে শামুকৰ দৰে লাহে লাহে যায়।

হেমিংৱে বিবাহ পাশত আবদ্ধ হৈছিল চাৰিবাৰ আৰু প্ৰেমত পৰা নাৰীৰ সংখ্যা আছিল অসংখ্য। পৰিচাৰিকা, নাম কৰা অভিনেত্ৰী সকলোৱে হেমিংৱেৰ প্ৰেমক অকপটে স্বীকাৰ কৰি গৈছে। হেমিংবেৰ প্ৰতিখন উপন্যাস ৰচনা কৰাৰ অন্তৰালত একোগৰাকী নাৰীৰ বিশেষ ভূমিকা আছে। যেনে— তেওঁ হেডলী নামৰ এগৰাকী গাভৰুক বিয়া কৰাৰ (১৯২১চনত) পিছত লিখে 'The Sun Also Rises', হেডলীৰ সৈতে বিবাহ-বিচ্ছেদ ঘটাৰ পিছত অ'নীল নামৰ এগৰাকী গাভৰুক বিয়া কৰায় আৰু তাৰ পিছতেই ৰচনা কৰে 'A farewell to Arms'

নামৰ উপন্যাস। এয়া ১৯২৯ চনৰ কথা। তেনেদৰে লেখিকা মাৰ্থাক বিয়া কৰাৰ পিছত ১৯৩৯ চনত লিখে 'For whom the Bell Toll' আৰু মাৰীক বিয়া কৰাৰ পিছত ১৯৪৬ চনত লিখে 'Across the River and in to the Trees' নামৰ উপন্যাস।

হেমিংৱেৰ মতে — 'তুমি যেতিয়া প্ৰেমত পৰিবা তেতিয়া জানিবা যে তোমাৰ সৃষ্টি হ'ব সবাতোকৈ ভাল।

হেমিংৱেৰ যৌৱন কালৰ আন এগৰাকী প্ৰেমিকা আছিল— বোলছবি জগতৰ স্বনামধন্য অভিনেত্ৰী 'আভা গাৰ্ডনাৰ'। বিখ্যাত অভিনেত্ৰী গৰাকীৰ এবাৰ গল্ড ব্লাডাৰৰ অপাৰেচন হৈছিল। আভা গাৰ্ডনাৰৰ পেটৰ পৰা বাহিৰ কৰা হৈছিল সোতৰটা পাথৰ। অভিনেত্ৰী গৰাকীয়ে পাথৰকেইটা হেমিংৱেক উপহাৰ হিচাপে দিছিল। প্ৰীতি চিনস্বৰূপ প্ৰিয়জনৰ প্ৰিয় উপহাৰকেইটা তেওঁ বটলত সযতনে ভৰাই ড্ৰয়িং ৰূমত সজাই থৈছিল। এয়ে আছিল দুৰন্ত প্ৰেমিক আনেষ্ট হেমিংৱে।

হেমিংৱে তেওঁৰ জীৱনলৈ অহা প্ৰত্যেক গৰাকী নাৰীকে অসাধাৰণ ভাল পাইছিল। সকলোকে তেওঁ শ্ৰদ্ধা আৰু ভক্তিৰ চকুৰে চাইছিল। প্ৰেম আছিল তেওঁৰ দৃষ্টিত পূজা, নাৰী আছিল দেৱী। তেওঁৰ প্ৰেম ভালপোৱাক কোনো এগৰাকী নাৰীয়ে উপেক্ষা কৰিব পৰা নাছিল। তেওঁ প্ৰেমক মৰ্যাদা দিছিল জীৱনতকৈও বেছি। নাৰী প্ৰেমতেই তেওঁ জীয়াই থকাৰ তৃপ্তি লাভ কৰিছিল।

'সম্বন্ধৰ গতিশীলতাই প্ৰেমৰ জন্ম দিয়ে।' .

কথাষাৰ কৈছিল মাৰ্কিন মনোবিদ জিক ৰুবিনে। তেওঁৰ মতে প্ৰেম হোৱাৰ পূৰ্বে সম্বন্ধ লাগিবই। প্ৰেমৰ পূৰ্বে পৰস্পৰৰ ভাল লাগিব লাগিবই। সাধাৰণতে ভাল লগাৰ পাছতহে ভালপোৱা বা প্ৰেম সৃষ্টি হয়। প্ৰেম ভাব জন্মিবৰ কাৰণে প্ৰথমে ডেকা-গাভৰুৰ মাজত বন্ধুত্ব গঢ়ি উঠিবই লাগিব। আধুনিক সমাজত বয়ফ্ৰেণ্ড থকাটো এটা 'ষ্টেচাচ চিম্বলৰ দৰে। বয়ফ্ৰেণ্ড বা গাৰ্লফ্ৰেণ্ডৰ দ্বাৰাই বহুজনৰ প্ৰেম ৰোমাঞ্চৰ সূত্ৰপাত হয়।

ইউৰোপীয় দেশসমূহত বিয়াৰ আগতে মুক্ত সহবাস বা 'লিভং টুগেদাৰ'ৰ সৰ্বজনীন। চুইডেন আৰু নেডাৰলেণ্ডত শতকৰা ৮০ ভাগেই এনে সহবাসত লিপ্ত হোৱা দেখা যায়। ব্ৰিটেইনত ৬৪ ভাগ, আয়াৰলেণ্ডত শতকৰা ৫০ ভাগ। ষোড়শী

গাভৰুৰ প্ৰেমত মতলীয়া হৈছে বহু কেইজন ৰাষ্ট্ৰপ্ৰধান। চৈধ্য বছৰীয়া কিশোৰেও বুজি পায় দেহ-মস্তকৰ ভাষা। কিশোৰীয়েও বুজি পায় 'মাল্টিপোল অৰ্গেজিম'ৰ কথা।

পাশ্চাত্য সমাজৰ কথা সুকীয়া। আমাৰ সমাজত প্ৰেমৰ শেষ লক্ষ্য বিবাহ আৰু বিবাহেই প্ৰেমৰ সাৰ্থকতা। প্ৰেমত পৰি বিবাহ হোৱাই শ্ৰেয়। মাত্ৰ বিবাহৰ আগতে প্ৰেমত পৰি বিশ্বাস আৰু আন্তৰিকতাখিনি হেৰালেই বিবাহে প্ৰেমৰ মৃত্যুশয্যা ৰচনা কৰে।

এই প্ৰসঙ্গত দেবকান্ত সন্দিকৈ দেৱে কোৱা এষাৰ কথা ব্যক্ত কৰা হ'ল। তেওঁ কৈছিল 'বৈ যোৱা নদীৰ লক্ষ্য যদি সাগৰ, গতি পথৰ ক'ৰবাত কোনোবা তৃষ্ণাতুৰে একাঁজলী পানী ধৰি খালে নদীৰ জানো অপকাৰ হয়— যুৱক-যুৱতীৰ যৌৱনৰ সামাজিক লক্ষ্য যদি বিবাহ, তাৰ আগতে কোনোবাই সামান্য পৰশ, আলিঙ্গনৰ অভিজ্ঞতা আৰ্জিলে যৌৱন জানো কলুষিত হয়?'

যৌৱনৰ বান আহিলে সাধাৰণতে মানুহৰ জীৱনত প্ৰেমৰ ঢৌ উঠে। নদীৰ বানৰ দৰে হিলদ'ল ভাঙি আহে। প্ৰেম আজি যুৱচামৰ বাবে বৰ চিনাকি শব্দ, এক চিনাকি নাম। প্ৰেমৰ মূল উৎস হ'ল নাৰী। নাৰীসকল চিৰ যৌৱনা হৈ থকাটোৱেই হেমিংৱেৰ কাম। দৈহিক সাহসৰ পূজা কৰা বহু নাৰীৰ প্ৰেমতেই মজি থাকি বিলাসী জীৱন-যাপন কৰা হেমিংৱে এগৰাকী মহৎ তথা বিখ্যাত প্ৰেমিক।

.... আমাৰ দেশত ছোৱালীৰ বাঢ়ি অহা সময়খিনি সাধাৰণতে ল'ৰাৰ পৰা পৃথক। মাকে তাইক কাপোৰ পিন্ধিবলৈ শিকায় তথা 'আবুৰ' দিয়ে আৰু দেউতাকে তাইক প্ৰশ্ৰয় দিয়ে। তাইৰ দেহ মনলৈ ৰোমান্টিক প্ৰেমৰ ভাব-ধাৰা আহিলেও সযত্নে মনৰ ভিতৰতে সাঁচি থৈ দিয়ে। প্ৰকৃততে প্ৰকাশ কৰিবলৈ ভয় কৰে। .... আমেৰিকান নাৰীসকল ৰোমাণ্টিক প্ৰেমৰ ভাবধাৰা গ্ৰহণ কৰাটো এটা 'কেৰিয়াৰ' বুলি গ্ৰহণ কৰে। সুন্দৰী চতুৰ ৰমনীসকল 'মভিকুইন'। তেওঁলোকৰ চকুৰ চাৱনী, শৰীৰৰ গঠনভঙ্গী, পোছাকৰ স্মাৰ্টনেছ বিশেষ মন কৰিবলগীয়া।

নাৰী আৰু পুৰুষৰ সমষ্টিয়েই হ'ল মানৱ সমাজ। নাৰীক বাদ দি মানৱ সমাজৰ অস্তিত্ব কেতিয়াও কল্পনা কৰিব নোৱাৰি। নাৰীৰ প্ৰেম-আৰু সৌন্দৰ্যই পুৰুষৰ বাবে প্ৰেৰণা। গান্ধীজীৱে কৈছে —

'নাৰীয়ে প্ৰেম, ভালপোৱা যেন সমস্ত জাতিলৈকে বহলাই দিয়ে। তেওঁ যেন পাহৰি যায় যে তেওঁ কেতিয়াবা পুৰুষৰ কামনাৰ সামগ্ৰী আছিল বা হ'ব পাৰে। তেতিয়া নাৰীয়ে পুৰুষৰ মাতৃ, স্ৰষ্টা আৰু নীৰৱ নেতা হিচাপে পুৰুষৰ কাষত গৌৰৱপূৰ্ণ স্থান অধিকাৰ কৰিব। শান্তি অমৃতৰ কাৰণে পিয়াহত আতুৰ হৈ থকা যুদ্ধৰত পৃথিৱীক শান্তিৰ শিক্ষা দিয়াৰ ভাৰ তিৰোতা বা নাৰীৰ গাত আছে।'

হেমিংৱে অকপটে স্বীকাৰ কৰি গৈছে যে নাৰী হ'ল প্ৰেমৰ অফুৰন্ত প্ৰতীক। নাৰী মহিমাময়ী, চিৰবন্দিতা আৰু কল্পনাৰ বিশাল সাগৰ, নাৰী হ'ল স্নেহশীলা, ত্যাগী আৰু সৃষ্টিকাৰিণী। যাৰ অনুপ্ৰেৰণাত পুৰুষে প্ৰেমপূৰ্ণ জীৱনৰ মাজেৰে মানৱ জীৱন ধন্য কৰে। হেমিংৱে বিচাৰিছিল সুন্দৰী নাৰীসকল সদায় সুন্দৰী হৈ থকাটো। সুন্দৰী নাৰীসকল বৃদ্ধা হোৱাটো তেওঁ সহ্য কৰিব পৰা নাছিল।

## থোৰোতে হেমিংৱেৰ সাহিত্য কৃতী

গদ্য সাহিত্যত হেমিংৱে আছিল অপ্ৰতিদ্বন্দ্বী। তেওঁক সমসাময়িক বিশিষ্ট কথা-সাহিত্যিকসকলৰ প্ৰতিনিধিত্বমূলক 'ঈশ্বৰ' বুলি কোৱা হৈছিল। প্ৰথম বিশ্বযুদ্ধৰ সময়ত তেওঁ 'ষ্টাৰ' নামৰ কাকতত ৰিপ'ৰ্টাৰ হিচাপে যোগদান কৰে। তাৰোপৰি তেওঁ চিকাগো ট্ৰিবিউনৰ সাংবাদিকতা কৰে।

১৯২৩ চনত পেৰিছত তেওঁৰ প্ৰথম উল্লেখযোগ্য কিতাপ 'দ্যা থ্ৰি ষ্ট'ৰিছ এণ্ড টেন পয়েমছ' প্ৰকাশ পায়। এই গ্ৰন্থখনে তেওঁৰ সাহিত্য-প্ৰতিভাৰ স্বাক্ষৰ বহন কৰে। ১৯২৫ চনত তেওঁৰ চুটি গল্প সংকলন 'ইন আৱাৰ টাইম' প্ৰকাশ পায়। ১৯২৬ চনত লিখা দ্যা ছান ওলট্ ৰাইজেছ' নামৰ উপন্যাসখনকে তেওঁৰ প্ৰথম প্ৰকাশিত উপন্যাস বুলি ধৰা হয়। এই উপন্যাসৰ বিষয়ে হেমিংৱে কৈছে— 'এইখন ফোপোলা বা তিক্ত ব্যংগাত্মক উপন্যাস নহয়। গভীৰ ট্ৰেজেদিহে। বিপুল পৃথিৱী ইয়াৰ চিৰায়ত নায়ক।' তেওঁৰ পৰৱৰ্তী গ্ৰন্থবিলাক হ'ল—

এ ফেয়াৰৱেল টু আমছ (১৯২৯), ফৰ হুম দ্যা ৱেল টোলছ (১৯১০), মেন উইদাউট অ'মেন (১৯২৭), ডেম ইন দ্যা আফটাৰনুন (১৯৩২), ৱিনাৰ টেক নথিং (১৯৩০), গ্ৰীন হিলছ অব আফ্ৰিকা (১৯৩৫), এ ক্ৰছ দ্যা ৰিভাৰ এণ্ড

ইণ্টু দ্যা ট্ৰিজ (১৯৫০) আৰু তেওঁৰ সাহিত্য জীৱনৰ কীৰ্তিস্তম্ভ 'দ্যা অ'ল্ড মেন এণ্ড দ্যা ছি' (১৯৫২)।

## দ্য অ'ল্ড মেন এণ্ড দ্য ছি

দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত হেমিংৱে কিউবাত আছিল। ১৯৪২ চনত তেওঁ এখন আলোচনীৰ যুদ্ধৰ সংবাদদাতা হিচাপে যোগদান কৰে। যুদ্ধৰ পৰিসমাপ্তি তেওঁ কিউবাত বাস কৰিবলৈ লয়। তাতে তেওঁ মাছ মৰা আৰু লিখাৰ কামত ব্যস্ত হয়। ১৯৫২ চনত তেওঁ এজন বুঢ়া মাছমৰীয়াৰ অকলশৰে কৰা সংগ্ৰামক কেন্দ্ৰ কৰি 'দ্য অ'ল্ড মেন এণ্ড দ্য চি' নামৰ বিখ্যাত উপন্যাসখন লিখি উলিয়াই। ১৯৫৩ চনত তেওঁ এই উপন্যাসৰ বাবে পুলিৎজাৰ বঁটা লাভ কৰে। ইয়াৰ পাছত তেওঁ ১৯৪৫ চঁনত লাভ কৰে সাহিত্যৰ ন'বেল বঁটা।

উল্লেখযোগ্য হে হেমিংৱেৰ উপন্যাসখনৰ 'নিক' আদামছ' নামৰ ল'ৰাটো তেওঁ নিজেই, মিচিগানৰ সেই আনেষ্ট নামৰ ল'ৰাটো। ছান্তিয়াগো নামৰ বুঢ়া মাছমৰীয়াজনৰ সাগৰত হোৱা অভিজ্ঞতাৰ মাজেদি দুৰ্বল, নিশকতীয়া আৰু নিঃসহায় মানুহে সময়ৰ নিৰ্মম বাস্তৱিকতাৰ বিৰুদ্ধে যুঁজাৰ প্ৰতীকী চিত্ৰখন দাঙি ধৰিছে।

কাহিনীৰ নায়ক এজন বুঢ়া মানুহ। নাম ছান্টিয়াগো। মাছ মাৰিবলৈ, সদায় যায়। সাগৰলৈ কিন্তু এদিনো মাছ নাপায়। এইদৰে চৌৰাশী দিন যায়। পঁচাশী দিনৰ কথা। সেইদিনাখন নিচেই পুৱাতে বুঢ়া ওলাল অকলশৰে কিউবাৰ উপকূলৰ ওচৰৰ এমাইল দ' উপসাগৰত মাছ মাৰিবলৈ। দুপৰীয়া এটা প্ৰকাণ্ড মাৰ্লিন মাছ বুঢ়াৰ বৰশীত লাগিল। দুদিন দুনিশা মাছটোৱে বুঢ়াৰ নাওখন পানীত টানি লৈ ফুৰালে। শেষত মাছটোৱে নাওখন টানি টানি উপসাগৰৰ উত্তৰ-পূবফালে বহুদূৰলৈ লৈ গ'ল। বুঢ়া ছাণ্টিয়াগোয়েও এৰি দিয়া নাই। মাছটোৰ সৈতে প্ৰাণটাকি যুঁজি আছে। সাগৰৰ বুকুত মাছ আৰু মানুহৰ তুমুল সংগ্ৰাম চলিল। এহাতে এটা প্ৰকাণ্ড মাৰ্লিন মাছ অন্যহাতে এজন বুঢ়া মানুহ। তৃতীয় দিনা বুঢ়াই মাছটো কোনোমতে পানীৰ ওপৰলৈ তুলি আনিলে আৰু যাঠিৰে খুঁচি খুঁচি তাক মাৰিলে। মাছটো ইমান

ডাঙৰ যে নাওখনতে নধৰে। বুঢ়াই মাছটো নাৱতে বান্ধিলে আৰু পানীয়েদি টানি টানি সাগৰৰ উপকূল অভিমুখে প্ৰত্যাৱৰ্তন কৰিবলৈ ধৰিলে। কিন্তু, নিয়তি নি নিষ্ঠুৰ। এইবাৰ বুঢ়াক লম্ভিলে হাঙ্গৰে। এজাক হাঙ্গৰে বুঢ়াৰ মাৰ্লিন মাছটো আগুৰি ধৰিলে। বুঢ়াই কেকোঁ-জেঁকোকৈ নাওখন আনি পাৰ পায়হি মানে হাঙ্গৰে মাছটো খাই শেষ কৰিলে। বাকী ৰ'ল মাত্ৰ মাছটোৰ জঁকাটো, মূৰৰ লাওখোলাটো আৰু পাল সদৃশ ফিচাখন।'

হেমিংৱে এজন সুদক্ষ কাহিনী লেখক। প্ৰতীক ধৰ্মিতা আছিল তেওঁৰ ৰচনাৰাজীৰ প্ৰধান অৱলম্বন। তেওঁ জীৱনত পৰাজিত হ'বলৈ শিকা নাছিল। তেওঁৰ উপন্যাসত পোৱা যায় যুদ্ধ আৰু প্ৰেমৰ ব্যক্তিগত অভিজ্ঞতা। তেওঁৰ দ্যা অ'ল্ড মেন এণ্ড দ্যা ছি' হ'ল বিশ্ব সাহিত্য জগতৰ সমগ্ৰ মানৱ জাতিৰ কাৰণেই এখন মূল্যবান দলিল। যাক যুগৰ বিষাক্ত বায়ুৱে উৰুৱাই নিব নোৱাৰে।

বিখ্যাত ব্যক্তিৰ প্ৰেম

# জাৰ্মান মহাকবি গ্যেটে

## কাব্য সৃষ্টিৰ আঁৰত নাৰী আৰু প্ৰেম

জাৰ্মান মহাকবি গ্যেটেক জাৰ্মানীৰ শ্ৰেষ্ঠ কবি বুলি গণ্য কৰা হয়। জাৰ্মান সাহিত্যৰ বাহিৰেও সমগ্ৰ বিশ্ব সাহিত্যৰেই শ্ৰেষ্ঠ পুৰুষ গ্যেটে। তেওঁ আছিল ১৮ শতিকাৰ পৰা ১৯ শতিকাৰ আৰম্ভণীলৈকে এই সময়ছোৱাৰ এজন বিশিষ্ট চিন্তাবিদ। বহুমুখী প্ৰতিভা লৈয়েই তেওঁৰ জন্ম। তেওঁ আছিল একেধাৰে কবি, দাৰ্শনিক, বৈজ্ঞানিক, দক্ষ শাসক, জাৰ্মান সাহিত্যৰ শ্ৰেষ্ঠ গদ্য লেখক আৰু প্ৰধানতম ঔপন্যাসিক আৰু নাট্যকাৰ। উইল ডুৰাণ্টে কৈছিল— "ঊনৈশ শতিকাৰ প্ৰতিভাবান লোকসকলৰ তালিকাত একমাত্ৰ সুস্থ মনৰ মানুহ আছিল গ্যেটে।"

গ্যেটেৰ জন্ম হৈছিল ১৭৪৯ চনৰ ২৮ আগষ্টত জাৰ্মানীৰ মেইন নদীৰ তীৰৰ ফ্ৰাংকফুট চহৰত। গ্যেটেৰ সম্পূৰ্ণ নাম হ'ল— "জহান্স উলফগেং গ্যেটে।"

তেওঁ ৮ বছৰ বয়সৰ পৰাই কবিতা লিখিছিল। গ্যেটেৰ দেউতাক জাহান্স ফ্যাচপাৰ আছিল এগৰাকী বিচক্ষণ পণ্ডিত। কাজেই সু-পুত্ৰ গ্যেটেয়ো এইবোৰ জ্ঞানেৰে প্ৰভাৱশালী হৈ উঠিছিল। শিক্ষাৰ সময়খিনি তেওঁ লাইপজিগৰ বিশ্ববিদ্যালয়ত কটায় আৰু ষ্ট্ৰাস্বাৰ্গৰ পৰা আইনৰ উপাধি লাভ কৰে। আইনৰ ডক্টৰেট ডিগ্ৰী লাভ কৰাৰ পিছত গ্যেটে দেউতাকৰ ইচ্ছানুযায়ী উচ্চতম ন্যায়ালয়ত ওকালতি কৰিবলৈ লয়। কিন্তু এটা সময়ত আদালতৰ ৰেহ-ৰূপ দেখি তেওঁ অতিষ্ঠ হয় আৰু আইন ব্যৱসায়ৰ ফালে পিঠি দি সাহিত্য সাধনাত মগ্ন হয়। গ্যেটেৰ জীৱনত সাহিত্য চৰ্চা আৰম্ভ হয় এনেধৰণেৰে। ১৬ বছৰ বয়সত তেওঁ এবাৰ স্নায়ৱিক ব্যাধিত আক্ৰান্ত হৈ মৃত্যুৰ লগত যুঁজ দিবলগীয়া হয়। যাৰ বাবে তেওঁ নৈৰাশ্যত ভুগিবলগীয়া হয়। নৈৰাশ্যৰ পৰা পৰিত্ৰাণ পাবৰ বাবে তেওঁ লিখা মেলা আৰম্ভ কৰে আৰু তেওঁৰ জীৱন-যন্ত্ৰণাসমূহ গদ্য আৰু পদ্যত বন্দী হয়। ২২ বছৰ

বয়সত প্ৰচণ্ড মানসিক বিক্ষোভৰ বশৱৰ্তী হৈ তেওঁ এখনি নাটক ৰচনা কৰে। ইয়াৰ দুবছৰৰ পিছত তেওঁ ৰচনা কৰে 'দ্যা চৰ'জ অৱ ৱাৰ্থাৰ' নামৰ এখন উপন্যাস।

গ্যেটে আছিল জাৰ্মানীৰ বিখ্যাত কবি তথা এটুকুৰা ৰত্ন। জাৰ্মানীক — The land of poets and philosopers (কবি আৰু দাৰ্শনিকৰ দেশ) বুলি আখ্যা দিয়া হয়। মাত্ৰ ২৫ বছৰ বয়সতে গ্যেটে এগৰাকী বিশ্বৰ বিখ্যাত লেখক হিচাপে পৰিগণিত হয়। ডিউক প্ৰিন্স কাৰ্ল আগষ্টে তেওঁক ভাইজেৰ ৰাজসভা অলংকৃত কৰিবৰ বাবে আমন্ত্ৰণ জনায়। ২৬ বছৰ বয়সত তেওঁ সেই আমন্ত্ৰণ স্বীকাৰ কৰে আৰু ডিউকৰ ৰাজনৈতিক আৰু সাংস্কৃতিক পৰামৰ্শ দাতা পদত নিযুক্ত হয়। ৰাজপ্ৰাসাদৰ ওচৰৰ এখন উদ্যানৰ পৰাই তেওঁ চলাইছিল ৰাজনীতি আৰু কাব্য চৰ্চা। ১৮৩২ চনৰ ২২ মাৰ্চত তেওঁৰ মৃত্যু হয়।

## গ্যেটেৰ সাহিত্য সৃষ্টিত নাৰী আৰু প্ৰেম

বিশ্ব সাহিত্যত নাৰী আৰু প্ৰেম এক বিচিত্ৰ উপাদান। সাহিত্য সৃষ্টিৰ আঁৰত থকা নাৰীৰ প্ৰেম আৰু প্ৰেৰণাৰ কথাটি সকলোৱে স্বীকাৰ কৰে। প্ৰেমৰ মাজেদিয়ে সাহিত্য, কাব্য, কবিতা আদি সৃষ্টি কৰি ইতিহাসৰ পৃষ্ঠাত আজিও জিলিকি আছে মহাকবি গ্যেটে।

গ্যেটে আছিল দুৰ্দান্ত প্ৰেমিক। তেওঁ দেহৰ প্ৰতি শিৰা-উপশিৰাই অনুভৱ কৰিছিল নাৰীৰ প্ৰেম। তেওঁৰ সাহিত্য সাধনা যিদৰে আজীৱন আৰু অবিচ্ছিন্ন সেইদৰে তেওঁৰ মনৰ প্ৰেমৰ অনুভূতিও আছিল জীৱন ব্যাপ্ত আৰু অবিৰত। প্ৰেমৰ বিষয়ে তেওঁ কৈছে — "প্ৰেমত স্বৰ্গীয় আনন্দ আৰু মৃত্যুৰ যন্ত্ৰণা দুয়োটাই আছে। কিন্তু যিয়ে প্ৰেম কৰিছে তেৱেঁই সুখী আৰু ভাগ্যবান।"

মাত্ৰ ১৪ বছৰ বয়সৰ পৰা আৰম্ভ হৈ প্ৰায় চাৰিকুৰি বছৰলৈকে নিৰবিচ্ছিন্ন প্ৰেম ধাৰাৰ মাজেদি গ্যেটেই জীৱন অতিবাহিত কৰিছিল। তেওঁৰ জন্মস্থান ফ্ৰাংকফুৰ্টত এজনী দৰিদ্ৰ ছোৱালীক গভীৰভাৱে তেওঁ ভাল পাইছিল। এই প্ৰেমই আছিল গ্যেটেৰ জীৱনৰ প্ৰথম প্ৰেম। এই প্ৰেম আছিল একপক্ষীয়। গ্যেটেতকৈ ডাঙৰ এই প্ৰথম প্ৰেমিকাগৰাকীৰ নাম গোপন হৈ আছিল যদিও গ্যেটেৰ

আত্মজীৱনীত পোৱা মতে তেওঁৰ নাম গেৎচেন। গ্যেটেৰ প্ৰথম পৰ্ব ব্যৰ্থ হোৱাত তেওঁ সৰ্বস্বান্ত হৈছিল। প্ৰথম প্ৰেমৰ বিফলতাৰ পিছতে তেওঁৰ জীৱনলৈ প্ৰেমৰ ৰবিৰ ধাৰা নামি আহিছিল।

প্ৰকৃততে প্ৰথম প্ৰেমৰ বিফলতাৰ মাজেদিয়ে গ্যেটেই জীৱনলৈ নামি আহিছিল বিৰাট সফলতা। এনে সফলতা আহে কেইজনৰ জীৱনলৈ! তেওঁ কৈছিল— "মই এনে কোনো কথা লিখা নাই যিটো অনুভৱ কৰা নাই। প্ৰেম কৰাৰ পিছতহে মই প্ৰেমৰ গীত লিখিছো। এতিয়া ঘৃণা নকৰাকৈ ঘৃণাৰ গীত কেনেকৈ লিখো।"

গ্যেটেৰ প্ৰেম আছিল এনে মহৎ আদৰ্শগত আধ্যাত্মিক প্ৰেম— যি প্ৰেমত বিফল হৈও সেই প্ৰেমৰ পৰিতৃপ্তি পাইছিল। বিয়েট্ৰিছৰ প্ৰেমত পৰি যিদৰে ডাণ্টেই 'ডিভাইন কমেডী' লিখিছিল, সেইদৰে গেৎচেনৰ প্ৰেমত পৰি গ্যেটেও অসংখ্য কবিতা লিখিছিল। গেৎচেনৰ প্ৰেমৰ স্মৃতিস্বৰূপে তেওঁৰ যুগজয়ী মহাকাব্য 'ফাউষ্ট'ৰ আদি খণ্ডৰ নায়িকাৰ নাম ৰাখিছিল গেৎচেন। গেৎচেনেই আছিল ফাউষ্টৰ আঁৰৰ নাৰী তথা প্ৰেৰণা। নাৰী প্ৰেমৰ দ্বাৰা অংকিত ফাউষ্টত চিত্ৰিত হোৱা অতি মানৱিক চৰিত্ৰ, প্ৰেম-ভালপোৱা, চাৰিত্ৰিক দুৰ্বাসনা, পাপ, পুণ্য আৰু মনুষ্যৰূপী চয়তানৰ সমাজ পৰিচালনাৰ তীব্ৰ আকাংক্ষাক সাৱলীলভাৱে উপস্থাপন কৰা গ্যেটেই সফলতা লাভ কৰিছে। ই এখন ট্ৰেজেদি হ'লেও মানৱ মনৰ সূক্ষ্ম অনুভূতিক স্পৰ্শ কৰাৰ সকলো মহৎ গুণেই ফাউষ্টত সন্নিবিষ্ট হৈছে। ফাউষ্ট গ্যেটেৰ অবস্মৰণীয় সৃষ্টি যি তেওঁক বিশ্ব সাহিত্যিকৰ শ্ৰেষ্ঠ আসনত বহুৱালে। ডাণ্টেৰ 'ডিভাইন কমেডী'ৰ পিছত পাশ্চাত্য জগতৰ দ্বিতীয় শ্ৰেষ্ঠ কাব্য হিচাপে পৰিগণিত হৈছে — ফাউষ্ট।

৩৯ বছৰ বয়সত তেওঁ ২৩ বছৰীয়া এগৰাকী সুন্দৰী ৰমণীক বিয়া কৰায়। জীৱনৰ মধ্য বয়সত তেওঁ সুন্দৰী পত্নী-পুত্ৰ আৰু এগৰাকী বন্ধুৰ বন্ধুত্বৰে নিজৰ জীৱনত সাৰ্থকতা প্ৰতিপন্ন কৰে।

সাধাৰণতে গ্যেটে কম বয়সীয়া গাভৰুৰ প্ৰেমত পৰিছিল। যৌৱনৰ প্ৰাৰম্ভতে গাভৰুসকলেও যেন তেওঁৰ বাবে হেঁপাহ পুহি ৰাখিছিল। প্ৰকৃততে গ্যেটেৰ সুন্দৰ ব্যক্তিত্ব আৰু গ্ৰীক দেৱতাৰ দৰে তেওঁৰ দেহশ্ৰীয়ে সকলোকে মোহিত কৰিছিল।

গ্যেটে ৭৪ বছৰ বয়সত "উল্ৰিক ফন লেভেটজউ" নামৰ এগৰাকী ১৮ বছৰীয়া গাভৰুৰ প্ৰেমত পৰিছিল। ১৮ বছৰীয়া উল্ৰিকক তেওঁ বিয়াৰ প্ৰস্তাবো দিছিল। কিন্তু দুখৰ বিষয় যে সেই গাভৰুৰ বিধবা মাতৃয়ে এই অসম্ভৱ প্ৰস্তাৱ শুনি দুহিতাক লৈ অন্য ঠাইলৈ গুচি গৈছিল।

গ্যেটেই প্ৰেমত পৰিছিল ঠিকেই, কিন্তু কোনো প্ৰেমেই যেন তেওঁৰ হৃদয় জয় কৰিব পৰা নাছিল। অৱশ্যে এই বিফলতাৰ মাজতে সফলতা লুকাই আছিল। কাৰণ মহাকবি জনাক প্ৰতিবাৰৰ প্ৰেমাস্পদৰ বিৰহ প্ৰেমেই দিছিল অনুপম সাহিত্য সৃষ্টিৰ প্ৰেৰণা। উল্ৰিকৰ প্ৰেমৰ পুঞ্জিভূত বেদনাবোৰেই জন্ম দিছিল বিশ্ব সাহিত্যৰ অন্যতম সৰ্বশ্ৰেষ্ঠ প্ৰেমৰ কবিতাৰূপে খ্যাত 'মেৰিয়েনবাদ ইলিজি'। ইলিজিৰ এটি স্তৱক— "মোক আদৰি ল'বলৈ তেওঁ পদূলিমুখত বাট চাই আছিল, তাৰ পিছৰে পৰাই প্ৰতি খোজে খোজে তেওঁ মোৰ আনন্দৰ পৰিমাণ বঢ়াই নি আছে। আনকি সৰ্বশেষ চুমাটো দিয়াৰ পিছতো তেওঁ মোৰ পিছে পিছে দৌৰি আহি মোক সাবটি ধৰিলে আৰু মোৰ ওঁঠত আৰু এটা চুমা হেঁচি দিলে — মোৰ প্ৰিয়তমাৰ এই ৰূপ স্পষ্ট আৰু জীৱন্ত, মোৰ বিশ্বস্ত হৃদয়ৰ ওপৰত জুইৰ আখৰেৰে চিৰকালৰ কাৰণে সি লেখা হৈ ৰ'ল।"

(অনুবাদ — হোমেন বৰগোহাঞি)

গ্যেটেৰ হৃদয় প্ৰেমেৰে পৰিপূৰ্ণ। প্ৰেমক তেওঁ সৰ্বস্ব সন্মান দিছিল। তেওঁৰ প্ৰতিবাৰৰ প্ৰেমেই দিছিল যি বিশিষ্ট অভিজ্ঞতা, সেই অভিজ্ঞতাই ৰূপান্তৰিত হৈছিল অনুপম সাহিত্যলৈ । মেৰিয়নৰ লগত ঘটা প্ৰণয়ৰ পৰিণতিতেই সৃষ্টি হৈছিল বিখ্যাত The western Eastern Diven নামৰ কবিতাপুঞ্জ।

গ্যেটেৰ ভাবধাৰা এনেধৰণৰ আছিল যে "তেওঁ বিশ্ব ভূৱনৰ বিষয়ে ভালকৈ জানিছিল, কিন্তু নিজৰ বিষয়ে একোকে নাজানিছিল।" কম কথাত অধিক আলোচনাৰ সমল থকা সৰু সৰু কবিতাৰ বাবে গ্যেটে বিখ্যাত। তেওঁ কৈছিল— "নিতৌ পুৱা এটা ভাল গান শুনিবা, এটা ভাল কবিতা পঢ়িবা। .... প্ৰত্যেকটো কবিতাই এটা অৰ্থত পৃথিৱীৰ মুখত এটা চুমা। কিন্তু কেৱল চুমাই সন্তান উৎপাদন নকৰে।"

১৭৮৮ চনত গ্যেটেৰ জীৱনলৈ অহা নাৰী গৰাকী হ'ল— "ক্ৰিষ্টিয়েন ডুপিয়াছ"। যাৰ কাৰণে গ্যেটেৰ কাপৰ পৰা সৃষ্টি হৈছিল 'ৰোমান-ইলিজি' নামৰ সৰ্বোৎকৃষ্ট কবিতা মঞ্জৰী।"

গ্যেটেৰ কাব্য সাধনাত আটাইতকৈ উল্লেখযোগ্য অৰিহণা আগবঢ়াইছিল 'চাৰ্লটফন ষ্টেইন' নামৰ এগৰাকী নাৰীয়ে। যাক গ্যেটেৰ জীৱনৰ প্ৰধান চালিকা শক্তি বুলি ক'লেও বঢ়াই কোৱা নহয়। প্ৰেয়সী চাৰ্লটলৈ গ্যেটে লিখিছিল—

"বৰফৰ শুভ্ৰতাৰ মাজে মাজে ফুলি আছে এটি ফুল, যেনেদৰে জীৱনৰ বৰফ আৰু ধুমুহাৰ মাজত সজীৱ হৈ আছে আমাৰ প্ৰেম। আজি মই খুব সুখী হৈ আছো। যথেষ্ট শান্তও। মই এটা কথা ভালদৰেই জানো, কালিতকৈও তোমাক মই আজি বেছি ভাল পাওঁ। মোৰ এই বিশ্বাস দিন প্ৰতিদিন অধিক দৃঢ় হৈ উঠিছে।

গ্যেটেৰ প্ৰথম উপন্যাস "ভেৰ্টৰৰ কৰুণা কথা" নিজৰ জীৱনৰ অনুভৱৰ আধাৰত বিৰচিত প্ৰেমাখ্যানমূলক আলোখ্য। উপন্যাসৰ নায়ক ভেৰ্টৰৰ নায়িকা কাৰ্লোট। কাৰ্লোট বিবাহিতা। কাৰ্লোটে মনে প্ৰাণে ভেৰ্টৰক ভাল পাব খোজে, কিন্তু এই ভালপোৱাৰ প্ৰতিবন্ধক কাৰ্লোটৰ স্বামী আৰু সামাজিক বাধা। প্ৰেমৰ ব্যৰ্থতা আৰু মিলনৰ অন্তৰায়ে নায়কে আত্মহত্যা কৰিবলৈ বাধ্য হয়। নায়িকা কাৰ্লোটেও ভেৰ্টৰক পোৱাৰ বাসনাত জ্বলি পুৰি ছাৰখাৰ হয়। সমালোচক সকলৰ মতে নায়ক ভেৰ্টৰ আন কোনো নহয়, গ্যেটেৰ নিজৰ জীৱনৰ অভিব্যক্তিহে।

গ্যেটেৰ আন এখন উপন্যাস "ভিলহেম মাইষ্টৰ" হ'ল ১২ টা খণ্ডৰ আন এখন প্ৰেমমূলক উপন্যাস। নায়ক ভিলহেম ভাববাদী, আৱেগিক কলাসম্পন্ন আৰু দাৰ্শনিক ব্যক্তি। এনে এক ব্যক্তিৰ জীৱনলৈ প্ৰেমৰ ফলতে এসময়ত নামি আহে চৰম দুৰ্যোগ। নানা ধৰণৰ অপমান, গ্লানি, বেদনা, যন্ত্ৰণাই তেওঁৰ জীৱনলৈ নমাই আনে হতাশা আৰু দুৰ্দশা। ভালপোৱাই ৰূপ লয় ধ্বংসকামিতালৈ। বহুতে ক'ব বিচাৰে ভিলহেমো হ'ল গ্যেটেৰ জীৱনৰে অন্য এক অভিব্যক্তি।

বিশ্ব সাহিত্যৰ প্ৰবীণ প্ৰবক্তা আৰু মহান প্ৰেমিক সাহিত্যিক জোহান্স উলফগেং গ্যেটেৰ আত্মজীৱনীমূলক উপন্যাসখিনি হৈছে "ছাফাৰিংছ অৱ ইয়ং ওৱেডাৰ"। গ্যেটেই নিজৰ চৰিত্ৰ সমাৰোপণ কৰা ডেকা ওৱেডাৰে বন্ধু পত্নী লুন্তেৰ প্ৰেমত পৰি এনেকৈ মছগুল হ'ল যে তথাকথিত এই ভৱিষ্যৎহীন প্ৰেমত

ওৱেডাৰে আত্মহত্যা কৰিলে। সন্তীয়া প্ৰেমৰ ব্যঞ্জনাই গ্যেটেৰ মনত শান্তি দিব পৰা নাছিল। ওৱেডাৰ আৰু লুত্তেৰ ৰক্তাক্ত প্ৰেমখিনি বিবাহ বন্ধনহীন তথাকথিৰ ভৱিষ্যৎ নাইকীয়া প্ৰেমৰ পৰিণতি — 'আত্মহত্যা' বুলি গ্যেটেই সকীয়াই দি গৈছে। প্ৰেমক সস্তীয়া আমোদ-প্ৰমোদৰ আহিলা কৰি লৈ নাৰীৰ জীৱনত অমানুষিক যাতনা সৃষ্টি কৰা মানুহক মনুষ্যৰূপী চয়তানৰ ৰূপত গ্যেটেই নিজৰ ৰচনাত দাঙি ধৰা কাৰ্যই গ্যেটেৰ প্ৰেমৰ প্ৰতি থকা গভীৰ অনুভূতিৰ পৰিচয় দাঙি ধৰাত সক্ষম হৈছে। তেওঁৰ উপন্যাস, নাটক আৰু কবিতা নাৰীৰ প্ৰতি কৰা দুৰ্ব্যৱহাৰ আৰু শোষণে পুৰুষতান্ত্ৰিক সমাজৰ নগ্ন চৰিত্ৰক উদঙাই দেখুৱাইছে।

"মহৎ চিন্তাবিদ মহাকবি গ্যেটেৰ জীৱন আৰু সাহিত্য আছিল অভিন্ন। তেওঁৰ বিস্ময়কৰ প্ৰতিভাৰ তুলনা অমৰ শিল্পী লিওনাৰ্ডো-ডা-ভিসিন্সৰ লগতহে তুলনা কৰা হয়। গ্ৰীক দেৱতাৰ দৰে তেওঁৰ দেহশ্ৰী, অনিৰ্বচনীয় তেওঁৰ সৌন্দৰ্যৰ অনুভূতি, সৰ্বোত্তম তেওঁৰ ব্যক্তিত্ব, অসাধাৰণ তেওঁৰ ৰচনাত ক্ষমতা আৰু বিশ্ববিখ্যাত শীৰ্ষবিন্দুত তেওঁৰ আৰোহণ" (ড° নিৰ্মল প্ৰভা বৰদলৈ)

আজীৱন নাৰীৰ প্ৰতি দুৰ্বলতা পোষণ কৰা গ্যেটেই যেন সত্য সুন্দৰ প্ৰেমৰ সন্ধানত হাবাথুৰি খাইছল। প্ৰেমৰ অনুভূতি, প্ৰেমৰ ৰমণীয়তাৰে পূৰ্ণ গ্যেটেৰ হৃদয় আৰু জীৱন এখন মহৎ প্ৰেমৰ মঞ্চ।

বিশ্ব সাহিত্যত ৰমন্যাসবাদ (Romanticism)ৰ নতুন বতৰা কঢ়িয়াই অনা কবি দুজন হ'ল ৱৰ্ডছৱৰ্থ আৰু ক'লৰিজ। ইয়াৰে এজন পৃথিৱীৰ সৌন্দৰ্য পানত মত্ত, আনজন আফিঙৰ নিচাত মত্ত। যি কি নহওক ইয়াৰে ৱৰ্ডছৱৰ্থৰ কাব্যিক জীৱনত দুগৰাকী নাৰীৰ প্ৰভাৱ সুস্পষ্ট। এগৰাকী হ'ল ফৰাচী প্ৰেমিকা আনেট আৰু আনগৰাকী তেওঁৰ ভনীয়েক দৰথী। তদুপৰি আছে মেৰী নামৰ কোনোবা আন এগৰাকী ছোৱালী।

পৃথিৱীৰ প্ৰায়বোৰ লেখকেই কম বেছি পৰিমাণে প্ৰেমত পৰিছে। কিছুমান প্ৰেমত সফল হৈছে আৰু আন কিছুমান বিফল হৈছে। বিফল হ'লেও সেই প্ৰেমিক-সাহিত্যিক সকলে তেওঁলোকৰ সাহিত্যৰ মাজেৰে প্ৰেমিকাসকলৰ স্মৃতি সজীৱ কৰি ৰাখিছে। ইংৰাজী সাহিত্যৰ প্ৰখ্যাত কবি ঔপন্যাসিক থমাছ হাৰ্ডি তেনে এজন লেখক। তৰুণ বয়সত হাৰ্ডিয়ে এগৰাকী বন বিষয়াৰ ছোৱালীৰ প্ৰেমত পৰিছিল।

হাৰ্ডিতকৈ তিনি বছৰ ডাঙৰ সেই ছোৱালীজনীয়ে হাৰ্ডিৰ প্ৰেমক গুৰুত্ব নিদি আন এজন ডেকাক বিয়া কৰাইছিল। প্ৰেম প্ৰত্যাক্ষিত হাৰ্ডিয়েই তেওঁৰ এখন গ্ৰন্থত সেই প্ৰেমিকাগৰাকীক 'লিজবি ব্ৰাউন' চৰিত্ৰৰ মাজেৰে অমৰ কৰি ৰাখিছিল। 'লিজবি ব্ৰাউন' ৰ পিছত হাৰ্ডি প্ৰেমত পৰিছিল 'লুইছা' নামৰ এগৰাকী গাভৰুৰ সৈতে। কৃষকৰ সন্তান লুইছাক হাৰ্ডিয়ে ৰাস্তা-ঘাট, গীৰ্জা, স্কুল আদিত বহুবাৰ লগ পাইছিল। এবাৰ লুইছাই এটা গলিৰে খোজকাঢ়ি আহি থাকোতে হাৰ্ডিয়ে ভাবিছিল যে লুইছাই হয়তো তেওঁকেই লগ কৰিবলৈ আহিছে। হাৰ্ডি আনন্দত আত্মহাৰা হৈ ৰাস্তালৈ দৌৰি গৈছিল আৰু লুইছাক 'গুড ইভিনিং' বুলি কৈ আদৰণি জনাইছি । হাৰ্ডি আছিল লাজকু স্বভাৱৰ। তাতোকৈ লাজুক আছিল লুইছা নামৰ গাভৰু গৰাকী। লুইছাই হাৰ্ডিৰ সম্ভাষণৰ কোনো প্ৰত্যুত্তৰ নিদি তলমূৰ কৰি নীৰৱে থাকিল।

আন এদিনৰ কথা। বান্ধৱীৰহঁতৰ সৈতে লুইছা গীৰ্জা ঘৰলৈ যোৱা বুলি হাৰ্ডিয়ে জানিব পাৰিলে। আগৰ দৰেই হাৰ্ডিয়ে সম্ভাষণ জনোৱাত লুইছাই মাথোন এটা মিচিকিয়া হাঁহি মাৰিলে। জীৱনত মাথো এটা হাঁহি উপহাৰ পোৱা প্ৰেমিকা লুইছাৰ বাবেই হাৰ্ডিয়ে ৰচনা কৰিছিল 'Louisa in the Lane' নামৰ বিখ্যাত কবিতা।'

মাথোন এটা হাঁহিয়ে হাৰ্ডিক আজীৱন লুইছাৰ প্ৰেমিক কৰি ৰাখিলে। পিছত হাৰ্ডি আন গাভৰুৰ প্ৰেমত পৰিছিল যদিও লুইছাৰ হাঁহিটোক পাহৰিব পৰা নাছিল। লুইছাৰ সৈতে হাৰ্ডিৰ প্ৰেম আছিল আন্তৰিক অনুভূতিৰ প্ৰকাশ; যাক সংস্কৃত প্ৰেম বুলি ক'ব পৰা যায়। এই প্ৰেমত দৈহিক সম্পৰ্কতকৈ মানৱিক সম্পৰ্ক আছিল অতি গভীৰ।

নাৰী সান্নিধ্যই লেখক জীৱনৰ বাৰ্দ্ধক্যতো যৌৱন ঘূৰাই অনাৰ উদাহৰণ নথকা নহয়। ১৯৫০ চনৰ সাহিত্যৰ নোবেল বঁটা বিজয়ী দাৰ্শনিক গণিতজ্ঞ ব্ৰাৰ্টাণ্ড ৰাছেলে ৮০ বছৰ দেওনাত চতুৰ্থ গৰাকী পত্নীক বিয়া কৰাইছিল। কেৱল সিমানেই নহয়— এই বয়সত চিটি কলেজত অধ্যাপক নিযুক্তিৰ ক্ষেত্ৰত অভিভাৱকসকলে জীয়েকহঁতৰ দৈহিক শুচিতা ৰক্ষা কৰাটো টান হ'ব বুলিয়েই আদালতত তেওঁৰ বিৰুদ্ধে মোকৰ্দমাই তৰিছিল।

বিশ্ব প্ৰসিদ্ধ দাৰ্শনিক ৰাছেলে বাৰে বাৰে বিবাহ বিচ্ছেদ কৰিছিল। তেওঁ অসংখ্য নাৰীৰ প্ৰেমত নিমজ্জিত হৈছিল আৰু বিয়া কৰাইছিল চাৰিবাৰ। তেওঁৰ প্ৰথমা পত্নী আছিল এলিচা পিয়াৰ্চন স্মিথ। তাৰ পাছত 'মোৰেল' আৰু 'ডোৰা ব্লেক'ক বিয়া কৰাইছিল। ৯৮ বছৰ জীয়াই থকা ৰাছেলে শেষত ৮০ বছৰ বয়সীয়া 'এডিথ ফিন্স' নামৰ আমেৰিকান মহিলা এগৰাকীক বিয়া কৰাইছিল।

মাৰ্ক্সেও প্ৰেমৰ মৰিচিকা খেদিছিল। বৰমানুহৰ ঘৰৰ জীয়াৰী জেনী আছিল মৰমৰ পত্নী আৰু প্ৰেৰণাৰ উৎস। সুখৰ দিনতো সুখী, দুখৰ দিনতো লগৰী। জেনীয়ে মাৰ্ক্সৰ বৌদ্ধিক সামৰ্থ্যক গভীৰ আস্থাৰে গ্ৰহণ কৰিছিল। যাৰ বাবে মাৰ্ক্সৰ জীৱনৰ দুখৰ দিনকেইটাত যি সময় ভৰণ পোষণৰ সমস্যাটো বাদেই তেওঁলোকৰ একমাত্ৰ পুত্ৰৰ মৃত্যুত কফিন কিনিবলৈ হাতত পইচা নাছিল সেই সময়ত জেনীয়ে তেওঁৰ সমস্ত গহনা পাতি বিক্ৰী কৰি মাৰ্ক্সক সকাহ দিছিল। এইগৰাকী মৰমী পত্নী জেনীয়েই মাৰ্ক্সৰ সমস্ত লেখা ছপাৰ উপযোগীকৈ নকল কৰি দিয়াৰ দায়িত্ব গ্ৰহণ কৰিছিল। এইবোৰ প্ৰেম ও প্ৰেৰণাৰ কথা।

## বিখ্যাত ব্যক্তিৰ তিতা-কেঁহা প্ৰেম কাহিনী

# চাৰ্লছ্‌ ডিকেন্সৰ প্ৰেম আৰু সাহিত্য প্ৰতিভা

ইংৰাজী সাহিত্যৰ এটা চিনাকি নাম চাৰ্লছ্‌ ডিকেন্স। ইংলণ্ডৰ শ্ৰেষ্ঠ ঔপন্যাসিক সকলৰ নাম ল'বলৈ গলে আপোনা-আপুনি মনলৈ আহে চাৰ্লছ ডিকেন্সৰ নাম। 'ডেভিদ ক'পাৰফিল্ড', 'অলিভাৰ টুইষ্ট'ৰ দৰে শ্ৰেষ্ঠ সাহিত্যৰ স্ৰষ্টা চাৰ্লছ্‌ ডিকেন্সৰ নাম নুশুনা শিক্ষিত মানুহ সম্ভৱতঃ নাই। অকল ইংৰাজী সাহিত্য জগততে নহয় 'দ্য পিকউইক পেপাৰ্চ'ৰ দৰে বিখ্যাত গ্ৰন্থ স্ৰষ্টা চাৰ্লছ ডিকেন্স বিশ্ব সাহিত্যৰ এজন প্ৰবীণ প্ৰবক্তা। চাৰ্লছৰ সম্পূৰ্ণ নাম হ'ল— চাৰ্লছ জন্‌ছ হাফাম ডিকেন্স।

চাৰ্লছ্‌ ডিকেন্সৰ জন্ম হয় ১৮১২ চনৰ ৭ ফেব্ৰুৱাৰীৰ ইংলণ্ডৰ 'প'টচী'ত। পিতৃৰ নাম আছিল জন ডিকেন্স আৰু তেওঁ আছিল নৌ বিভাগৰ এজন কৰ্মচাৰী। মাতৃ হ'ল এলিজাবেথ ডিকেন্স। চাৰ্লছ আছিল জন ডিকেন্স আৰু এলিজাবেথৰ দ্বিতীয় সন্তান। পৰিয়ালটি আছিল নিতান্তই অভাৱী। অভাৱ-অনাটনত জুৰুলা হৈয়ো চাৰ্লছ এদিন বিশ্বৰ লেখত ল'বলগীয়া মানুহৰ শাৰীলৈ উন্নীত হৈছিল।

ডিকেন্সৰ পৰিয়ালটিৰ অৰ্থনৈতিক দুৰ্বলতাৰ বাবেই চাৰ্লছে পঢ়া-শুনাৰ প্ৰতি ভালদৰে মনোযোগ দিব পৰা নাছিল। অৱশ্যে অভাৱত পৰি চাৰ্লছৰ স্বভাৱ নষ্ট হোৱা নাছিল। বাৰ বছৰ বয়সত চাৰ্লছে অৰ্থৰ বাবেই স্কুল এৰি কাৰখানাৰ কামত নিয়োজিত হ'ব লগা হৈছিল। তেওঁৰ কাম আছিল চিচা পৰিষ্কাৰ কৰা আৰু তাত লেবেল লগোৱা। অকণমানি হাত দুখনেৰে অহৰহ কাম কৰে। ভাগৰত তেওঁৰ ফোঁপনি আহে, টোপনিয়ে হেঁচি ধৰে, তথাপি তেওঁৰ আহৰি নাই। দৰমহাৰ নামত পাইছিল সমান্য দুটিমান 'পেনী' (পইচা)। তাকে তেওঁ মাকৰ হাতত তুলি দিয়ে।

চাৰ্লছৰ শৈশৱ আছিল সঁচাকৈয়ে বেদনাদায়ক। শৈশৱৰ সোণালী সময়ছোৱাত বহুতে সপোন দেখে। কাঠৰ পক্ষীঘোঁৰাত উঠি পৰীৰ দেশ বিচৰণ কৰে। বিদ্যামন্দিৰত বিদ্যা শিক্ষা লাভ কৰে, আবেলি পাৰ্কত খেলি সময় কটাই, সেই শৈশৱতে চাৰ্লছে আবদ্ধ হ'বলগীয়া হৈছিল কাৰখানাৰ চাৰিবেৰৰ মাজত বনুৱা ৰূপে। তেওঁৰ শৈশৱটো ইমানেই কুৎচিৎ, ইমানেই অন্ধকাৰ আছিল যে পাছৰ জীৱনতো তেওঁৰ বন্ধু-বান্ধৱৰ আগত সেই কুৎচিৎ, অন্ধকাৰচ্ছন্ন শৈশৱৰ অধ্যায়টো প্ৰকাশ কৰা নাছিল। কোমল বয়সতে জীৱন যুদ্ধত জপিয়াই পৰা এই শিশুটিয়েই এদিন ভিক্টোৰিয়া যুগৰ এজন শ্ৰেষ্ঠ ঔপন্যাসিক হিচাপে স্বীকৃতি লাভ কৰিছিল।

পোন্ধৰ বছৰ বয়সতে তেওঁ স্কুলীয়া শিক্ষা পৰিসমাপ্ত কৰিবলগীয়া হ'ল। স্কুল পৰিত্যাগ কৰি তেওঁ যাযাবৰী হৈ কেইবা ঠাইতো চাকৰি কৰিছিল। তাৰ মাজতে তেওঁ শৰ্টহেণ্ডৰ বিদ্যাটিও শিকি পেলালে। এটা সময়ত চাৰ্লছে সাংবাদিক জীৱন আৰম্ভ কৰে আৰু "দ্য মান্থলি মেগাজিন" আৰু "দ্য মৰ্ণিং ক্ৰনিকল"ৰ সৈতে জড়িত হৈ পৰে। চাৰ্লছে প্ৰথমে কেৰাণী চাকৰি কৰিছিল যদিও দেউতাকৰ ইচ্ছামতেই তেওঁ ইংলণ্ডৰ সংসদৰ বিশেষ সংবাদদাতাৰ দায়িত্ব মূৰ পাতি লৈছিল। ডিকেন্স যদি কেৰাণী চাকৰিতে ব্যস্ত থাকিলহেঁতেন তেন্তে আমি ডিকেন্সক হয়তো নাজানিলেহেঁতেন। লিখনিৰ দ্বাৰাই ডিকেন্স ৰূপকলাৰ নায়ক, জীৱন্ত কিংবদন্তিত পৰিণত হৈছিল।

কোমল বয়সতে তেওঁ উপন্যাস ৰচনাত হাত দিয়ে। একৈশ বছৰ বয়সত তেওঁৰ প্ৰথমখন গ্ৰন্থ "Sketches by Boy" (১৮৩৫) প্ৰকাশ পায়। ১৮৩৬-৩৭ চনৰ ভিতৰত ধাৰাবাহিকভাৱে "পিকউইক পেপাৰ্চ" (Pickwik papers) প্ৰকাশ পায়। ডিকেন্সৰ জীৱনলৈ আহিলে প্ৰচুৰ মান-সন্মান আৰু যশস্যা। তেওঁৰ নাম দেশ-বিদেশলৈ চাপলি মেলিলে ঠিক ধূপৰ সুগন্ধৰ দৰে। পেকউইক পেপাৰ্চ হ'ল চাৰ্লছ ডিকেন্সৰ জীৱনৰ সুদৃঢ় ভেটি নিৰ্মাণ কৰা সাহিত্য কৰ্ম। য'ত প্ৰকাশ পাইছিল ব্যংগাত্মক কেতবোৰ হাস্যমধুৰ ঘটনা। সকলো পাঠকে একেমুখে স্বীকাৰ কৰিলে যে এই গ্ৰন্থ পঢ়াৰ আগলৈকে তেওঁলোকে এনে সুন্দৰ আৰু তীব্ৰ ব্যংগৰ লগত চিনাকি হোৱা নাছিল। অচিৰেই ডিকেন্স হৈ পৰিল এজন জনপ্ৰিয় ব্যংগ লেখক

আৰু তেওঁ সোমাই পৰিল বিতৰ্কৰ মাজত। তেওঁৰ হাতত পৰিল হেজাৰ হেজাৰ চিঠি। স্মৰ্তব্য যে এটা সময়ত তেওঁৰ দ'ম দ'ম চিঠি মেজিঘৰ পোৰাদি পুৰি পেলাইছিল। তথাপিও তেওঁৰ হাতত এঘাৰ হাজাৰ চিঠি ৰৈ গৈছিল।

ডিকেন্সৰ বিখ্যাত গ্ৰন্থ সমূহৰ ভিতৰত 'অলিভাৰ টুইষ্ট', 'ডেভিদ ক'পাৰফিল্ড', 'এ টেল অব টু চিটিজ', 'নিকোলাচ নিকেলবাই', 'অল্ড ফিউৰিয়চিটি শ্বপ', 'আমেৰিকান নটিছ' আদি উল্লেখযোগ্য। এইবোৰ হ'ল বিশ্বসাহিত্যৰ এক অমূল্য ৰত্ন।

১৮৪২ চনত ত্ৰিশ বছৰ বয়সত আমেৰিকা আৰু কানাডা ভ্ৰমণ কৰে ডিকেন্সে। আমেৰিকা ভ্ৰমণৰ অভিজ্ঞতাৰ লিখিত ৰূপেই হ'ল — "American Notes" (১৮৪২) আৰু "Chuzzlwet" (১৮৪৩-৪৪)। ১৮৪৮চনৰ পৰা ১৮৫৩ চনৰ ভিতৰত ডিকেন্স ৰচনা কৰা মহৎ গ্ৰন্থ কেইখন হ'ল— "Dombey and Son", 'David Copper Field আৰু "Bleak house".

চাৰ্লছ ডিকেন্স এজন সুনিপুণ গল্প লিখকো। তেওঁৰ গল্প সমূহে বিশেষকৈ কিশোৰ পাঠকৰ মনত গভীৰভাবে ৰেখাপাত কৰা দেখা যায়। খ্ৰীষ্টমাষ্ট উৎসৱক অৱলম্বন কৰি ৰচনা কৰা "Chrismas Carol" তেওঁৰ উল্লেখযোগ্য সৃষ্টি।

চাৰ্লছ ডিকেন্সৰ যি দৰে এজন সফল ঔপন্যাসিক, গল্পকাৰ, ব্যংগ লেখক, সেইদৰে তেওঁ এজন দক্ষ নাট্যকাৰ আৰু দক্ষ অভিনেতাও। তেওঁৰ সৃষ্টিসমূহ নাটকীয় ৰূপ দি নাটকৰ দল এটা খুলি বিভিন্ন ঠাইত মঞ্চস্থ কৰি ফুৰিছিল। চাৰ্লছ ডিকেন্স নামৰ ব্যক্তিজন এটি অনুষ্ঠানলৈ পৰ্যবসিত হৈছিল। দেশ-বিদেশত ডিকেন্সৰ জনপ্ৰিয়তা ক্ৰমশঃ বৃদ্ধি পাইছিল। স্মৰ্তব্য যে এই বিখ্যাত ব্যক্তিজনে বিছনাত উত্তৰ দিশলৈ মূৰ নিদিলে কেতিয়াও টোপনি নাহিছিল।

চাৰ্লছ ডিকেন্সৰ এখন অন্যতম বিখ্যাত উপন্যাস হ'ল 'Oliver Twist'। এই উপন্যাসখন যোগেদি তেওঁ সেই সময়ৰ ব্ৰিটিছ সমাজৰ ছবি দাঙি ধৰিছিল। ইয়াৰ মূল চৰিত্ৰ 'অলিভাৰ টুইষ্ট'। অলিভাৰৰ জন্ম অনাথ আশ্ৰমত। আশ্ৰমত জন্ম হোৱা ল'ৰাবিলাকৰ নাম আশ্ৰমৰ দ্বাৰা দিয়াৰ নিয়ম। ইংৰাজী বৰ্ণমালাৰ A ৰ পৰা Z লৈ নাম আগতে স্থিৰ কৰা থাকে। তেওঁ জন্ম হোৱাৰ আগৰ ল'ৰাটো 'S' ৰ আছিল তাৰ নাম ছুইবাল দিয়া হৈছিল। গতিকে তেওঁৰ ভাগত পৰিল 'T'

আৰু তাক 'টুইষ্ট' নাম দি শুনিবলৈ ভাল লগাকৈ আগত অলিভাৰ দি 'অলিভাৰ টুইষ্ট' কৰা হৈছিল।

'Oliver Twist' ৰ মুখ্য চৰিত্ৰ বা নায়ক দুৰ্ভগীয়া সৰু ল'ৰাটি সমাজৰ শোষণৰ বলি। শৈশৱতে জীৱন যুদ্ধত জুৰুলা হ'বলগীয়া এটি দুৰ্ভগীয়া চেমনীয়াৰ চিত্ৰ ডিকেন্সে নিখুঁত ভাবে চিত্ৰিত কৰিছে। অলিভাৰৰ বাহিৰে আন চৰিত্ৰবোৰটো দক্ষ হাতৰ পৰিচয় পোৱা যায়। মুঠৰ ওপৰত 'অলিভাৰ টুইষ্ট' ডিকেন্সৰ অন্যতম শ্ৰেষ্ঠ উপন্যাস।

ডিকেন্সৰ ৰচনা সমূহৰ ভিতৰত শ্ৰেষ্ঠ আন দুখন উপন্যাস হ'ল 'ডেভিদ ক'পাৰফিল্ড' (David Copperfield) আৰু 'এ টেল অব টু চিটিছ' (A tale of two cities) আকৰ্ষণীয় আৰু শক্তিশালী কাহিনীভাগেই ডেভিদ ক'পাৰফিল্ড উপন্যাসৰ জনপ্ৰিয়তাৰ মূল কাৰণ বুলি ক'ব পাৰি। কাহিনীৰ মাজে মাজে অনুৰণিত হৈছে শৈশৱ আৰু পাৰিবাৰিক জীৱনৰ আকৰ্ষণীয় মাদকতা।

ডিকেন্সৰ আন এখন উপন্যাস "A Tale of two Cities" আন দুখনৰ ব্যতিক্ৰম। বিশ্ব ইতিহাসৰ ফৰাচী বিপ্লৱেই হ'ল এই উপন্যাসৰ পটভূমি। উপন্যাসখনৰ চৰিত্ৰবোৰৰ মাজেৰে ফৰাচী বিপ্লৱৰ জীৱন্ত প্ৰতিচ্ছবি এটি দেখা পোৱা যায়। ইংলণ্ডৰ এটি দুৰ্ভগীয়া পৰিয়াল, যি বিপ্লৱৰ অগ্নিত জাহ যাবৰ উপক্ৰম। সেই পৰিয়ালৰ নিমিত্তে মৃত্যুকো তুচ্ছজ্ঞান কৰা ফৰাচী ব্যক্তি চিড্‌নি বাৰ্টনৰ চৰিত্ৰটোৱে সকলো পাঠকৰে মনত দকৈ সাঁচ বহুৱাই দিয়ে। উপন্যাসৰ নায়িকা গৰাকীৰ নাম হ'ল— লুচি। লুচিৰ পিতৃ হ'ল ড° মেনেট। যি স্মৰণ শক্তিহীন আৰু ভাগ্যৰ দ্বাৰা নিপীড়িত। বিভিন্ন বিচিত্ৰ চৰিত্ৰৰ সমাহাৰেৰে "A Tale of two Cities" এখন ঘটনাবহুল মৰ্মস্পৰ্শী ইতিহাসধৰ্মী শ্ৰেষ্ঠ উপন্যাস।

## প্ৰেম, নাৰী আৰু চাৰ্লছ ডিকেন্স.....

এসময়ত টাইম মেগাজিনত জেৰাল্ড ক্লাৰ্কে এটি মননশীল প্ৰবন্ধত লিখিছিল—

"সিদিনালৈকে Sex বস্তুটো বৰ Sensitive হৈ আছিল। কিন্তু এতিয়া জীৱনী লিখকে মুক্তভাবে Sex আলোচনা কৰে।"

নিষ্ঠুৰ যদিও কথাষাৰ একেবাৰে সত্য। এম ফৰষ্টাৰ আৰু ছমাৰছেট মমৰ অস্বভাৱিক (হোমোচেস্কুৱেল) যৌন tendency আছিল। ভাৰ্জিনিয়া উলফৰ ভিটাৰেষ্টৰ সৈতে লেছ্‌বিয়নি বিলেচন আছিল।

স্বামীতকৈ স্ত্ৰীৰ বয়স কম হ'ব লাগিব বুলি ধাৰণা আছে যদিও বিশ্বপ্ৰেমৰ ইতিহাসত অৱশ্যে সেয়া ধাৰণা অন্তঃসাৰশূণ্য কথা বুলি প্ৰতিপন্ন হৈছে। বিখ্যাত দাৰ্শনিক সংগ্ৰামী কাৰ্ল মাৰ্ক্সতকৈ পত্নী প্ৰেয়সী জেনী বহুগুণে ডাঙৰ আছিল। উল্লেখ্য যে জেকচনকৈ প্ৰায় ১৫-১৬ বছৰে তেওঁৰ প্ৰেয়সী ডাঙৰ। ডায়েনা ৰ'ছৰ মতে— "I love her age has nothing to do with it."

নিজৰ আত্মজীৱনীত বিখ্যাত চাৰ্লি চেপলিনে লিখিছিল "কামৰ সময়ত নাৰী মোৰ ওচৰত এজন মানুহ, সেইবাবে সেই সময়ত কোনো আগ্ৰহ জগাব নোৱাৰে মনটোত। কাম যেতিয়াই শেষ হয় অৰ্থাৎ বাকী আজৰি সময়ত নিজস্ব জগতখনত নাৰী সংগ লাভৰ বাবে মনটোৱে হাহাকাৰ কৰে।"

প্ৰেম প্ৰকৃতিৰ এক অনুপম উপহাৰ। ই আপোনা-আপুনি ঘটি যায়। ই জবৰদস্তি অথবা যত্নৰ ফল নহয়। প্ৰেম এই সৰু শব্দটোৱে আমাৰ অনুভৱলৈ ভাৰ বৈ আনে বহু জীপাল সময়ক। প্ৰেম হ'ল আবেগ, অনুভূতি, উৎসাহ, জীয়াই থকাৰ প্ৰেৰণা।

"মিলন বিৰহৰ কথা নাই, ভালপোৱা বেয়া পোৱাৰ কথা নাই। এজন প্ৰেমিকে প্ৰেমিকাক কৈছে যে মোৰ শৰীৰত তুমি এবাৰ মৰমেৰে হাত বুলাই দিবানে নিদিবা। মোৰ জীৱনত তুমি এবাৰ জীৱনত মাত্ৰ এবাৰ মোৰ শৰীৰত হাত ফুৰাই দিয়া আৰু একো দিব নালাগে, একো কৰিব নালাগে। সেইদৰে তুমি মোৰ ভালপোৱা বুলি মোক কোৱা আৰু একো মোক দিব নালাগে। প্ৰেমিকৰ জীৱনে মাত্ৰ এইটোৱে বিচাৰিছে।" — এয়া এটি শ্বেৰ শায়েৰীৰ সাৰমৰ্ম।

প্ৰেম সকলোৰে জীৱনলৈকে আহে। প্ৰেমৰ ওচৰত ধনী-দুখীয়া, ক'লা-বগা সকলো সমান। চাৰ্লছ ডিকেন্সৰ জীৱনলৈয়ো প্ৰেম আহিছিল। কেইবা-গৰাকীয়ো নাৰীৰ তপত সান্নিধ্য তেওঁ লাভ কৰিছিল। প্ৰেম আৰু প্ৰতাৰণাৰে ভৰা চাৰ্লছৰ সংঘাতময় জীৱন। প্ৰেম, বিবাহ, বিচ্ছেদ, বিৰহ সকলো মিলি তেওঁৰ জীৱনটো হৈ পৰিছিল বৰ্ণময়, বিচিত্ৰময় ৰামধেনুৰ দৰে।

যৌৱনৰ প্ৰাৰম্ভতেই প্ৰেমে চাৰ্লছক মৰ্মান্তিক আঘাত দিয়ে। তেওঁৰ অত্যাধিক আবেগ প্ৰৱণতাৰ ফলতেই বাৰে বাৰে মোহময়ী নাৰীৰ জালত ধৰা পৰিছিল। 'Youth is the period of building up in habits, hopes and faiths," — চাৰ্লছ ডিকেন্স।

চাৰ্লছ ডিকেন্সৰ বয়স তেতিয়া ১৬ কি ১৭ বছৰ। 'চুইট চিক্সটিন'। যৌৱনত প্ৰণয়ৰ সময়। প্ৰেমত পৰাৰ সময়। যৌৱন এক দুৰ্বাৰ শক্তি। স্বামী বিবেকানন্দই কৈছিল — "যি শক্তিৰ অপচয় কৰিব পাৰি, যি শক্তিৰে ধ্বংস কাৰ্য কৰিব পাৰি, সেই শক্তিৰেই উচিত প্ৰয়োগেৰে মানৱ জাতিৰ কল্যাণো সাধন কৰিব পাৰি।"

সেই 'চুইট চিক্সটিন'তে চাৰ্লছৰ জীৱনলৈ প্ৰেমৰ বোৱঁতি ধাৰা নামি আহিল। প্ৰেমিকা হ'ল এগৰাকী বেংক কৰ্মচাৰীৰ তনয়া, নাম তেওঁৰ মেৰিয়া বিডনেলৰ। মেৰিয়া ৰূপ যৌৱনত চহকী। ফেশ্বন মেগাজিনৰ দহ গৰাকী সুন্দৰী মডেলৰ দৰেই তেওঁৰ ঈশ্বৰ প্ৰদত্তৰূপ যৌৱন। অৱশ্যে ৰূপ যৌৱনৰ বাহিৰে মেৰিয়াৰ 'ব্যক্তিত্ব' বুলিবলৈ একোৱে নাছিল। অত্যন্ত বিলাসপ্ৰিয়, আমোদপ্ৰিয় ছোৱালী আছিল তেওঁ। যাৰ লগত কোনো সু-পুৰুষে জীৱন কটোৱা সম্ভৱপৰ নহয়। সেয়ে চাৰ্লছ মেৰিয়াৰ জীৱনৰ পৰা আঁতৰি আহিছিল। প্ৰেমপত্ৰ বিলাক পৰস্পৰে পৰস্পৰক ঘূৰাই দিছিল। হয়তো, মেৰিয়াৰ ছায়া নাগিনীৰ দৰে বিষাক্ত আছিল।

চাৰ্লছে বিয়া কৰাইছিল 'কেটহগাৰ্থ' নামৰ এগৰাকী শীতল সুন্দৰীক। চাৰ্লছ আৰু কেটৰ বিবাহৰ কেইদিন মানৰ পাছতে ১৮৩৬ চনত 'দ্য পিকউইক পেপাচ'; প্ৰকাশ পায়। সাহিত্যিক হিচাপে চাৰ্লছৰ নাম জনসমুদ্ৰত বৈ বৈ গ'ল।

অৱশ্যে চাৰ্লছ আৰু কেটৰ দাম্পত্য জীৱন সুখৰ নহ'ল। কেটে চাৰ্লছক বুজিব পৰা নাছিল। এগৰাকী বিখ্যাত সাহিত্যিকৰ পত্নী হোৱাৰ যোগ্যতা তেওঁ হয়তো হেৰুৱাই পেলাইছিল। চাৰ্লছৰ লিখনিৰ আঁৰত কেটে যিদৰে তেওঁক উৎসাহ, প্ৰেৰণা দিব লাগিছিল, মাক-দেউতাকৰ অষ্টম কন্যা হিচাপে কেটে সেইখিনি কৰিব পৰা নাছিল। সেয়েহে হয়তো বিবাহ বান্ধানত ফাঁট মেলিছিল।

সকলো নাৰীয়ে যিদৰে সুন্দৰ স্বামীৰ সহিতে এখন মৰমীয়াল ঘৰ বিচাৰে সেইদৰে সকলো পুৰুষে, এগৰাকী সুন্দৰী পত্নী আৰু তেওঁ আৰু আকুল

ভালপোৱাৰ প্ৰেম, বিচাৰে। এগৰাকী নাৰীৰ উষ্ণ সান্নিধ্য বিচাৰে। তাৰ ব্যতিক্ৰম নহৈ চাৰ্লছেও মৰম, প্ৰেম, সান্নিধ্য বিচাৰি পালে কেটৰ সৰু ভনীয়েক মেৰীৰ ওচৰত। মেৰীক বায়েক ভিনিহিয়েকৰ লগত থাকিবলৈ আমন্ত্ৰণ জনোৱা হ'ল। মেৰীয়েও তাক উপেক্ষা কৰিব নোৱাৰিলে। হয়তো চাৰ্লছৰ প্ৰতি মেৰীৰ এক আন্তৰিক টান আছিল যি মেৰীক চাৰ্লছৰ ওচৰ চপাই আনিছিল। আনহাতে চাৰ্লছ আৰু কেটৰ দাম্পত্য জীৱনৰ সাক্ষী হিচাপে এটি সন্তানৰো জন্ম হৈছিল। কেটে যেতিয়া সন্তানক লৈ ব্যস্ত থাকে তেতিয়া চাৰ্লছ মেৰীৰ সান্নিধ্যলৈ আহে। সান্নিধ্য ক্ৰমে গাঢ়ৰ পৰা অধিক গাঢ় হৈ পৰে। মেৰী হৈ পৰিল চাৰ্লছৰ সুখ-দুখৰ লগৰী। জুই দেখিলে চগাই যি দৰে নিজকে আত্মাহুতি দিয়ে সেইদৰে চাৰ্লছেও আত্মাহুতি দিলে মেৰীৰ ৰূপৰ জুইত। কিন্তু দুয়োৰে বাবে আছিল নিয়তি বৰ নিষ্ঠুৰ। সময়ে হয়তো দুয়োকে ৰাজপাট খাবলৈ নিদিলে। এদিন চাৰ্লছৰ বুকুৰ পৰা মেৰী চিৰদিনৰ বাবে হেৰাই গ'ল।

মেৰীৰ আকস্মিক অকাল বিয়োগত চাৰ্লছৰ ধৈৰ্য্যৰ সীমা চেৰাই গ'ল। প্ৰিয়জনক হেৰুৱাই তেওঁ হতাশাত, বিৰহত বিদংসনা হ'ল। তেওঁ মেৰীক ইমানেই ভাল পাইছিল যে মেৰীৰ মৃত্যুৰ পাছতো তেওঁৰ পবালি আঙুলি শুৱনি কৰা আঙুঠিটো খুলি নিজে পিন্ধি লৈছিল। হয়তো স্মৃতি ৰোমন্থনৰ বাবে। জীৱনৰ অন্তিম মুহূৰ্তলৈকে সেই আঙঠিটো চালৰ্ছৰ আঙুলিত শোভা বৰ্দ্ধন কৰিছিল। কেৱল সেয়ে নহয় চাৰ্লছৰ মৃত্যুৰ পাছত যাতে তেওঁক মেৰীৰ কাষতে সমাধিস্থ কৰা হয় তাৰ বাবে যাবতীয় ব্যৱস্থা কৰি গৈছিল। চাৰ্লছৰ যেতিয়া মৃত্যু হৈছিল তেতিয়া তেওঁৰ প্ৰতি সন্মান জনাই ৱেষ্টমিনিষ্টাৰ আবিত তেওঁক সমাধিস্থ কৰি তেওঁৰ মনোবাঞ্ছা পূৰ্ণ কৰা হৈছিল। এই ঘটনাৰ পৰা জনা যায় চাৰ্লছ-মেৰীৰ প্ৰেম আধ্যাত্মিক আৰু গভীৰ আছিল।

মেৰীৰ মৃত্যুৰ পিছত চাৰ্লছে পত্নী কেটকলৈ আমেৰিকা যাত্ৰা কৰে। ল'ৰা-ছোৱালী কেইটা কেটৰ অন্য এক ভগ্নী জৰ্জি হৰ্গৰ তত্বাৱধানত থৈ দুয়ো যাত্ৰা আৰম্ভ কৰে। ল'ৰা-ছোৱালী কেইটাৰ বাবে জৰ্জি আছিল দয়া কৰুণাৰ আধাৰ। মাতৃত্বৰ মৰমেৰে জৰ্জিয়ে সন্তান কেইটাক আকোঁৱালি ল'লে। নিজৰ মাতৃৰ

অনুপস্থিতিত সিহঁতেও বিচাৰি পালে জৰ্জিৰ মাজতে মাতৃত্বৰ অকপট মৰম। আমেৰিকাৰ পৰা ঘূৰি আহি চাৰ্লছ-কেটে সকলো কথা হৃদয়ঙ্গম কৰি জৰ্জিক তাতে থকাৰ প্ৰস্তাৱ দিয়ে। সন্তান কেইটায়ো জৰ্জিক এখন্তেকো এৰিব নোৱাৰে। এফালে বায়েক ভিনিহিয়েকৰ অনুৰোধ আনফালে ল'ৰা-ছোৱালীহঁতৰ প্ৰতি অপত্য স্নেহে জৰ্জিক থমকি ৰবলৈ বাধ্য কৰায়।

সেইখিনিতে ঘটনাই অন্য এক ৰূপ ল'লে। জৰ্জি হুগাৰ্থয়ো দেখিবলৈ ধুনীয়া আছিল। সাইলাখ মেৰীৰ দৰে। এই সাদৃশ্যৰ বাবেই সম্ভৱতঃ এদিন জৰ্জিৰ প্ৰেমত পৰিল চাৰ্লছ্ ডিকেন্স। অৱশ্যে বহুতে ক'ব বিচাৰে যে এই প্ৰেম আছিল একপক্ষীয়। ইয়াত জৰ্জিৰ ভূমিকা আছিল ঋণাত্মক। অৱশ্যে এই প্ৰসঙ্গটো আছিল ৰহস্যময়।

জীৱনৰ ৪৫ বছৰ বয়সত চাৰ্লছৰ জীৱনলৈ আহিল অন্য এক অষ্টাদশী সুন্দৰী অভিনেত্ৰী এলিন টেৰনান। এই সম্পৰ্ক বাবে চাৰ্লছ্ আৰু কেটৰ মাজত বিবাহ বিচ্ছেদ হয়। অনেক তিতা কেহা সংঘাতৰ অন্তত কামডেন টাউনৰ এটি পৃথক ঘৰ কেটক দিয়া হয়। ভৰণ-পোষণৰ বাবে তেওঁক দিয়া হয় বছৰি ছশ পাউণ্ডকৈ।

ব্যক্তিগত জীৱনত চাৰ্লছ্ সম্ভৱতঃ কোনো দিনেই সুখী হ'ব পৰা নাছিল। চাৰ্লছ্ আৰু এলিনৰ সম্পৰ্কও এদিন পৰ্যবসিত হৈছিল একপক্ষীয় প্ৰেমলৈ। এলিনে প্ৰকৃততে ডিকেন্সক গভীৰভাৱে ভালপোৱা নাছিল। হয়তো বয়সৰ ব্যৱধানৰ বাবেই এই প্ৰেমত ফাট্ মেলিছিল। এলিন আছিল ডিকেন্সতকৈ ২৫ বছৰে সৰু।

প্ৰেম, প্ৰতাৰণা আৰু ৰহস্যৰে ভৰা চাৰ্লছৰ সংঘাতময় জীৱনৰ বিষয়ে, বিখ্যাত সাহিত্যিক জনাৰ জীৱনৰ ট্ৰেজেদিৰ বিষয়ে বিশ্ববিখ্যাত ঔপন্যাসিক ছমাৰচেট মমে কৈছে — "শুনা যায় চাৰ্লছট্ৰিংহাম' ছদ্ম নামত ছাৰ্লছ ডিকেন্সে পেকহামত ঘৰ এটা লৈ এলিনক তাতে ৰাখিছিল। চাৰ্লছৰ মৃত্যু পৰ্যন্ত এলিন সেই ঘৰতে আইছল। চাৰ্লছ-কেটৰ কন্যা 'কেটি'ৰ মতে এলিনৰ গৰ্ভত ডিকেন্সৰ এটি সন্তান হৈছিল যদিও খুব সম্ভৱ শৈশৱতে সন্তানটিৰ মৃত্যু হয়। তাৰ পাছত এই বিষয়ে একো জনা নাযায়।"

চাৰ্লছ ডিকেন্সৰ দাম্পত্য জীৱন কলহেৰে ভৰা। ব্যক্তিগত জীৱনত তিতা কেঁহা, দুখ, যন্ত্ৰণা, দাম্পত্য, কলহ আদিৰে সাহিত্যিক জনাৰ জীৱন এখন চৰম ট্ৰেজেদি উপন্যাসৰ দৰে।

সাহিত্যৰ কীৰ্তিস্তম্ভ 'অলিভাৰ টুইষ্ট', 'ডেভিদ ক'পাৰফিল্ড'ৰ জন্মদাতা, 'বজ্' ছদ্মনামেৰে লেখনি প্ৰকাশ কৰা বিশ্বসাহিত্যৰ অন্য এক শ্ৰেষ্ঠ ঔপন্যাসিক চাৰ্লছ, বিশ্বসাহিত্যৰ অন্য এক শ্ৰেষ্ঠ ঔপন্যাসিক চাৰ্লছ ডিকেন্সৰ জীৱন নাটৰ সামৰণি পৰে ১৮৭০ চনৰ ৯ জুনৰ দিনা। তেখেতৰ মৃত্যুত অকল ইংৰাজী সাহিত্যই নহয় বিশ্বসাহিত্যয়ো এজন ঔপন্যাস জগতৰ পুৰোধা ব্যক্তিক হেৰুৱালে।

## প্ৰেম মৰহি যায় কিয়?

প্ৰেমত বিচ্ছেদৰ কৰুণ যন্ত্ৰণা আৰু ত্যাগতেই হেনো প্ৰকৃত সৌন্দৰ্য লুকাই থাকে। কিন্তু সেই বুলি সঁচা প্ৰেমৰ বিফলতা কোনেও নিবিচাৰে। দেহ-মনে পুৰুষে নাৰীক, নাৰীয়ে পুৰুষক ভাল পায় আৰু মিলনৰ কামনা কৰে। ব্যৰ্থ হ'ম বুলি কোনেও প্ৰেম নকৰে। কল্পনাৰ বিলাস আৰু ডুখৰীয়া স্বপ্নই প্ৰেমত ৰহণ সানে, প্ৰেমক ৰঙীণ কৰে।

প্ৰেমত ব্যৰ্থতাৰ জ্বালা সহিব নোৱাৰি প্ৰেমৰ দাবানলত জীৱন আহুতি দিয়া প্ৰেমিকৰ সংখ্যা তাকৰ নহয়। নাট্য সাহিত্যৰ পুৰোধা ব্যক্তি শ্বেক্সপীয়েৰ কবিতা, ছনেট, নাটক, শ্বেলী বায়ৰণ, কীট্চৰ কবিতাসমূহ হৃদয়জনিত। ৰবাৰ্ট ব্ৰাউনিঙৰ দৰে এনে কবিও আছে যি পত্নী এলিজাবেথ ব্ৰাউনিঙৰ মৃত্যুৰ পাছতো সমস্ত আবেগ-সত্বাৰে প্ৰেমৰ জয়গান গাইছে।

ব্যৰ্থ প্ৰেমত দগ্ধ হৈ সাহিত্যিকে সাহিত্যৰ, গীতিকাৰে গীতৰ, শিল্পীয়ে শিল্পৰ আশ্ৰয় লয়। একোজন কবি, সাহিত্যিকৰ আঁৰত লুকাই থাকে তেওঁৰ ল'ৰালি, তেওঁৰ যৌৱন, তেওঁৰ সপোন। কেতিয়াবা প্ৰেমত বিফলতাৰ মাজতে আছে সফলতা। এই বিফলতাই জীৱনৰ গতিয়ে সলনি কৰি দিয়ে। তাৰ সাক্ষী ইতিহাসৰ

ডাণ্টে-বিয়েট্ৰিছৰ বিখ্যাত প্ৰেম কাহিনী। যাক সৰ্বকালৰ সৰ্বশ্ৰেষ্ঠ প্ৰেম কাহিনী বুলি ক'লে দ্বিমত থকাৰ কাৰণ নোলাব। যি বিফল প্ৰেমৰ ভেটিতে গঢ়ি উঠিছিল ডিভাইন কমেডি।

প্ৰেমত পৰা নৰ-নাৰীয়ে কি বিচাৰে, সেয়া কোৱা সহজ নহয়। কাৰণ প্ৰেমৰ প্ৰতি প্ৰত্যেকৰে দৃষ্টিভংগী বেলেগ বেলেগ, প্ৰত্যেকেই প্ৰেমক ভিন্ ভিন্ দৃষ্টিৰে চায়। কোনোৱে ক'ব বিচাৰে প্ৰেম মানেই যৌনতা। প্ৰেমৰ লগত দেহ আৰু যৌনতাও জড়িত। বহুতে আকৌ প্ৰেমক বিবাহৰ লগত সাঙুৰিব নোখোজে। শ্বেলীয়ে কেৱল প্ৰেম কৰিছিল আৰু প্ৰেমিকাৰ পৰা প্ৰেম বিচাৰিছিল। প্ৰেমক বিবাহৰ দ্বাৰা বান্ধিব বিচৰা নাছিল।

স্বামী বিবেকানন্দক অসৎ চৰিত্ৰৰ বন্ধু দুজনমানে বুদ্ধি কৰি এগৰাকী গণিকাৰ কোঠাত তলা মাৰি খিৰিকীৰ ফাঁকেদি জুমি চাওঁতে তেওঁলোকে হতবাক হৈ দেখিলে যে গণিকা গৰাকীয়ে শ্ৰদ্ধাত বিবেকানন্দৰ চৰণস্পৰ্শ কৰি চকুলো টুকি আছে।

যৌনতাৰ ৰাণী মেৰিলিন মনৰোৱে কৈছিল, "মাজে মাজে মই সঁচা প্ৰেম বিচাৰি হাবাথুৰি খাইছিলো। মোৰ ওচৰলৈ প্ৰেম নিবেদনৰ বাবে অহা পুৰুষসকলে মোৰ দেহটোহে বিচাৰে মনটো নহয়।" এনে উদাহৰণৰ সংখ্যা তাকৰ নহয়। যৌনতা কিমবা শাৰীৰিক প্ৰেমক সকলো সময়তে মানুহে প্ৰশ্ৰয় নিদিয়ে। প্ৰেমৰ কথা ক'বলৈ বিশ্বৰ বিখ্যাত ব্যক্তিসকলৰ উদ্ধৃতি নিতান্তই প্ৰয়োজন। সকলো মানুহৰ জীৱনলৈকে প্ৰেম আহে। বিবাহৰ পূৰ্বে প্ৰেমৰ ধাৰণা বিশ্বজনীন। কিন্তু বিবাহৰ পাছত প্ৰেম ... ? জাৰ্মান গল্প এটাৰে এই দিশটো উন্মোচন কৰো।..... "জোনাক নিশা। প্ৰৌঢ় এহাল দম্পতীয়ে ঘৰৰ ছাদত বহি জোনাক-যামিনী উপভোগ কৰিছে। পত্নীৰ মুখত এই সুন্দৰ গানৰ কলি। সুন্দৰ কণ্ঠ। পতিৰ প্ৰশ্ন ঃ "হেৰা, তুমি ইমান সুন্দৰ গান গাব জানা?" পত্নীৰ দুখ আৰু ক্ষোভৰ উত্তৰ ঃ "এই কথাষাৰ যদি মোক ৩০ বছৰ আগতে সুধিলাহেঁতেন।"

বিশ্বাসেই প্ৰেমৰ মূল ভেটি। বিশ্বাস নহ'লে প্ৰেম বৃথা। প্ৰেমত বিশ্বাস, বুজাবুজি নহ'লে স্থায়িত্ব নাথাকে। এয়া বিয়াৰ আগৰ প্ৰেমেই হওক বা বিবাহৰ

পাছৰ প্ৰেমেই হওক। প্ৰকৃততে প্ৰেম থাকিলেই বিশ্বাস আৰু বুজা বুজি থাকে। আকৌ বিশ্বাস আৰু বুজা বুজি থাকিলে প্ৰেম জীয়াই থাকে।

লিওটলষ্টয়ে কৈ গৈছেঃ "এজন ব্যক্তিক সদায় ভাল পোৱা মানে এডাল মমবাতি সদায় জ্বলিব বুলি আশা কৰাৰ দৰে।" টলষ্টয়ৰ জীৱনৰ অন্তিম সময়খিনি বৰ তিতা-কেঁহা। তেওঁ কৈছিল ঃ "জ্ঞানী মানুহ নাৰীৰ সংস্পৰ্শলৈ অহাটোৱেই উচিত নহয়।"

উল্লেখযোগ্য, প্ৰেম হৈ ঘৃণা হোৱাতকৈ ঘৃণা হৈ প্ৰেম হোৱাই শ্ৰেয়। বিবাহৰ স্থায়িত্বৰ আন এক অন্তৰায় হ'ল স্বামীৰ পৰ-নাৰীৰ প্ৰতি আকৰ্ষণ বা পত্নীৰ পৰ-পুৰুষৰ প্ৰতি আকৰ্ষণ।

ইতিহাসৰ পাতত এনে ব্যক্তিৰ উদাহৰণ বহুত আছে যি প্ৰেমক বিবাহৰ মাজত আবদ্ধ কৰিব নিবিচাৰে। পশ্চিমীয়া দেশত 'লিভ টুগেদাৰ' নামৰ এনে এটি প্ৰথা আছে, যি প্ৰথাৰ দ্বাৰা বহু পুৰুষ-নাৰীয়ে বিবাহত আবদ্ধ নোহোৱাকৈয়ে স্বামী-স্ত্ৰীৰ দৰে সহবাস কৰে। বিশ্বৰ বিখ্যাত লিভ টুগেদাৰ দম্পতী হ'ল জাঁ পল ছাৰ্ত্ৰে আৰু চিমন দ্য বোভোয়া। সেইদৰে হিটলাৰ-ইবা ব্ৰাউন, মেণ্ডেলা-গ্ৰাচা মাচেল আদি এনে ধৰণৰ দম্পতী।

..... ক্যেছানোবা নামৰ বিখ্যাত সাহিত্যিকজনে ৪৯ বছৰ বয়সত ৪৫৪৫ পৃষ্ঠাৰ যি বিশাল আত্মজীৱনী লেখিছিল তাত তেওঁ ১৩২ গৰাকী নাৰীৰ স'তে প্ৰেম আৰু দৈহিক সম্পৰ্ক গঢ়ি উঠিছিল বুলি দাবী কৰাৰ লগতে ঘটনাবোৰৰ আৰু নাৰী সকলৰ বিষয়ে পুংখানুপুংখ বৰ্ণনা কৰিছিল। ক্যেছানোভা৭৩ বছৰ জীয়াই আছিল আৰু তেওঁৰ পত্নীসকলৰ স'তে বিবাহ-বিচ্ছেদ হৈছিল১২ বাৰ। এক ডজনবাৰলৈ বিবাহ বিচ্ছেদ কৰা ব্যক্তি ক্যেছানোভা হ'লেও তেওঁৰ এয়া বিশ্বৰেকৰ্ড নহয়। পশ্চিমীয়া দেশত এনে ৰেকৰ্ড বহু আছে। জৰ্জ আষ্টিন নামৰ এজন অভিজাত ব্যক্তিয়ে২৮ বাৰ পৰ্যন্ত বিবাহ-বিচ্ছেদ (আদালতত) কৰাৰ উদাহৰণ আছে।

যৌৱনৰ পদূলিত প্ৰেমৰ বানত হাবু ডুবু খাই কিছুমানে জীৱনৰ অলেখ ৰঙীন সপোনবোৰ বাস্তবায়িত কৰিবলৈ আকোঁৱালি লয় বিবাহক। কোনোৱে আকৌ বিবাহৰ পাছত তিতা-কেঁহাত চটফটায়।

ক'ৰবাত পঢ়া মনত আছে; ভাৰ্জিয়াৰ এখন চহৰৰ আদালতত এগৰাকী বিবাহিতা তিৰোতাই আবেদন জনালে, স্বামীৰ সৈতে বিবাহ বিচ্ছেদৰ। বিবাহ - বিচ্ছেদৰ কাৰণ হ'ল বিবাহৰ পিছৰে পৰা স্বামীয়ে দুৰ্গন্ধযুক্ত মোজা পিন্ধি শোৱে, যাৰ ফলত তেওঁৰ শোৱাত ব্যাঘাত জন্মে। স্বামী-স্ত্ৰীৰ বিবাহ-বিচ্ছেদৰ ৰায়দানৰ পৰা বিৰত থাকি জৰ্জে স্ত্ৰীক এটা পৰামৰ্শ দিলে। জৰ্জৰ পৰামৰ্শ মতে, স্ত্ৰী গৰাকীয়েও স্বামীৰ সৈতে একেখন বিচনাতে জোতা পিন্ধি শুবলৈ আৰম্ভ কৰে। সঁচাকৈয়েই এদিন স্বামীৰ ভুল আঁতৰিল। তেওঁ দুৰ্গন্ধ মোজা পিন্ধ শোৱাৰ পৰা বিৰত থকা হ'ল।

বিবাহৰ পাছত উইনীৰ সৈতে সুখী হ'ব নোৱাৰিলে নেলচন মেণ্ডেলাই। উইনী আছিল তেওঁতকৈ ১৬ বছৰে সৰু। প্ৰেমত পৰি দুয়োৰে বিবাহ হৈছিল। দুয়োৰো বিবাহ-বিচ্ছেদৰ কাৰণটো আছিল মেণ্ডেলা জেলত থাকোতে উইনীয়ে পৰপুৰুষৰ সৈতে প্ৰীতি স্থাপন কৰাটো । এজন ডেকা প্ৰেমিকৰ সৈতে উইনীয়ে ব্যভিচাৰ চলাইছিল। তাৰ প্ৰমাণো মেণ্ডেলাই পাইছিল। সেই প্ৰেমিক জন আছিল ডেল এমপ'ফু।।

কথা হ'ল— উইনীৰ দৰে নাৰীয়ে কি বিচাৰে? মেণ্ডেলাৰ দৰে এজন যুগপুৰুষৰ ওপত সান্নিধ্য আওকান কৰি আন এজনৰ ওচৰত আশ্ৰয় বিচাৰে কিহৰ তাড়নাত?

কোনো পতিয়ে পত্নী ব্যভিচাৰী হোৱাটো কামনা নকৰে। সকলো চৰিত্ৰবান স্বামীয়ে স্ত্ৰী পতিব্ৰতা হোৱাটোকে কামনা কৰে.....। অৱশ্যে উইনীৰ আগতো মেণ্ডেলাই এগৰাকী নাৰীক বিয়া কৰাইছিল।

অৱশেষত ৮০ বছৰীয়া বৃদ্ধ মেণ্ডেলাই বিধবা গ্ৰাচা মাচেলৰ সৈতে সংসাৰ আৰম্ভ কৰিছে। বহুদিন দুয়ো একেলগে মুক্ত সহবাস কৰিছিল।

কবি ঔপন্যাসিক, ৰাজ্য সভাৰ প্ৰাক্তন সদস্য, বিখ্যাত বুদ্ধিজীৱী অমৃতা প্ৰীতম আৰু ইমতিয়াজ নিঃসন্দেহে সহবাসী দম্পতী। জীৱনৰ প্ৰায় বিয়লি বেলাত অমৃতা প্ৰীতমে নিজতকৈ আধা বয়সত সৰু ইমতিয়াজৰ লগত একেলগে শিল্প চৰ্চা কৰিছিল। এই সম্পৰ্কৰ পূৰ্বে অমৃতা বিবাহ পাশত আবদ্ধ হৈছিল যদিও তেওঁ সুখী হ'ব পৰা নাছিল। অমৃতাই তেওঁৰ আত্মজীৱনী "The Revenue

stamp" সকলো কথা ব্যক্ত কৰিছে। অমৃতাই প্ৰথমতে ভাল পাইছিল এজনক আৰু বিয়া হৈছিল আন এজনৰ লগত।

মানুহৰ জীৱন হ'ল এক সুগভীৰ যন্ত্ৰণাৰ ফুলদানী। বহুতৰে জীৱনত সুখতকৈ দুখৰ পৰিমাণহে বেছি।

সংঘাতৰ জৰিয়তে প্ৰেমৰ যিদৰে উন্মেষ হয়, সেইদৰে প্ৰেমজনিত সংঘাতে বিচ্ছেদৰো সৃষ্টি কৰে। আকৌ মানসিক ভেটি শক্তিশালী নকৰাকৈ শাৰীৰিক ভেটি শক্তিশালী কৰিবলৈ যাওঁতে সংঘাতৰ সৃষ্টি হয়। প্ৰেমত যৌনতা থাকিলেও সেয়া হ'ব লাগিব নিয়ন্ত্ৰিত। অনিয়ন্ত্ৰিত যৌন জীৱনে বিবাহৰ আগৰ বা পাছৰ প্ৰেমৰ বিকাশত হেঙাৰ সৃষ্টি কৰে। বিবাহৰ পূৰ্বে প্ৰেমৰ নামত পশ্চিমীয়া দেশবোৰত অবাধ যৌনমিলনে বিবাহ-বিচ্ছেদৰ মাত্ৰা বৃদ্ধি কৰিছে। কাৰণ কিবা এটা বস্তু নোপোৱালৈকে বস্তুটোৰ প্ৰতি আকৰ্ষণ থাকে কিন্তু পোৱাৰ পাছত সেই আকৰ্ষণ শেষ হৈ যায়।

ব্যৰ্থ প্ৰেমৰ চূড়ান্ত পৰিণতি বহুতৰে বাবে হয়তো বিষাদেৰে ভৰা। প্ৰেমৰ আকাংক্ষাই শ্বেক্সপীয়েৰৰ জীৱনলৈ চৰম ট্ৰেজেডি কঢ়িয়াই আনিছিল। তেওঁ সমকামী আছিল। তেওঁ বহু নাৰীৰ সান্নিধ্য লাভ কৰিছিল কিন্তু কাৰো লগতে সুখী হ'ব পৰা নাছিল। তদুপৰি তেওঁ এগৰাকী নাৰীক বেছি দিনলৈ সহ্য কৰিব পৰা নাছিল। লেডী ভায়লাৰ লগত তেওঁৰ গভীৰ প্ৰেম আছিল যদিও ভায়লাৰ লগত তেওঁৰ বিবাহ সম্ভৱপৰ হৈ নুঠিল। এই প্ৰেমৰ বিচ্ছেদৰ কাৰণেই আমি অৱশ্যে 'ৰোমিও-জুলিয়েট'ৰ দৰে এখন কালজয়ী নাটক পালো। শ্বেক্সপীয়েৰৰ প্ৰসঙ্গলৈ আহিলেই ডাৰ্ক লেডিলৈ মনত পৰে। যি আছিল শ্বেক্সপীয়েৰৰ সৰ্বস্ব। এদিন ডাৰ্ক লেডিয়েও তেওঁক প্ৰতাৰণা কৰিলে। বিচ্ছেদৰ যন্ত্ৰণাৰে ছলনাময়ী ডাৰ্ক লেডিক লৈ বহু ছনেট লিখিলে। পত্নী এনি হেঠৱেয়ো তেওঁক প্ৰতাৰণা কৰে। তেওঁৰ ব্যক্তিগত জীৱনটোত যিদৰে ট্ৰেজেদি মিহলি হৈ আছিল, সেইদৰে তেওঁৰ দ্বাৰা ৰচিত নাটক হেমলেট, মেকবেথ একো একোখন ট্ৰেজেডি যুক্ত নাটক। তেওঁ নাৰীক প্ৰতাৰক, ৰহস্যময়ী, ছলনাময়ী আখ্যা দি থৈ গৈছে। তেওঁৰ কলমৰ পৰা নিগৰিত হৈছিলঃ "প্ৰতাৰণা তোমাৰ নাম নাৰী .....। তোমাৰ ওঁঠত বহি আছে মহাকাল......। মই ঘৃণা কৰো দীঘল চুলি আৰু ৰঙীন গাল দুখনক।"

বিবাহিত পুৰুষ এজনে সদায় মনত ৰখা উচিত পত্নী সদায় পত্নী। পত্নীৰ মৰম স্নেহ কেৱল পত্নীয়েহে দিব পাৰে, প্ৰেয়সীয়ে নহয়। এজন বিবাহিত পুৰুষে নিজৰ পত্নীক লৈ যদি সুখী নহয় তেন্তে তাৰ কাৰণবোৰ নিজে বিশ্লেষণ কৰি চোৱা প্ৰয়োজন। যি পুৰুষে দিনটো বা অৱসৰ সময়খিনি নিজৰ পত্নী, ল'ৰা-ছোৱালীৰ সৈতে কটায়, তেওঁ কেতিয়াও আন এগৰাকীৰ নাৰী প্ৰয়োজনবোধ নকৰে। প্ৰশ্ন হয়, বিবাহৰ পাছত প্ৰেম নাথাকে। কিয়? প্ৰেমত পৰি বিবাহ হোৱা দম্পতীৰ প্ৰেমখিনিক কিহে মৃত্যু শয্যালৈ টানি নিয়ে। হয়তো ইয়াৰ উত্তৰ বহুতো। একেটা উশাহতে ইয়াৰ উত্তৰ দিব নোৱাৰি। বিবাহৰ পাছত হয়তো পুৰুষজনে তেওঁৰ পত্নীৰ মাজত কল্পনাৰ মানুহগৰাকী বিচাৰি নাপায়। তাৰ ফলস্বৰূপে দাম্পত্য জীৱনত খামখেয়ালি আহি পৰে। মন-স্তাত্ত্বিক ডাঃ অজিতা চক্ৰৱৰ্তীৰ ভাষাৰে —"পুৰুষ বিপথে যোৱাৰ বাবে স্ত্ৰীক দায়ী কৰিব পৰা যায়। সংসাৰত অবিশ্বাসী পুৰুষৰ সংখ্যা অধিক, কিন্তু এই ক্ষেত্ৰত পত্নী গৰাকী সদায় স্বামীৰ ৰুচি বা মানসিক অৱস্থাৰ প্ৰতি সচেতন হোৱা প্ৰয়োজন।"

জৰ্জ বাৰ্ণাৰ্ড শ্ব'ই বিবাহক আইনসংগত বেশ্যাগিৰি বুলি কৈছিল।

জৰ্জ বাৰ্ণাড শ্ব', মেক্সিম গৰ্কীৰ দৰে বিখ্যাত ব্যক্তিসকলেও একেগৰাকী নাৰীৰ সৈতে বেছি দিন আন্তৰিকতা বজাই ৰাখিব পৰা নাছিল। বাৰ্ণাৰ্ড শ্ব' আছিল ৰসিক প্ৰেমিক, যি নিতৌ নতুন নতুন ষোড়শী গাভৰুৰ প্ৰেমত পৰিছিল। গৰ্কী আছিল ব্যৰ্থ প্ৰেমিক। মনস্তত্ত্ববিদসকলে কয় যে এনে লোকৰ অৰ্ন্তভাগত কিবা এটা অতৃপ্তিৰ ভাবে আগুৰি থাকে, যিটো তেওঁ নিজও সঠিকভাৱে ক'ব নোৱাৰে আৰু ফলত নিত্য নতুন নাৰীৰ প্ৰতি আসক্ত হয়। এনে আসক্তিক কোনো ঔষধে নিৰাময় কৰিব নোৱাৰে।

বিবাহিত পুৰুষৰ প্ৰেমে তেওঁলোকৰ সংসাৰলৈ পদে পদে বাদ-বিবাদ মাতি অনাৰ আশংকা থাকে। আমাৰ সমাজত কোনো পত্নীয়ে তেওঁৰ স্বামী আন এগৰাকী নাৰীৰ প্ৰতি আকৰ্ষিত হোৱাটো সহজভাৱে ল'ব নোৱাৰে যাৰ বাবে দাম্পত্য কলহৰ সৃষ্টি হয়।

উল্লেখ্য, ত্ৰিভুজ প্ৰেমৰ কোনো সুন্দৰ ভবিষ্যত নাই। বিবাহিত পুৰুষৰ জীৱনত পত্নীৰ উপৰিও আন এগৰাকী নাৰীৰ সৈতে সম্পৰ্ক গঢ়ি তুলিবলৈ যাওঁতে সামাজিকভাৱে নিন্দনীয় হয় আৰু স্বামী-স্ত্ৰীৰ সংসাৰত ঘূণে ধৰে, সংসাৰ ভাঙে।

সাধাৰণভাৱে জীৱন নিৰ্বাহ কৰিবলৈ যিমান ধনৰ প্ৰয়োজন তাতোকৈ অধিক হ'লেই মানুহ বিপথগামী হয়। মানুহ ভোগী হ'লেই লোভী হয়। ফলত প্ৰেম মৰহি পৰে। সংসাৰ ভাগে। এনেদৰে সংসাৰত বিচ্ছেদ আহিছিল মনীষী পাবলো পিকাছোৰ জীৱনলৈ তেওঁৰ প্ৰথম বিবাহ হৈছিল ফাৰ্ণাণ্ডে অলিভিয়েৰ লগত। ফাৰ্ণাণ্ডে আছিল এগৰাকী ভাস্কৰৰ বিধবা পত্নী তথা দৰিদ্ৰ ঘৰৰ দুহিতা। পায়লো ফাৰ্ণাণ্ডেৰ প্ৰেম বিবাহৰ পাছত দৰিদ্ৰ ঘৰৰ দুহিতাই ধন সম্পত্তি পাই অত্যন্ত বিলাসী আৰু মতগৰ্বী হৈ পৰিছিল। যাৰ বাবে সংসাৰ ভাগিছিল।

পিকাছো আছিল নাৰীৰ প্ৰতি দুৰ্বল প্ৰকৃতিৰ লোক। নাৰী দেহেই আছিল প্ৰধানতঃ তেওঁৰ শিল্পৰ বিষয়বস্তু। স্পৰ্শ সুখ মানুহৰ মনৰ এক চিৰন্তন বাসনা। পিকাছোৰ প্ৰেম আছিল শৰীৰ সৰ্বস্ব। নাৰীৰ সান্নিধ্যই আছিল তেওঁৰ নিসংগতা দূৰীকৰণৰ একমাত্ৰ সম্বল। কেইবাগৰাকীও নাৰীৰ সৈতে পিকাছোৰ বিবাহ হৈছিল আৰু বিচ্ছেদো হৈছিল।

শাৰীৰিক সম্পৰ্ক অধিক হ'লে মানসিক সম্পৰ্কও ফাঁট মেলে। বহু লোকৰ ধাৰণা শাৰীৰিক মৰমেৰে মনকো বশ কৰিব পাৰি কিন্তু নিৰ্দিষ্ট পৰিসীমা অতিক্ৰম কৰাৰ পাছত তেন্তে ধাৰণা অন্তঃ স্াৰ শূন্য হৈ পৰে।

যিসকলে প্ৰেম আৰু বৈবাহিক জীৱনক একাকাৰ কৰিব খোজে, তেওঁলোকে টলষ্টয় আৰু ছোফিয়াৰ সাংসাৰিক জীৱনৰপৰা বহু কথাই শিকিব লগা আছে। মনোমালিন্য আৰু সাংসাৰিক বিবাদ সত্বেও ছোফিয়াই টলষ্টয়ৰ সৃষ্টিৰাজি আৰু সম্পত্তিক কি দৰে ৰক্ষা কৰিছিল তাৰ উদাহৰণ পৃথিৱীত বিৰল।

টলষ্টয়ৰ দৰেই 'মেডাম বোভাৰী'ৰ স্ৰষ্টা ওস্তাভ ফ্ল'বেয়াৰৰ জীৱনটোও আছিল প্ৰেম আৰু বিষাদৰ সমষ্টি। সৰুৰে পৰাই ফ্ল'ৱেয়াৰ প্ৰেমৰ প্ৰতি উদাসীন আছিল যদিও, তেওঁৰ বয়স যেতিয়া পোন্ধৰ বছৰ তেতিয়া তেওঁ ছাব্বিশ বছৰীয়া সুন্দৰী নাৰী এগৰাকীৰ প্ৰেমত পৰিছিল। নাৰী গৰাকীৰ নাম আছিল এলিছা

স্নেইছিঙ্গাৰ। ফ্ৰ'বেয়াৰে গ্ৰীষ্মৰ বন্ধ কটাবলৈ ট্ৰুভিল নামৰ এডোখৰ ঠাইত পৰিয়ালৰ সৈতে ফুৰিবলৈ যাওঁতে এলিছা আৰু তেওঁৰ স্বামীক লগ পায়। এলিছাইঁতৰ কণমানি পুত্ৰ সন্তানটি আছিল অতি মৰমিয়াল। ফ্ৰ'বেয়াৰে তাক অ'ত ত'ত ফুৰাবলৈ নিওঁতে এলিছাইঁতৰ পৰিয়ালৰ সৈতে ঘনিষ্ঠ হৈ পৰে আৰু অৱশেষত ৰূপৰ ৰাণী গৰাকীক ভাল্ পাই পেলায়।

বিবাহিত জীৱনত পৰকীয় প্ৰেমেও বিবাহ বিচ্ছেদত অৰিহনা যোগায়। অধিক কৰ্মব্যস্ত এজন পুৰুষৰ লগত তেওঁৰ পত্নীৰ মানসিক প্ৰভেদ বাঢ়ি যোৱাটো বহু ক্ষেত্ৰত প্ৰত্যক্ষ কৰা দেখা যায়। বিকল্প পথৰ সন্ধানত অন্য পুৰুষৰ ওচৰ চাপিবলৈ বাধ্য হয়। এনে এটি দৃশ্য আমি বৈজ্ঞানিক, কবি, সাহিত্যিক, সৈনিক আদিৰ ক্ষেত্ৰত দেখা পাওঁ।

কুৰি শতিকাত শ্ৰেষ্ঠ বিজ্ঞানী আইনষ্টাইনলৈকে চোৱা যাওঁক। দৈনন্দিন পাৰিপাৰ্শ্বিকতালৈ উদাসীনতাৰ কাৰণেই পত্নী মিলেভা বিজ্ঞানীজনাৰ প্ৰতি ক্ৰোধান্বিত হৈ পৰিছিল। ফলত দুয়োৰে প্ৰেম বিবাহত বিচ্ছেদ আহি পৰিছিল।

সহস্ৰবাৰ প্ৰেমৰ সাগৰত জপিয়াই পৰিও তৃপ্ত নোহোৱা এজন ব্যক্তি আছিল শ্বেলী। সংসাৰৰ উদাসীনতাৰ বাবেই পত্নী হেৰিয়েট শ্বেলীৰ কাষৰ পৰা আঁতৰি যায়। শ্বেলীয়ে বহুবাৰ প্ৰেম সাগৰত সাঁতুৰিছে, হাবু ডুবু খাইছে, তিতি বুৰি জুৰুলা হৈছে। কিন্তু তেওঁ বিচৰা প্ৰেম নাপালে। তেওঁ প্ৰেম সাগৰত সাতুৰি যিদৰে পাইছিল মিলনৰ মধু উত্তাপ, নিবিড় আনন্দ, সেইদৰে তেওঁ পাইছিল বিৰহৰ মৰ্মভেদী যাতনা, দ্বন্দ্ব, সংঘাত আৰু নৈৰাশ্য। যি কি নহওঁক প্ৰেমৰ আকাশত প্ৰেমৰ গীত গোৱা গগন বিহাৰী নাইটিংগেল পখী শ্বেলী কলিজাটো কবৰ দিয়া স্থানত আজিও জিলিকি আছেঃ "এইখন পৃথিৱীৰ্ সৰ্বশ্ৰেষ্ঠ হৃদয়।"

প্ৰেমত সুখৰ লগতে দুখো জড়িত হৈ আছে। প্ৰেমৰ লগত মানুহে বিচ্ছেদ, বিৰহ, তালাক আদিক নিমন্ত্ৰণ নকৰে, নিজে নিজে।

ৰাজকীয় জীৱনৰ ভোগ-বিলাস, প্ৰাচুৰ্য-বৈভৱৰ বিপৰীতে নেপোলিয়ন প্ৰেমৰ ওচৰত নিঃকিন আৰু অসহায় আছিল। তেওঁৰ জীৱনত প্ৰেমৰ সুখ দেখা নাছিল। এটা সময়ত প্ৰেমিকা তথা পত্নী যোচেফাইনৰ লগত বিবাহ-বিচ্ছেদ কৰিব

লগা হৈছিল। কাৰণ আছিল যোচেফাইন সন্তান জন্ম দিবলৈ অক্ষম। ভবিষ্যতৰ বংশধৰৰ কাৰণে তেওঁ পত্নীক ত্যাগ কৰিব লগা হৈছিল। খলিল জিব্ৰানে কৈছিল—"প্ৰেমৰ নামতেই যে আমি দৰিদ্ৰতাৰ জীয়াতু ভুগিছো, সুতীব্ৰ যন্ত্ৰণাত চট্‌ফটাই আছো, বিচ্ছেদৰ শূন্যতাত কক্‌বকাই আছো।"

পুৰুষৰ ক্ষেত্ৰত দেখা যায় পৰকীয়া প্ৰেমৰ মাত্ৰা অধিক। নিজৰ পত্নীৰ শাৰীৰিক দুৰ্বলতা, ঋতুচক্ৰ, মতদ্বৈধতা আদিৰ বাবে বহু বিবাহিত পুৰুষে পৰ নাৰীৰ ওচৰ চাপে। ইয়াতে সৌন্দৰ্যবোধক লৈ আত্মা গ্লানিত ভুগিলে পুৰুষে অন্য নাৰীৰ আশ্ৰয় লয়। পৰকীয়া প্ৰেমে বিবাহিত জীৱনত ঋণাত্মক চাপ পেলায়।

মাডাম দ্ৰোপদী খ্যাত মল্লিকা চাৰাভায়ে কৈছে, "সকলো নাৰীৰ ভিতৰতে দুটি সত্তা থাকে। এটা সত্বা হ'ল পুৰুষৰ বিশ্বাসী স্ত্ৰী হোৱা আৰু আনটো সত্বা হ'ল স্বৈৰিণী, ব্যভিচাৰী হোৱা। যি গৰাকী বোৱাৰীয়ে ওৰণি লৈ স্বামী পূজা কৰে তেৰো মনে মনে কামনা কৰে অন্য এজন পুৰুষক।" 'মাডাম দ্ৰৌপদী' গৰাকীৰ মতে, "নাৰীয়েই হওক বা পুৰুষেই হওক কোনো বুদ্ধিমান মানুহেই কেতিয়াও এজনৰ সৈতে সন্তুষ্ট নহয়। মাথোন যৌন আকাংক্ষাই নহয়, অন্য আকাংক্ষায়ো মানুহক প্ৰায়েই ব্যভিচাৰী কৰে।"

সকলো পুৰুষে কামনা কৰে পত্নী প্ৰেয়সী হোৱাটো। সেইদৰে সকলো নাৰীয়ে কামনা কৰে স্বামী প্ৰেমিক হোৱাটো। একেটা কায়াতে দুটা ছাঁয়া। কিন্তু আজিৰ যন্ত্ৰসৰ্বস্ব জটিল পৃথিৱীখনত মানুহে স্বামী হ'বলৈ গৈ প্ৰেমিক হ'বলৈ পাহৰি গৈছে, পত্নী হ'বলৈ গৈ প্ৰেয়সী হ'বলৈ পাহৰি গৈছে। এয়ে আজিৰ যুগত মানৱ জীৱনৰ চৰম ট্ৰেজেডি।

বিখ্যাত ব্যক্তিৰ প্ৰেম

# চিমন দ্য বোভোৱাৰ আৰু জাঁ পল ছাৰ্ত্ৰে

পৃথিৱীৰ বিখ্যাত ব্যক্তিত্বশালী আৰু প্ৰতিভাশালী লোকসকলৰ জীৱনৰ বিষয়ে জানিবলৈ মানুহৰ মন সদায় ইপ্সিত।। মৃত্যুৰ পাছতো, তেওঁলোকৰ জীৱনক লৈ কিম্বদন্তিৰ শেষ নহয়। কিম্বদন্তিত পৰিণত হোৱা ব্যক্তিজনৰ শৈশৱ কাল, কৈশোৰ, যৌৱন, কৰ্মজীৱন, প্ৰিয় বন্ধু-বান্ধৱী, প্ৰেম, ৰোমাঞ্চ বিবাহৰ ব্যক্তিগত জীৱন আদিক লৈ মানুহৰ কৌতূহলৰ সীমা নাই। উদাহৰণস্বৰূপে জীৱিত কালতে কিম্বদন্তিত পৰিণত হোৱা জাঁ পল ছাৰ্ত্ৰে আৰু চিমন দ্য বোভোৱাৰৰ প্ৰেম সম্বন্ধীয় কাহিনী উল্লেখ কৰিব পাৰি।

বিখ্যাত স্বাস্থ্য বিষয়ক কিতাপৰ লেখিকা ডায়ান আৰ হেলচে তেওঁৰ "Just like a woman : How Danger. Science is Relieving what makes us Female" কিতাপত উল্লেখ কৰিছে নাৰীবাদী নেত্ৰী চিমন দ্যা বোভোৱাৰ কথা। যি এসময়ত নাৰীক বৰ্ণনা কৰিছিল। "The Second Sex" হিচাপে।

চিমন দ্যা বোভোৱাৰৰ "দি ছেকেণ্ড ছেক্স"ক ধ্ৰুপদী গ্ৰন্থৰ মৰ্যদা দিয়া হয়। প্ৰকৃততে 'দি ছেকেণ্ড ছেক্স' লেখিকাৰ এক আত্মজীৱনীমূলক গ্ৰন্থ। গ্ৰন্থখনত প্ৰকাশ পাইছে লেখিকাৰ এক স্বাধীন চিতীয়া মনৰ কথা। য'ত আছে নৈৰ্ব্যক্তিক্, নিৰপেক্ষ, নাৰীৰ অধিকাৰ আৰু লেখিকাৰ এক সাহসী দৰ্শন।

হেলচে লিখিছে "নাৰীত্বৰ কথাটো সুনিশ্চিত কৰিবলৈ গৈ আমি আকৌ আমাৰ মানসিক ক্ষতি বা অন্তৰ্লীন গুণক বাদ দিয়া নাই। বৰং শক্তি আৰু টিকি থকাৰ মৌলিক উৎসাহকেই স্বীকাৰ কৰি লৈছো।"১৯২৯ চনত চৰ্বণ বিশ্ববিদ্যালয়ৰ পৰা তেওঁ দৰ্শনত স্নাতক উপাধি লাভ কৰে।"

পৃথিৱীৰ প্ৰত্যেকজন ব্যক্তিৰে এটা নেপথ্য জীৱন থাকে। তেনে নেপথ্য জীৱনৰ কথা কিছু ব্যক্তিৰ হয় বিদিত আৰু কিছু ব্যক্তিৰ হয় অবিদিত, অলিখিত।

চিমন দ্য বোভোৱাৰৰো তেনে এটি গুপুত অধ্যায় আছে। যিটো অধ্যায়ৰ কথা তেওঁ অকপটে "দি ছেকেণ্ড ছেক্স"ত প্ৰকাশ কৰিছে।

নাৰীমুক্তিৰ ক্ষেত্ৰত সৰ্বাধিক চিন্তা-চৰ্চা কৰা দাৰ্শনিক, ফৰাচী লেখিকা তথা জাঁ পল ছাৰ্ত্ৰেৰ সঙ্গীনী চিমন দ্য বোভোৱাৰৰ জন্ম ১৯০৮ চনত মৃত্যু ১৯৮৬ চনত। 'লিভ টুগেদাৰ' সম্পৰ্কত প্ৰথমবাৰৰ বাবে গভীৰভাৱে চিন্তা-চৰ্চা কৰা চিমনে বিবাহত বিশ্বাস নকৰিছিল কিন্তু আস্থা আছিল প্ৰেমত। তেওঁৰ 'দ্য ছেকেণ্ড ছেক্স' গ্ৰন্থখন নাৰী স্বাধীনতাৰ অন্যতম দলিল। এই গ্ৰন্থখনৰ গুৰুত্বপূৰ্ণ কথা কিছুমান উল্লেখ কৰা হ'ল ..... 'নাৰীক যদি কিবা বস্তুৱে আজি পৰ্যন্ত পৰাধীন কৰি ৰাখিছে তেন্তে সেয়া হ'ল জৈৱিক প্ৰকৃতি আৰু বিবাহ। বিবাহ হৈছে নাৰীৰ ওপৰত সমাজে জাপি দিয়া এক মৰ্মস্পৰ্শী বান্ধোন।

বিবাহৰ মাধ্যমেদি পৰিয়াল ব্যৱস্থাত পুৰুষে আধিপত্য বিস্তাৰ কৰে আৰু নাৰীয়ে নিজস্ব মতামত বিসৰ্জন দি পুৰুষক সন্তুষ্ট কৰিবলৈ পুৰুষৰ মতকে সমৰ্থন কৰিবলগীয়া হয়। ..... স্বামী ঘৰত নথকা অৱস্থাত নাৰীয়ে সন্তানক লৈয়েই ব্যস্ত থাকে, ঘৰুৱা কাম-বন একানপতীয়াকৈ কৰে, নিজে এটা যুক্তিৰ মাধ্যমত এক নিজস্ব সিদ্ধান্তত আহিবলৈ সক্ষম হয় অথচ পাছত স্বামীক দেখাৰ লগে লগে সকলো সিদ্ধান্ত ক্ৰমাৎ ম্লান হয়, নাৰী হৈ পৰে পৰমুখাপেক্ষী। চাকৰিয়াল নাৰীৰ ক্ষেত্ৰটো কথাটো এশ শতাংশই খাটে। আচলতে বিবাহে নাৰীৰ অস্তিত্বৰ বিলোপ সাধন কৰে।' ....নাৰীৰ সতে আনকি সন্তানৰো কোনো দিনেই সঠিক সম্পৰ্ক গঢ়ি নুঠে বুলি চিমনে লিখিছে — "মাতৃয়ে সন্তানৰ বাবে নিজৰ গোপন দেহটিও মুক্ত কৰি সন্তানক স্তনপান কৰায়। নাৰীৰ এয়া পবিত্ৰ আৰু মহান কৰ্তব্য বুলি ধৰ্মীয় গ্ৰন্থবোৰেও লিখে। কিন্তু ইমান যত্ন আৰু পৰিশ্ৰম কৰি সন্তানক গঢ় দিয়াৰ পাছত সিহঁত ডাঙৰ হোৱাৰ লগে লগে পিতৃৰ হাতলৈ গুচি যায়। পুৰুষ সংসাৰৰ মুৰব্বী হোৱাৰ ফলত সন্তানে মাতৃতকৈ পিতৃৰ ওচৰত বেছি নিৰ্ভৰশীল হৈ পৰে।" সেই ক্ষেত্ৰত তেওঁক নিতান্তই সাহসী বুলিব লাগিব। কাৰণ, এক সাহসী প্ৰচেষ্টা নাথাকিলে কোনো ব্যক্তিয়ে নিজৰ নেপথ্য জীৱনৰ কথা কাকো ক'ব নোৱাৰে, লিখিব নোৱাৰে।

কলেজীয়া ডেউকা লগা জীৱনৰ সময়তে চিমন পৃথিৱীৰ বিখ্যাত দাৰ্শনিক জাঁ পল ছাৰ্ত্ৰেৰ সংস্পৰ্শলৈ আহে। সেই সময়তে দুয়ো বন্ধুত পৰিণত হৈছিল। বন্ধুত্ব হ'ল দুটি দেহত'বাস কৰা একোটা আত্মা। লা ৰোশফুপোৱে কৈছিল "প্ৰকৃত বন্ধু পাবলৈ যিমান কঠিন কিন্তু প্ৰকৃত প্ৰেমিক পাবলৈ সিমান সহজ।" ইংৰাজীত এষাৰ কথা আছে— "Between man and woman there is no friendship possible"। অস্কাৰ ৱাইলডৰ দৰে ব্যক্তিয়েও বিশ্বাস কৰে "নাৰী আৰু পুৰুষৰ মাজত বন্ধুত্ব অসম্ভৱ। হ'ব পাৰে অনুৰাগ; শত্ৰুতা, পূজা, প্ৰেম কিন্তু বন্ধুত্ব নহয়।"

ছাৰ্ত্ৰে আৰু চিমন বিবাহ বন্ধনত বান্ধ খোৱা নাছিল। তেওঁলোক দুয়ো মুক্ত জীৱন অৰ্থাৎ 'লিভ টুগেদাৰ' যাপন কৰিছিল।

প্ৰকৃততে পৃথিৱীৰ প্ৰথম লিভ টুগেদাৰ দম্পতী বুলিলে আদম-ইভক ক'ব পাৰি। কিন্তু আধুনিক লাইফ ষ্টাইলৰ লিভিং টুগেদাৰ আৰু আদাম-ইভৰ-মুক্ত সহবাসৰ মাজত পাৰ্থক্য আছে। বিশ্ব বিখ্যাত লিভিং টুগেদাৰ দম্পতী হ'ল জাঁ পল ছাৰ্ত্ৰে আৰু চিমন দ্যা বোভোৱাৰ। ৰাষ্ট্ৰনায়ক নেলচন মেণ্ডেলা আৰু গ্ৰেচা মাচেলৰ মুক্ত সহবাসৰ কথা সৰ্বজনবিদিত। ৰবিছ বেকাৰেও দীৰ্ঘদিন প্ৰিয় বান্ধৱীৰ সতে মুক্ত সহবাসত লিপ্ত আছিল।

"দি ছেকেণ্ড ছেক্স"ত তেওঁ বিশ্ববিদ্যালয়ৰ শিক্ষা সাং কৰি উঠি ছাৰ্ত্ৰেৰ লগত বন্ধনহীন ভাৱে পেৰিছৰ ৰাস্তা ঘাট আদিত ঘূৰি ফুৰাৰ কথা উল্লেখ কৰিছে। যাৰ বাবে তেওঁৰ মাক-দেউতাকে সেই কথাবোৰ সহজভাৱে ল'ব পৰা নাছিল। তেওঁ লিখিছে ".... আমি দুয়ো বন্ধনহীনভাৱে ঘূৰি ফুৰিছিলো পেৰিচৰ ৰাস্তা ঘাট, ঐতিহাসিক স্মাৰকবোৰত। মা-দেউতাই এইবোৰ কথা ভাল পোৱা নাছিল। .... আমি স্বামী-স্ত্ৰী নাছিলো। সেই বাবেই আমাৰ মাজৰ সম্পৰ্কৰ নাম আছিল "মৰ'গেনেটিক' মেৰিয়েজ"। আমাৰ নিজস্ব স্বাধীনতাৰ প্ৰতি কোনেও হস্তক্ষেপ কৰিব নোৱাৰিব, এয়াই আছিল, আমাৰ সম্পৰ্কৰ প্ৰথম চৰ্ত।"

আজিৰ 'আপ টু ডেট' সমাজত বয়ফ্ৰেণ্ড থকাটো একো যেন ডাঙৰ কথা নহয়! যাৰ মাজেদি সময়ত 'লাইফ পাৰ্টনাৰ'ক বিচাৰি ল'ব পাৰে। যি জীৱনৰ সৰ্বস্ব। ফ্ৰেণ্ড ফিলচফাৰ এণ্ড গাইড স্বৰূপ। আজিৰ দিনত পশ্চিমীয়া সমাজত ছোৱালীৰ 'বয় ফ্ৰেণ্ড' আৰু ল'ৰাৰ 'গাৰ্লফ্ৰেণ্ড' থকাতকৈ নথকাটোহে খবৰ হৈ পৰে।

## এলেগ্ৰেণ আৰু চিমনৰ প্ৰেম ৰোমাঞ্চ

চিমনৰ প্ৰেমত পৰি অকল যে এজন সুদৰ্শন পুৰুষে হাবুডুবু খাইছিল এনে নহয়, তেওঁৰ প্ৰেমত কেইবাজনো সমাজৰ আগশাৰীৰ লোক বন্দী হৈছিল। তাৰে ভিতৰত লেখত ল'বলগীয়া প্ৰেমিক জন হ'ল কবি উপন্যাসিক নেলচন এলোগ্ৰেণ। আমেৰিকান, এলেগ্ৰেণ আছিল মাৰ্ক্সবাদত অটল বিশ্বাসী। ১৯৪৭ চনত চিকাগো চহৰত চিনাকি হৈ প্ৰথমে বন্ধুত্ব তাৰ পাছত ক্ৰমশঃ প্ৰেমিক-প্ৰেমিকালৈ ৰূপান্তৰিত হয়।

যি নহওঁক, এলেগ্ৰেণৰ চকুতেই চিমনে বিচাৰি পাইছিল চিৰজাগ্ৰত সপোনবোৰৰ প্ৰতিফলন। তেওঁ বিচাৰিছিল শান্তি আৰু উষ্ণতাৰে পৰিপূৰ্ণ এখন ঘৰ। আৰু বিচাৰিছিল এলেগ্ৰেণৰ প্ৰেৰণাময়ী সহাচাৰ্য। অৱশ্যে যুগ্ম জীৱনৰ জটিলতাৰ প্ৰশ্নবোৰে দুয়োকে ভীত কৰি তুলিছিল। পৰস্পৰৰ বাবে সাহিত্য সাধনা আছিল নিভৃত নীৰৱ প্ৰাৰ্থনাৰ অন্য এক নাম। দুয়োৰে ১৭ বছৰীয়া প্ৰেম যে ক্ৰমে গাঢ়ৰ পৰা গাঢ়তৰ হৈ পৰিছিল সেই কথা চিমনৰ ব্যক্তিগত চিঠি আৰু ডায়েৰীৰ পৰাই পূৰ্বাভাস পোৱা যায়।

জীৱিত কালতে কিম্বদন্তিত পৰিণত হোৱা এই গৰাকী বুদ্ধিদীপ্ত সাহসী মনৰ নাৰীৰ প্ৰেমপত্ৰবোৰো আছিল ব্যতিক্ৰম। দয়া, মমতা, কৰুণাৰ আধাৰ হৃদয়খনৰ পৰা 'মৰমৰ দূৰৈৰ স্বামী', 'নিলগৰ স্বামী' লৈ লেখা প্ৰেমপত্ৰবোৰত সামৰণি মাৰি লিখিছিল "তোমাৰ চিৰদিনৰ নাৰী" বা "তোমাৰ একান্ত অনুগত আৰবৰ নাৰী", আকৌ কেতিয়াবা "তোমাৰ মৰমৰ লালুকী বুলি'। লেখিকা ফিচাৰে ১৯৯২ চনত Anatomy of Love" নৰ-নাৰীৰ প্ৰেম যে আঁচলতে তেওঁলোকৰ মস্তিষ্কৰ অণু-পৰমাণুৰ খেলা সেইটো ব্যাখ্যা কৰে। সুনীল গংগোপাধ্যায়ে লিখিছে— "যিখন মুখেৰে তোমাক ভালপোৱাৰ কথা ক'ব পাৰো, সেইখন মুখেৰে মই কি তোমাক মিছা কথা ক'ব পাৰো।"

প্ৰেমৰ বিষয়ে আন এজন বাংলা লিখকে কৈছে "চৰিত্ৰেৰ মূল প্ৰেম। যাৰ প্ৰেম য'ত স্বতঃস্ফূৰ্ত প্ৰবল য'ত গভীৰ তাৰ চৰিত্ৰ তাত ঐশ্বৰ্যময় তত মাধুৰ্যময়।

প্ৰেমৰ বাবেই ৰাজকুমাৰ ভিক্ষাৰী হৈছে আৰু লিগিৰী ৰাজৰাণী হৈছে। প্ৰেমত পৰা ব্যক্তিযে ইজনে সিজনৰ ওপৰত অসাধাৰণত্ব আৰোপ কৰে। পৃথিৱীৰ সকলোখিনি শ্ৰেষ্ঠতা প্ৰেমাস্পদৰ ওচৰত থুঁপ খাই থকা দেখা পায়। প্ৰাচ্যৰ বিখ্যাত প্ৰেম কাহিনী 'লাইলা মজনু'ত কলী মলী ছোৱালী লাইলাৰ কি ৰূপ দেখিছা বুলি মজনুক যেতিয়া প্ৰশ্ন কৰা হৈছিল তেতিয়া মজনুৱে উত্তৰত কৈছিল "লাইলী বা ব চশ্মে মজনুন ববি" অৰ্থাৎ লাইলাক মজনুৰ দৃষ্টিৰে চোৱা। চিমনে আমেৰিকান প্ৰেমিক গৰাকীলৈ উষ্ণ উষ্ণতাৰ লেখিছিল— " .তোমাৰ পৰিচৰ্যা কৰিম, কাপোৰ-কানি ধুই দিম, জুতি লগাকৈ বান্ধি খুৱাম। ..... তোমাৰ দুবাহুৰ উষ্ণ সান্নিধ্যৰ মাজত মিঠা মিঠা কথা পাতিম, প্ৰেমৰ অনন্ত স্বৰ্গীয় সুখ উপভোগ কৰিম। .... আকৌ 'নিলগৰ স্বামী' খং উঠিলে অভিমান কৰিম, তোমাৰ বাহুৰ মাজত নোসোমাও, তোমাৰ ৰেশমী চুলিত মোৰ পৰালি আঙুলিৰে নোবোলাও, তোমাৰ ওঁঠৰ উষ্ণ স্পৰ্শ মোৰ কুসুমকোমল শৰীৰত পৰিবলৈ নিদিও.. ।

## চুমাৰ বিষয়ে

চুমা হ'ল স্পৰ্শৰ অনন্য অনুভূতি স্পৰ্শৰ যোগেদি মৰম তথা ভালপোৱা প্ৰকাশ কৰাৰ এক অন্যতম মাধ্যম হ'ল চুমা। চৰাই আৰু কিছুমান প্ৰাণীয়ে সৰু-সুৱা মুখেৰে আহাৰ খুউৱাৰ আধাৰতেই চুমাৰ উৎপত্তি বুলি বহুতেই মন্তব্য কৰে। বৈজ্ঞানিকসকলৰ মতে, 'শ্লিম' হ'বলৈও চুমা খাব পাৰি।' আকৌ শ্লিম নাৰী বেচি ৰোমাণ্টিক শকত নাৰীতকৈ। চেনেহৰ চুমাই হেনো নাকটি ছিঙে। উনৈশ শতিকালৈকে চীনাসকলে চুমাক পতনৰ কাৰণ বুলি গণ্য কৰিছিল বৰ্চমানো এস্কিম', বাৰ্মিজ আদি সংস্কৃতিত চুমা নাই। ৰিচাৰ্ড লুৱেলিনৰ "হাও গ্ৰীণ ৱাজ মাই ভেলি"ৰ আবুল লেইচে কৰা অনুবাদত পোৱা যায়, "এই চুমা বস্তুটো আচৰিত, অথচ আচৰিত হ'বলগীয়া ইয়াত একো নাই। ই আচৰিত কাৰণ ইয়াত-মূৰ্খামি আৰু ট্ৰেজেডি মিহলি হৈ আছে। হাতত হাত মিলালেই দেখোন যথেষ্ট হ'ব লাগিছিল।

কিন্তু সকলো ধৰণৰ আবেগ অনুভূতি প্ৰকাশ কৰিবলৈ অকল হাত মিলালেই যথেষ্ট নহয়। হাতখন টান বস্তু, অইন বহুতো কামৰ বাবে ইয়াক ব্যৱহাৰ কৰা হয়, ইয়াত আবেগ ফুটি নুঠে, প্ৰাণ আৰু স্বাদৰ পৰা ই বহু আঁতৰত, মগজুৰ পৰাও ইয়াৰ দূৰত্ব ভালেখিনি আৰু হৃদয়ৰ পৰা পুৰা দুহাত আঁতৰত। সভ্যতাৰ পোহৰ নোপোৱা কেতবোৰ জাতিৰ দৰে নাকে নাকে ঘঁহাটো হাত মিলোৱাতকৈ বহুত উন্নতি। আমি সেইটো মুৰ্খামি বুলি ভাবো যদিও নাকত নাক ঘঁহাই সোৱাদ একো পোৱা নাযায়। চকু মুদিৰেও বিশেষ একো ধৰিব নোৱাৰি। কাৰণ দুযুৰি চকু বৰ বেছি কাষ চাপি আহিলে দৃষ্টিত ভ্ৰম সৃষ্টি হোৱাৰ বাহিৰে একো ফল নহ'ব।

কাণেৰেও বিশেষ একো কৰিব নোৱাৰি। গতিকে আমি ওঁঠতে চুমা খাও এই বাবেই যে ই আমাৰ মুৰৰ এটা অংশ, স্বাদ আৰু ঘ্ৰাণ ইন্দ্ৰিয় ইয়াৰ লগত জড়িত হৈ আছে। ই টান অথচ কোমল। ইয়াৰ উষ্ণতা আছে। মুখখনৰ অইনবোৰ অংশৰ পৰা ইয়াৰ ৰঙো পৃথক গোলাপী, তিৰোতাৰ ক্ষেত্ৰত পাতল ৰঙা। চুমাৰ সোৱাদে অৱশ্যে বনৰীয়া ষ্টবেৰিৰ সোৱাদৰ সতে ফেৰ মাৰিব নোৱাৰে। তথাপি চুমা যদি একেবাৰে নাইকিয়া হৈ যায় আৰু তাৰ ঠাইত গোটেই বছৰ জুৰি ষ্ট্ৰবেৰি ফলে, তেন্তে এই পৃথিৱীৰ আধাখিনি সুখ নোহোৱা হৈ যাব। মানুহে কিয় চুমা খায় এই কথা ভাবি মই কোনো দিনেই আচৰিত হোৱা নাই। সংসাৰৰ সকলো মুৰ্খামি লৈ ওঁঠেৰে সৈতে ওঁঠ, উশাহৰ সৈতে উশাহ যেতিয়া মিলে তেতিয়া উষ্ণতা উষ্ণতৰ হয়, জিভাই শব্দহীন ভাষাৰে কথা কয়, কোনো দিনেই ভাষাৰে প্ৰকাশ কৰিব নোৱাৰা আবেগ অনুভূতিয়ে ভাষা বিচাৰি পায়....।।"

জনাথন চুইফট্ নামৰ লেখক গৰাকীৰ ভাষাৰে— "ভগৱান, মই আচৰিত হওঁ, কেনে মুৰ্খ আছিল যিজনে চুমা আবিস্কাৰ কৰিছিল।" আৰ্টুৰ' টচকানিনি নামৰ ব্যক্তি গৰাকীয়ে কৈছে— "মই প্ৰথমটো চুমা আৰু প্ৰথম চিগাৰেটো একেদিনাই আৰম্ভ কৰিছিলোঁ; কিন্তু তেতিয়াৰ পৰা মই আৰু চিগাৰেট খাবলৈ সময় পোৱা নাই।"

চুমাৰ বিষয়ে পম খেদি গম পোৱা গৈছে যে আটাইতকৈ অধিক চুমাৰ পৰশ পোৱা ব্যক্তিজন হ'ল লেফ্টেনেণ্ট হবছন। তেওঁক ৩৫ মিনিটত ১৮০ গৰাকী মহিলাই চুমা খাইছিল। চুম্বন হ'ল আবেগত স্বতঃস্ফূৰ্ত অভিব্যক্তি। কোৱা হয়

"চিগাৰেটৰ শেষ হোপা, গাভৰুৰ প্ৰথম চুমা।" লৌহ যুগৰ এক প্ৰাচীন সংস্কৃত গ্ৰন্থত পোৱা যায় "বাহুপাশত আবদ্ধ নিদ্ৰিত তৰুণীৰ অধৰৰ মধু যিয়ে পান কৰে, সি পৰম সুখী"।

বি বি চিৰ এটি সমীক্ষামতে — মানুহে সমগ্ৰ জীৱনটোৰ তিনিটা বছৰ ব্যয় কৰে আহাৰ গ্ৰহণৰ বাবে, এটা বছৰ কথা কৈ ব্যয় কৰে আৰু চুম্বনৰত অৱস্থাত থাকে সম্পূৰ্ণ দুটা সপ্তাহ। লণ্ডনত হোৱা জাতীয় চুম্বন দিৱস উপলক্ষে প্ৰকাশ কৰা এটা সমীক্ষামতে "এক মিনিটৰ এটা নিবিড় চুম্বনে প্ৰায় ছয় কেলৰি শক্তি ব্যয় কৰে" যিটো পাঁচ মিনিট সাঁতোৰাৰ সমান। আকৌ চুম্বনে শৰীৰৰ ৰক্ত প্ৰবাহৰ গতি নিয়মীয়া কৰে আৰু মুখমণ্ডলৰ মাংসপেশী সজীৱ কৰি তোলে।।

আধুনিক ধাৰণা অনুসৰি বহু ঠাইত চুমা খোৱাৰ প্ৰাথমিক নিয়মটো হ'ল— "চুমা খোৱা , যদি ই গতিশীল।" এমিলি পোষ্টৰ মতে "যদি কোনো ৰেষ্টুৰেণ্টত কোনো মহিলাক লগ পোৱা, কোনো কথা নাই, চুমা খোৱা।"চুমাৰ বিষয়ে এখন মহাভাৰত লিখিব পাৰি, চুমাৰ অধ্যায় সামৰিলো। আকৌ চিমন দ্য বোভোৱাৰ ব্যক্তিগত জীৱনলৈ আহো।

চিমন আছিল নিতান্তই শক্তিশালী নাৰী। যি গৰাকী নাৰীয়ে পুৰুষৰ দাসত্বৰ বিৰুদ্ধে, পুৰুষৰ একনায়কত্ববাদৰ বিৰুদ্ধে, পুৰুষতান্ত্ৰিক সমাজৰ বিৰুদ্ধে জেহাদ ঘোষণা কৰিছিল সেই গৰাকী নাৰীয়ে আমেৰিকান প্ৰেমিক গৰাকীলৈ ইখনৰ পাছত সিখন চিঠি লিখিছিল। জন ডনে কৈছে — "চুমাতকৈ চিঠিয়ে প্ৰেমিক-প্ৰেমিকাৰ মিলন গাঢ়তৰ কৰে।"

চাৰি কুৰি বছৰৰ অধিক কাল জীয়াই থকা চিমনৰ সৈতে এলেগ্ৰেণৰ প্ৰেম জীয়াই আছিল ১৯৪৭ চনৰ পৰা ১৯৬৪ চনলৈ ১৭ বছৰ কাল। এই দীৰ্ঘদিনীয়া প্ৰেম সম্পৰ্কৰ মাজত দুয়োৰে বিবাহ নামৰ 'কম্প্ৰমাইজটো' অৱশ্যে হোৱা নাছিল।

প্ৰেম এটি শিহৰিত শব্দ। প্ৰেম এনে এটা আকৰ্ষণ যেপৃথিৱীৰ মাধ্যাকৰ্ষণৰ দৰে দুৰ্বাৰ, অপ্ৰতিৰোধ্য। প্ৰেমক কোনেও উপেক্ষা কৰিবৰ শক্তি নাই। অকল দেহ দানেই প্ৰেম নহয় বৰং হৃদয় দানহে প্ৰকৃত প্ৰেম। প্ৰকৃত প্ৰেমত কোনো স্বাৰ্থ নাই। এই নাৰী প্ৰেমে হয়তো কাৰোবাক কৰি তোলে বিশ্বপ্ৰেমিক, জনহিতৈষী মহৎ পুৰুষ।

পৃথিৱীৰ বহু প্ৰেমিকে প্ৰেমিকাক নাপাই আজীৱন কৌমাৰ্যব্ৰত পালন কৰি কোনো কামত লিপ্ত হৈ জীৱনৰ গতিধাৰা আনফালে প্ৰবাহিত কৰে। যৌৱনৰ পদূলিতে এই প্ৰেমৰ বানৰ হাবুডুবু খাই কিছুমানে জীৱনৰ ৰঙীন অলেখ সপোনবোৰ বাস্তৱায়িক কৰিবলৈ আকোৱালি লয় বিবাহক আকৌ কোনোৱে বেদনাত ছটফটায়। বহুতে প্ৰেম আৰু বিবাহ দুয়োটা সুকীয়া বস্তু বুলি গণ্য কৰে।

চিমনে ডায়েৰীত লিখিছে "…. হয়তো পৰিস্থিতিয়েই আমাৰ মাজত আনুগত্যৰ সৃষ্টি কৰিছিল। ক্ৰমান্বয়ে মই বুজি উঠিছিলো যে এলেগ্ৰেণৰ মাজত মই যি বিচাৰিছিলো সেয়া তেওঁৰ নাই। …. তেওঁ ক্ৰমান্বয়ে এজন লুভীয়ালৈ পৰ্যবসিত হৈছিল। মই যিমান দিছিলো তাতোকৈ তেওঁ বেছি বিচাৰিছিল। তেওঁ পাহৰি গৈছিল যে ময়ো মানুহ।"

উল্লেখ্য যে চিমনে তেওঁৰ সৈতে প্ৰেমৰ সম্পৰ্ক বিছিন্ন কৰাৰ পাছত এলেগ্ৰেণ উত্তেজিত হৈ পৰিছিল। তেওঁ চিমনৰ চিঠিবোৰ কাকতত প্ৰকাশ কৰি দিম বুলি ভাবুকিও দিছিল। অৱশ্যে সময়ত সেয়া কৰা নহ'ল। হয়তো প্ৰেমৰ এক অদৃশ্যমান শক্তিৰ বলত।

আচৰিত কথা যে ছাৰ্ত্ৰেৰ দৰে বিশ্ববন্দিত পুৰুষজনৰ লগত প্ৰেম ৰোমাঞ্চৰ মাজেৰে দিন অতিবাহিত কৰি থাকোতে এলেগ্ৰেণৰ সৈতে একে সময়তে প্ৰেম পৰ্ব চলাবলৈ চিমনে ক'ত সুৰুঙা পালে। উল্লেখ্য যে চিমনৰ এই আমেৰিকান কবিজনৰ সৈতে দুৰন্ত প্ৰেমৰ বিষয়ে ছাৰ্ত্ৰে জানিছিল। যি কথা চিমনৰ পালিতা কন্যা ছিলভি লা বন দ্য বোভোৱাৰৰ পৰা জনা যায়। চিমনৰ চিঠিবোৰ প্ৰকাশ পোৱা গ্ৰন্থত ছিলভিয়ে লিখিছে যে চিমন আৰু ছাৰ্ত্ৰেই আজিবন একেলগে থকাৰ চুক্তি কৰিলেও কোনেও কাৰো স্বাধীনতাত হস্তক্ষেপ কৰা নাছিল। এই সম্পৰ্কৰ কথা প্ৰসংগত ছাৰ্ত্ৰেৰ মন্তব্য হ'ল এনেকুৱা 'কাৰোবাক ভাল পোৱাটো দোষৰ কথা নহয়, দোষৰ কথা হ'ল, কাৰোবাক ঘৃণা কৰাটোহে।" ছাৰ্ত্ৰে আছিল একেধাৰে বিশ্ববিখ্যাত দাৰ্শনিক, সাহিত্যক, যুদ্ধক্ষেত্ৰতৰ সৈনিক, কেতিয়াবা বিশ্ববিদ্যালয়ৰ অধ্যাপক। গতিকে আনৰ ব্যক্তিগত জীৱনৰ ওপৰত হস্তক্ষেপ কৰিবলৈ সময়ে বা ক'ত!

আগতেই কোৱা হৈছে যে 'দি ছেকেণ্ড ছেক্স' লেখিকা চিমন দ্যা বোভোৱাৰ আচলতে নিজৰ আত্মকথনহে। য'ত তেওঁ নিজৰ জীৱনৰ বহু অকথিত গোপনীয় কথা উজাৰি গৈছে, আপোন সত্তাক শিহৰি যোৱাকৈ উন্মুক্ত কৰিছে।

এইখিনিতে আন এগৰাকী প্ৰখ্যাত লেখিকালৈ মনত পৰিছে যি ৰসাল ডিটেকটিভ কাহিনীৰে সমগ্ৰ বিশ্বকে চমকিত কৰি তুলিবলৈ সক্ষম হৈছিল। তেওঁ হ'ল প্ৰখ্যাত ডিটেকটিভ কাহিনীৰ ৰচনাৰ একচ্ছত্ৰী সম্ৰাজ্ঞী ইংৰাজ লেখিকা আগাথা ক্ৰিষ্টি। 'মাউচ ট্ৰেপ'ৰ দৰে বিখ্যাত নাটকৰ স্ৰষ্টা অগাথা ক্ৰিষ্টিয়ে নাটকৰ উপৰিও ৭৮ খন ডিটেকটিভ উপন্যাস লিখিছিল। চিমন দ্য বোভোৱাৰ দৰে আগাথায়ে তেওঁৰ ব্যক্তিগত প্ৰেম, বিবাহ, বিচ্ছেদ আদি অখ্যাত কাহিনীবোৰ লেখনিৰ দ্বাৰা প্ৰকাশ কৰিছে।

আগাথা ক্ৰিষ্টিয়ে বিবাহ বিচ্ছেদৰ সময়ত লিখা নানান কবিতাত আপোন সত্তাক-শিহৰি যোৱাকৈ উন্মুক্ত কৰিছে। তেওঁৰ "দ্যা কুকড হাউছ" নামৰ উপন্যাসখন প্ৰকৃততে নিজৰে আত্মকথনহে। তেওঁৰ দ্বিতীয় বিবাহৰ কথা উন্মেষ ঘটিছে 'দ্যা কাৰ্টেইন' নামৰ উপন্যাসত। তেওঁৰ ব্যক্তিগত জীৱনৰ বহু বিচিত্ৰ অৰ্থাৎ গোপনীয় কথা উল্লেখ পাইছে "ফাইভ লিটল পিগজ" নামৰ উপন্যাসত।

১৮৯০ চনত ইংলেণ্ডৰ টৰ্কে নামৰ সৰু চহৰত জন্ম গ্ৰহণ কৰি ১৯৭৬ চনত মৃত্যুবৰণ কৰা অগাথা ক্ৰিষ্টিৰ প্ৰথম বিবাহ হৈছিল আৰ্চি ক্ৰিষ্টি নামৰ এজন কেপ্টেইনৰ লগত। প্ৰথম অৱস্থাত দুয়া বেচ সুখেৰেই আছিল যদিও এটা সময়ত আগাথাৰ মাকৰ টান নৰীয়া হোৱাত তেওঁ টৰ্কেলৈ মাকৰ ঘৰলৈ যাব লগাত পৰে। আগাথাই তেওঁৰ কিট নামৰ বান্ধৱী এগৰাকীক স্বামীৰ চোৱা চিতাৰ ভাৰ দি তেওঁ মাকৰ ঘৰলৈ যায়। কিন্তু গুজেই গছ হোৱাৰ দৰে সেই বান্ধৱীয়ে তেওঁৰ স্বামীৰ সতে সংসাৰ গঢ়ি তোলে। জীৱনৰ সৰ্বস্ব দি প্ৰাণভৰি ভালপোৱা স্বামীৰ এনে আচৰণত আৰু বান্ধৱীৰ বিশ্বাসঘাতকতাৰ বাবে আগাথাই বেলকনিৰ ছাদৰ পৰা জপিয়াই মৰিবলৈ ওলাইছিল। এইদৰে প্ৰথম বিবাহ বিচ্ছেদ হয়।

আগাথা দ্বিতীয় বিবাহত বহে অষ্ট্ৰীয়া বংশোদ্ভৱ মেক্স মেলোৱাৰ নামৰ এজন বিখ্যাত প্ৰত্নতত্ত্ববিদৰ সতে। আগাথা আছিল মেলোৱাতকৈ তেৰ বছৰ ডাঙৰ।

হয়তো প্ৰেমৰ জোৰদাৰ চালিকা শক্তিৰ বাবেই এই বিবাহ। যি প্ৰেমে কোনো বয়সৰ বান্ধোন নামানে। এইদৰে ৰহস্য, সাহিত্যিকৰ ৰচনাসমূহৰ দৰেই তেওঁৰ ব্যক্তিগত জীৱনো সদায় স্মৰণীয়।

## সৰ্বাধিক কিতাপ বিক্ৰী হোৱা লেখিকা

ছোৱালীজনীৰ সৰু কালছোৱা নানা ৰোগ-ব্যাধিয়ে লগ নেৰা হ'ল। ন কি দহ বছৰ বয়সত এটি মাৰাত্মক ৰোগ হৈ বিচনাৰ পৰা উঠিব নোৱৰা কৰিলে তাইক। বিচনাত অলসভাৱে পৰি থকা দেখি মাকে যাৰ তাৰ পৰা কিছুমান কিতাপ সংগ্ৰহ কৰি আনি দিলে তাইক। সেইবোৰকে পঢ়ি পঢ়ি তাই দিন কটাবলৈ ধৰিলে আৰু শেষত তাইয়েই হৈ পৰিল বিশ্বৰ সৰ্বাধিক কিতাপ বিক্ৰী হোৱা লেখিকা। এওঁ অন্য কোনো নহয় । নাম আগাথা ক্ৰিষ্টি জনিপ্ৰিয় কথাশিল্পী ৰূপে পৰিচিত ক্ৰিষ্টিৰ ৭৮ চখন উপন্যাসৰ ৪৪ টা বিভিন্ন ভাষাত প্ৰায় ২ কোটিতকৈয়ো অধিক কপি বিক্ৰী হৈছে। ক্ৰিষ্টিৰ ভালেকইখন উপন্যাস অসমীয়া ভাষালৈও অনুদিত হৈছে।



- নাৰীসকলে প্ৰেমৰ সম্পৰ্কে সিদ্ধান্ত ল'বলৈ এজন পুৰুষতকৈ বেছি সময়ৰ আৱশ্যক হয়।
- যি সকলৰ প্ৰেম এটা পলকতে আৰম্ভ হয়, তেওঁলোকৰ ভিতৰত প্ৰায় ৭০% ক্ষেত্ৰতে একে ধৰণে প্ৰেমৰ যতিও পৰে।
- সাধাৰণতে নাৰী পুৰুষ নিৰ্বিশেষে প্ৰথম অৱস্থাত প্ৰেমত পৰে ১৩/১৪ বছৰ বয়সত। ইয়াৰ পাচত গভীৰ প্ৰেমত পৰে তাৰ প্ৰায় চাৰি বছৰ পাচতহে।
- আপুনি জানেনে স্বাভাৱিকতে সকলোৰে ক্ষেত্ৰত প্ৰযোজ্য নহ'লেও এজন মানুহ প্ৰেমত পৰে প্ৰায় ছবাৰ। কিন্তু আমাৰ মাজৰ প্ৰায় ২৫% মানুহ যেন প্ৰেমত পৰিবৰ বাবেই জন্ম হৈছে। জানেনে গোটেই জীৱন এওঁলোকে প্ৰায় ১২ বাৰ প্ৰেমত পৰে।

বিখ্যাত ব্যক্তিৰ প্ৰেম

# জন ষ্টুৱাৰ্ট মিল

*জন ষ্টুৱাৰ্ট মিল ইংৰাজী সাহিত্যৰ এটি চিনাকি নাম। বিশ্বৰ ৰাজনৈতিক চিন্তাবিদসকলৰ ভিতৰত মিল অন্যতম আৰু তেওঁ নাৰীবাদৰ চিন্তাধাৰাৰ পথ প্ৰদৰ্শক। মিলৰ আত্মজীৱনী বিশ্ব সাহিত্যৰ অন্যতম সম্পদ।*

## শৈশৱৰ এখিলা পাত

বিশ্ববিশ্ৰুত জন ষ্টুৱাৰ্ট মিলৰ জন্ম হয় ১৮০৬ চনৰ ২০ মে'ৰ দিনা লণ্ডনত। মিলৰ দেউতাক হ'ল 'ব্ৰিটিছ ভাৰত বুৰঞ্জী' প্ৰণেতা পণ্ডিত জেমছ মিল। মিলে কোনো বিদ্যালয়লৈ নগৈ ঘৰতে দেউতাকৰ তত্ত্বাৱধানত শিক্ষা লাভ কৰে। সৰুতেই মিলৰ দেউতাকে তেওঁক গ্ৰীক দাৰ্শনিকৰ বিখ্যাত কিতাপসমূহৰ ওপৰত জ্ঞান দিয়ে। আচৰিত কথা যে মাত্ৰ তিনি বছৰ বয়সতে তেওঁ গ্ৰীক ভাষা শিকি পেলাই আৰু চাৰি বছৰত তেওঁ লেটিন ভাষা শিকিছিল। আঠ বছৰ বয়সত তেওঁ গ্ৰীক ভাষাৰ ভালেমান কিতাপ পঢ়ি শেষ কৰাৰ উপৰিও বীজগণিত আৰু গণিত শাস্ত্ৰটো সফলতা দেখুৱাইছিল।

জন ষ্টুৱাৰ্ট মিলৰ আত্মজীৱনীত পোৱা যায়— 'মই কেতিয়াৰ পৰা গ্ৰীক শিকিবলৈ আৰম্ভ কৰো মোৰ অলপো মনত নপৰে। পিছত মোক জানিবলৈ দিয়া হৈছিল যে তেতিয়া মোৰ বয়স হৈছিল মাত্ৰ তিনি বছৰ। .....মোৰ ৰিণিকি ৰিণিকি মনত পৰে 'ঈছপৰ সাধু'ৰ কথা। এইখনেই মই পঢ়া গ্ৰীক ভাষাৰ প্ৰথম পুথি। স্পষ্টকৈ মনত পৰিছে 'অ্যানাবেচিছ' হ'ল মই পঢ়া দ্বিতীয়খন কিতাপ। ....গ্ৰীক গদ্য লেখকসকৰ ভিতৰত মোৰ মনত আছে হিৰ'ডটাছৰ ৰচনাৱলী পঢ়ি মই শেষ

কৰিছিলো। তাৰ পাছত পঢ়ো 'জেন'ফ'ন ছাইৰ' পিডিয়া' আৰু 'ছক্ৰেটিছৰ স্মৃতি। উল্লেখযোগ্য যে আঠ বছৰত মিলে পঢ়া কিতাপবোৰ হ'ল ডায়'জিনিছ লাৰ্টিয়াছে ৰচনা কৰা কেইজনমান দাৰ্শনিকৰ জীৱনী, লুছিয়াৰৰ ৰচনাৰ কিয়দংশ আৰু ঈছ'ক্ৰেট্‌ছৰ 'এড্‌ডিম নিকাম' আৰু 'এড্‌নিকক্লেম' আদি উল্লেখযোগ্য। সাত বছৰ বয়সত তেওঁ পঢ়ে 'ইউথ্রিফ'ৰ পৰা 'থিয়টিটাছ'লৈকে প্লেট'ৰ প্ৰথম ছটা কথোপকথন।

মিলে শৈশৱতে পঢ়া প্ৰিয় বুৰঞ্জী হ'ল 'ৰোমৰ বুৰঞ্জী', ৰৱাটছনৰ 'ৰজা ফিলিপ', ৰোলিনৰ 'প্ৰাচীন বুৰঞ্জী', তাৰোপৰি 'যাজকীয় বুৰঞ্জী' আদি উল্লেখযোগ্য। মিলৰ আত্মজীৱনীত পোৱা যায় যে সৰু কালত তেওঁৰ কোনো খেলনা বস্তু নাছিল, সংগী আছিল মাথো কিতাপ। তাৰ ভিতৰত 'ৰবিনছন ক্ৰুছ', 'আৰব্য ৰজনী', 'আৰবৰ সাধু', 'ডন কুইক্‌ছট', 'গুণীমূৰ্খ' এনছনৰ 'জলমাত্ৰা' আদি বিশেষভাৱে উল্লেখযোগ্য।

মিলে আত্মজীৱনী লেখাৰ কাৰণ তেওঁৰ আত্মজীৱনীতে উল্লেখ কৰি গৈছে। ভৱিষ্যত বংশধৰসকলৰ কাৰণে আৰু তেওঁৰ বৌদ্ধিক আৰু নৈতিক বিকাশৰ ক্ষেত্ৰত যিসকলৰ ওচৰত বিশেষভাবে ঋণী সেইসকলৰ কথা অকপটে স্বীকাৰ কৰাৰ এক সাধু ইচ্ছা থকাৰ কাৰণেই মিলে আত্মজীৱনী লিখে। পেছাত তেওঁ ইষ্ট ইণ্ডিয়া কোম্পানীৰ বিষয়া আছিল যদিও তেওঁৰ যশ-খ্যাতি ধূপৰ সুগন্ধৰ দৰে দূৰ দূৰলৈ বিয়পি পৰিছিল।

## নাৰী আৰু প্ৰেম

প্ৰতিজন সফল পুৰুষৰ সফলতাৰ আঁৰত থাকে এগৰাকী নাৰী। পুৰুষৰ জীৱনত স্ত্ৰী, মাতৃ, ভগ্নী, প্ৰেয়সী আদিৰ প্ৰভাৱ সঁচাকৈয়ে অপৰিসীম। উল্লেখযোগ্য যে কস্তুৰবাৰে মহৎ আদৰ্শ তথা অনুপ্ৰেৰণাৰ বলতে মোহনদাস এদিন 'মহাত্মা গান্ধী' হৈছিল, জয়মতীৰ অসামান্য ত্যাগৰ কাৰণেই পলৰীয়া গদাপানি এদিন 'গদাধৰ' নাম লৈ ৰাজপাতত বহিছিল, সৰ্বকালৰ শ্ৰেষ্ঠা সুন্দৰী প্ৰত্যুৎপন্নমতি ক্লিঅ'পেট্ৰাই তেওঁৰ স্বামী এণ্টনিয়ে বৰশীৰে মাছ মাৰি ভাল পাইছিল কাৰণেই

স্বামীৰ মনৰ খোৰাক যোগাবৰ কাৰণে দাসৰ হতুৱাই পানীৰ তলত বৰশীত মাছ গাঁথি দিছিল, সেইদৰে জৱাহৰলাল নেহৰুৰ প্ৰেৰণাৰ উৎস আছিল এডুইনা, টলষ্টয়ৰ পত্নী ছফিয়াৰ ত্যাগ স্বীকাৰৰ বাবেই বিশ্বই বিশ্বসাহিত্যৰ অক্ষয় কীৰ্তিস্তম্ভ 'ৱাৰ এণ্ড পিচ'ক জানিব পাৰিলে। .... এইদৰে বহুতো উদাহৰণ পোৱা যায়— য'ত পুৰুষৰ সফলতাৰ আঁৰত এগৰাকী নাৰীৰ নাম অন্তৰ্নিহিত হৈ আছে।

নাৰী আৰু পুৰুষ দুটি পৰিপূৰক সত্ত্বা। অকলশৰীয়াকৈ এজন পুৰুষ যিদৰে সম্পূৰ্ণ নহয় সেইদৰে অকলশৰীয়া এগৰাকী নাৰীও সম্পূৰ্ণ নহয়। পুৰুষ বা নাৰী এককভাৱে সম্পূৰ্ণ নহয়। সেয়ে নাৰী-পুৰুষ ৰ অৰ্ধাঙ্গিনী। নাৰী আৰু পুৰুষ মিলিয়েই হয় সংসাৰ। নাৰীয়ে পুৰুষক সাহস দিয়ে, পুৰুষৰ কৰ্মপ্ৰেৰণাৰ উৎস নাৰী।

সৌন্দৰ্য আৰু যৌৱনৰ উপাসক ষ্টুৱাৰ্ট মিলৰ জীৱনলৈ অহা তথা মিলৰ জীৱনৰ আঁৰৰ নাৰী আৰু কৰ্মপ্ৰেৰণাৰ উৎস হ'ল 'হেৰিয়েট টেইলৰ'। হেৰিয়েট মিলৰ জীৱনৰ প্ৰেমৰ বলিয়া বানৰ প্ৰথম স্পৰ্শ। হেৰিয়েটেই মিলক অনুৰাগ দেখুওৱা প্ৰথম নাৰী। তেওঁ মিলৰ হৃদয় চুই গৈছিল। উল্লেখযোগ্য যে প্ৰেমিকা হেৰিয়েট প্ৰথমে মিলৰ পত্নী বা প্ৰেয়সী নাছিল। বিস্ময়কৰ আছিল দুয়োৰে প্ৰেমৰ সম্পৰ্ক।

১৮৩০ চনত মিল হেৰিয়েটৰ সংস্পৰ্শলৈ আহে আৰু মিলৰ ব্যক্তিগত জীৱনো এই অপৰূপাই উদ্বোধিত কৰি তোলে। হেৰিয়েট টেইলৰ আছিল জন টেইলৰ নামৰ এজন ধনাঢ্য ব্যৱসায়ীৰ মৰমৰ পত্নী আৰু হেলেন টেইলৰ নামৰ এজনী কন্যা সন্তানৰ জননী।

প্ৰাচ্য আৰু পাশ্চাত্য সমাজত প্ৰেমৰ স্থান বহুত উৰ্ধত। প্ৰেম মানৱ সভ্যতাৰ যুগান্তকাৰী সম্পদ আৰু ই সম্পূৰ্ণ মানৱীয়। আদম-ঈভৰ দিনৰ পৰা বৰ্তমানলৈকে মানৱ সমাজ বৰ্ণময় প্ৰেমৰ অটল সমুদ্ৰত ডুব গৈ আছে। একোটা মিঠা হাঁহিৰেই মানুহৰ হৃদয়ৰ গহন বনত প্ৰেমৰ বীজ অংকুৰিত কৰিব পাৰে।

প্ৰথমতে, মিল আৰু হেৰিয়েটৰ সম্পৰ্ক আছিল বন্ধুত্ব, যদিও তেওঁৰ সৌন্দৰ্য আৰু ব্যক্তিত্বই মিলক আমনি দিছিল, ৰোমাণ্টিক মনোভাৱ সম্পন্ন মিলৰ হৃদয় গহনত অশ্ৰুত বাঁহীৰ সুৰ বাজি উঠিছিল। এদিন তেওঁ বান্ধৱীৰ পৰাই প্ৰেয়সীৰ

ভালপোৱা, প্ৰেম-ৰোমাঞ্চ আদি আশা কৰিলে। এদিন বন্ধুত্ব প্ৰেমলৈ ৰূপান্তৰিত হ'ল। মিলৰ সুখ-দুখৰ সমভাগী হোৱা হেৰিয়েট তেওঁৰ এগৰাকী ভাল বান্ধৱী আছিল যদিও ক্ৰমাৎ তেওঁ মিলৰ প্ৰেমিকা হয় আৰু মিলৰ মাজত নিজকে এদিন বিলীন কৰি দি প্ৰেমিকা হৈ পৰিছিল উষ্ণতম সহানুভূতিৰ মিলৰ পত্নী। আফগান কবি নিদিমে লেখিছে —

"মোৰ যেতিয়া মৃত্যু হ'ব — প্ৰিয়তমা পাৰ হৈ যাব কবৰৰ কাষেৰে ঈৰ্ষাতুৰ প্ৰতিদ্বন্দ্বীবোৰে তাইক দেখুৱাই দিব এইটো তাইৰেই ভালপোৱাত নিহত এজন শ্বহীদৰ স্মৃতি স্তম্ভ।"

১৮৪৯ চনত জন টেইলৰৰ মৃত্যু হয়। জন টেইলৰৰ মৃত্যুৰ পাছত হেৰিয়েটৰ সৈতে মিলৰ ঘনিষ্ঠতা বৃদ্ধি পালে আৰু তাৰ দুবছৰৰ পাছতে মিলে বিধবা হেৰিয়েটক বিয়া কৰায়।

হেৰিয়েটৰ দ্বিতীয় বিবাহৰ পাছত জন টেইলৰ আৰু হেৰিয়েটৰ দুহিতা হেলেন টেইলৰ মিলৰ ঘৰতে থাকিবলৈ ল'লে। হেলেনে মিলৰ পৰা পিতৃসম মৰম-চেনেহ পাইছিল আৰু তায়ো পিতৃস্বৰূপ মিলৰ লিখা-পঢ়াত অপৰিসীম প্ৰেৰণা যোগাইছিল। প্ৰকৃততে মিল আছিল সৌভাগ্যৱান যিজনে একেটা দেহাতে বান্ধৱী, প্ৰেয়সী আৰু পত্নীক পাইছিল।

জীৱনৰ যিকোনো মহত্ত্বৰ প্ৰকাশ ঘটে প্ৰেমৰ মাজেৰে। প্ৰেমৰ সম্পৰ্কই মানুহক পৰম সত্যৰ সন্ধান দিব পাৰে একমাত্ৰ হৃদয়ৰ স্পৰ্শানুভূতিৰ মাজেৰে। বিজ্ঞানত সৃষ্টি আৰু ধ্বংসৰ ফৰ্মুলা থাকে। প্ৰেমত সত্য আৰু শান্তি থাকে। জীৱনত সত্য আৰু শান্তি নাথাকিলে সৃষ্টিৰ মাদকতা নাথাকে। নিগ্ৰো কবি জৰ্জিযা ডগলাছ জনচনে কোৱাৰ দৰে 'কিয়নো প্ৰেমে নামানে যুক্তি, নিৰ্যাতিত হৃদযৰ ভিতৰে বাহিৰে বহ্নিমান যি অব্যাহত গতি কোনে জানে তাৰ কি প্ৰকৃত যুক্তি ?'

প্ৰেমৰ ওপৰত প্ৰকৃত যুক্তি আছে নে নাই নাজানো। কবিৰ ভাষাত প্ৰেমে কোনো যুক্তি নামানে — মাথো আগবাঢ়ে প্ৰিয়জনৰ অভিমুখে। প্ৰেমে মানুহক ঋণী কৰে, ধন্য কৰে, ত্যাগী কৰে, দুৰ্জেয় সাহসী কৰে আৰু কঙালো কৰে। প্ৰেম আৰু যৌন আকৰ্ষণ পৃথক অথচ একেটা মুদ্ৰাৰ দুটা পিঠি। প্ৰেম এক উচ্চস্তৰীয় আত্মিক উপলব্ধি।

আধুনিক ইংৰাজ কবি মিলিয়াম বাটলাৰ য়েটচে 'Soloman and the witch' কবিতাত দেখুৱাইছে যে সম্পূর্ণ দৈহিক মিলন এটায়ো নাৰী-পুৰুষক অমৰত্ব প্ৰাপ্ত কৰিব পাৰে।

প্লেটোৰ 'চিম্পজিয়াম'ত ডায়েটিমা আৰু চক্ৰেটিছৰ মাজত হোৱা কথোপকথনত কোৱা হৈছে যে প্ৰেম মানে কেৱল সুন্দৰ প্ৰীতি নহয়, ই সুন্দৰক সৃষ্টি কৰাৰ কথাকো সামৰে। চিৰন্তন মংগল লাভ যিহেতু প্ৰেমৰ লক্ষ্য, প্ৰেমে মংগলৰ লগতে অমৰত্বৰ আকাংক্ষা কৰিবই। সন্তান জন্মৰ মাজেদিয়ে সাধাৰণ মানুহে সৌন্দৰ্য সৃষ্টি কৰে আৰু অমৰত্ব লাভ কৰে।

প্লেটোৰ 'চিম্পজিয়াম'ত চক্ৰেটিছে প্ৰেমৰ নীতিৰ কথা উল্লেখ কৰিছে। প্লেটনিক প্ৰেমো দেহাতীত প্ৰেম। এই প্ৰেম কোনো বিশেষ মানৱী দেহাৰ প্ৰেমতে বৈ নাথাকে। প্ৰেম একৰ পৰা দুই, দুইৰ পৰা তিনি আদি কৰি সমস্ত সুন্দৰ জগত প্ৰপঞ্চলৈ প্ৰসাৰিত হয়। তাৰ পিছৰ পৰ্যায়ত সি দেহৰ পৰা দেহাতীত আদৰ্শ ৰূপৰ ধ্যানলৈ সলনি হয়। এই ধ্যানেই শেষত গৈ একক, সৰল, পৰম আৰু চিৰন্তন সৌন্দৰ্যৰ ধ্যানলৈ সলনি হয়। প্ৰেম হৈ পৰে প্ৰেম আৰু সৌন্দৰ্যৰ এক অবিনশ্বৰ ধাৰণা।

শ্বেক্সপীয়েৰে চনেটত প্ৰেমক অমৰ কৰিবলৈ দাবী জনাইছে এনেদৰে — 'And all in war with time, for love of you/as the takes from you. I engraft you new.'

উল্লেখযোগ্য যে হেৰিয়েটে মিলৰ নাৰী সম্পৰ্কে সুস্থ ধাৰণা গঢ়ি তোলাত বিশেষ অৰিহণা যোগাইছিল। মিলৰ বৌদ্ধিক জগতত হেৰিয়েটৰ অৱদান কিমান প্ৰচুৰ তাক 'On loberty' নামৰ গ্ৰন্থত পোৱা যায়। মিলৰ কালজয়ী কিতাপ 'The subjection of women' ৰচনা কৰাত হেৰিয়েটৰ অৱদানৰ কথা মিলে স্বীকাৰ কৰিছে। উল্লেখযোগ্য যে 'The subjection of women' খন মিলে ১৮৬০-১৮৬১ চনৰ ভিতৰত লিখিছিল যদিও সেইখন প্ৰকাশ পাইছিল ১৮৬৯ চনতহে।

১৮৫৮ চনত হেৰিয়েট এই পৃথিৱীৰ পৰা আঁতৰি যায় আৰু মিলে হেৰুৱাব লগা হয় জীৱনৰ অৰ্ধাঙ্গিনীক। হেৰিয়েটৰ মৃত্যুৰ পাছত মিলৰ অধ্যয়ন, দৰ্শন,

লিখনি আদিত পোনপটীয়াকৈ অংশ গ্ৰহণ কৰে হেলেনে। ১৮৭৩ চনৰ ৭ মে'ত মিলৰ মৃত্যু হয় আৰু তেওঁৰ আত্মজীৱনী Autobiography' হেলেনেই প্ৰকাশ কৰে।

হেৰিয়েট, হেলেনৰ উপৰিও মিলৰ নাৰী সম্পৰ্কে চিন্তা-চৰ্চাত আৰু তেওঁৰ সৃজিনী প্ৰতিভাক অতুলনীয় অনুপ্ৰেৰণা জগাইছিল লেখিকা মেৰী ৱলষ্টোনক্ৰেফ্‌টে। ঋষি অৰবিন্দই কৈছিল— 'কাৰ্য নিৰ্ধাৰণ কৰা পুৰুষৰ অধিকাৰ, সাহায্য আৰু উৎসাহ দিয়া স্ত্ৰীৰ অধিকাৰ।

ষ্টুৱাৰ্ট মিলক নাৰীবাদৰ পথ প্ৰদৰ্শক বুলি কোৱা হয়। তেওঁৰ দ্বাৰা ৰচিত কালজয়ী গ্ৰন্থ 'The subjection of women' খনত নাৰী সম্পৰ্কে অতি পৰিষ্কাৰ আৰু সুস্থ চিন্তাধাৰাৰ প্ৰতিফলন ঘটিছে। দেখা যায় যে ঊনবিংশ শতিকাৰ শেষৰ পৰা সাম্প্ৰতিক কাললৈকে যিমানবোৰ নাৰী অধিকাৰ সাব্যস্তৰ বাবে আন্দোলন, চিন্তা-চৰ্চা আদি চলি আহিছে তাৰ দিক্ নিৰ্ণয়কাৰী হিচাপে মিলৰ যুক্তি, দৰ্শন সদায় অপৰিহাৰ্য হৈ আহিছে। সেই সময়ত নাৰীক ভোটাধিকাৰ নিদিয়াটোৰ তীব্ৰ বিৰোধিতা কৰি মিলে লিখিছিল— 'যিকোনো পৰিস্থিতিত থাকি পুৰুষে ভোটাধিকাৰ সাব্যস্ত কৰিব পাৰে, কিন্তু নাৰীয়ে ভোটাধিকাৰ নোপোৱাৰ কোনো যুক্তি থাকিব নোৱাৰে।'

নাৰীবাদৰ মহান বাটকটীয়াজনাৰ দৃষ্টিত সময় আৰু সভ্যতাৰ অগ্ৰগতিৰ লগে লগে দাস প্ৰথা প্ৰায় উচ্ছেদ হৈ গ'ল, অৱশ্যে নাৰী দাসী বুলি গণ্য কৰি সকলো কামৰ বোজা তেওঁলোকৰ মূৰৰ ওপৰত জাপি দি পুৰুষ প্ৰধান সমাজে অবিচাৰ চলাই আহিছে। তেওঁ কৈছে— "প্ৰতিটো ঘৰত এগৰাকী বান্দীৰ বাহিৰে এতিয়া আৰু কোনো দাস বা দাসী নাই।'

## টেইলাৰৰ সান্নিধ্যত মিলৰ সাহিত্য

ডাচ কেপিটেলৰ স্ৰষ্টা কাৰ্লমাক্সৰ জীৱনৰ সংগ্ৰামময় দিনবোৰত তেওঁৰ পত্নী জেনিয়ে ছাঁৰ দৰে লাগি থাকি প্ৰেৰণা নিদিয়া হ'লে হয়তোবা ডাচ কেপিটেলৰ

জন্মই নহ'লহেঁতেন। ডাণ্টেৰ ডিভাইন কমেডিৰ মূল উৎস আছিল এগৰাকী সাধাৰণ নাৰীৰ প্ৰতি থকা লেখকৰ প্ৰেমৰ আকুলতা। যাৰ নাম আছিল বিয়েট্ৰিছ। সাধাৰণ হ'লেও এই গৰাকী নাৰী ডাণ্টেৰ বাবে আছিল অসাধাৰণ প্ৰেৰণাৰ উৎস ঠিক সেইদৰে লিওনাৰ্ডৰ বাবে মনালিছা, আইনষ্টাইনৰ বাবে মিলেভা মাৰিক, হিটলাৰৰ বাবে ইবা ব্ৰাউন আছিল প্ৰেৰণাৰ নিৰ্মল উৎস। নেপোলিয়ন বোনাপাৰ্টৰ দৰে ইতিহাসৰ বিশ্ব বিশ্ৰুত চৰিত্ৰৰ এজন লোকৰ বাবে প্ৰেৰণাৰ উৎস আছিল তেওঁতকৈ ছয় বছৰে ডাঙৰ বিধবা মহিলা জোচেফাইন। জোচেফাইনক ইতিহাসে দুঃচৰিত্ৰা আৰু বিশ্বাসঘাতিনী বুলি উল্লেখ কৰিলেও প্ৰেয়সী হিচাপে নেপোলিয়নৰ জীৱনত সেই নাৰীৰ প্ৰেৰণা অপিৰিসীম"

এজন মানুহৰ জীৱনত এগৰাকী নাৰীয়ে কিমান প্ৰভাৱ বিস্তাৰ কৰে তাৰ দৃষ্টান্ত অলেখ। প্ৰভাৱ দুই ধৰণৰ হ'ব পাৰে। খুব সহজ কথাত — ভাল আৰু বেয়া। নাৰীয়ে যে সৃষ্টিৰ পাতনিত অৰিহণা যোগায় একেবাৰে সঁচা কথা, কিন্তু অকল সৃষ্টিৰ পাতনিয়েইনে? সৃষ্টিশীল ভাবনাৰ, সৃষ্টিশীল ৰহস্যৰ আৰু বহুত কিবা-কিবি। এজন পুৰুষৰ জীৱনলৈ এগৰাকী নাৰীয়ে অজস্ৰ সম্ভাৰ কঢ়িয়াই লৈ আহে। কোনোবাই সেই সম্ভাৰ কাৰোবাক দেখুৱায়, কোনোবাই লোকচক্ষুৰ পৰা আঁৰ কৰি মেলি চায়। জ'ন ষ্টুৱাৰ্ট মিলে সকলোবোৰ ফালি-ছিৰি দেখুৱালে। কেৱল দেখুওৱাই নহয়, মিলৰ জীৱনত মিছেছ টেইলৰে অজস্ৰ প্ৰভাৱ বিস্তাৰ কৰাৰ কথা কিতাপৰ বুকুত লিপিবদ্ধ কৰিলে।

হেৰিয়েট টেইলৰৰ প্ৰথমে জ'ন টেইলৰৰ লগত বিয়া হৈছিল। বিবাহৰ কিছুবছৰৰ পিছত জ'ন টেইলৰৰ মৃত্যু হয় আৰু ১৮৫১ চনত জ'ন ষ্টুৱাৰ্ট মিলৰ লগত দ্বিতীয় বিবাহ হৈছিল। জ'ন ষ্টুৱাৰ্ট মিলে এগৰাকী অনন্ত জ্ঞানৰ অধিকাৰী নাৰীৰ লগতে কন্যা হেলেন টেইলৰকো পাইছিল— যিগৰাকী হেৰিয়েটৰ মৃত্যুৰ পিছত মিলৰ জীৱনত অজস্ৰ প্ৰেৰণাৰ উৎস হৈছিল। এইখিনিতে মিলৰ ভাষাত হেৰিয়েট টেইলৰ সম্পৰ্ক কিছু কথা কোৱা ভাল হ'ব— 'My first introduction to the lady, who after a friendship of twenty years consented to become my wife, was in 1830, when I was in my twenty fifth and she in her twenty third year.' ইয়াৰ অৰ্থ আমি এইটোৱেই বুজিম যে মিল

আৰু হেৰিয়েটৰ মাজত 'confidential friendship' আছিল। অৱশ্যে মিলে এই টো স্বীকাৰ নকৰাকৈ থকা নাছিল। '...... Not only during the years of our married life, but during many of the years of confidential frienship which preceded, all my published writings were as much her work as mine, her share in them constantly increasing a year's advanced (p. 184-Autobiography of J.S. Mill)' যি কি নহওক, হেৰিয়েটী লগত মিলৰ বন্ধুত্ব পুৰণি।

হেৰিয়েটৰ সৰুতেই বিয়া হৈছিল। এজন সৃষ্টিশীল মানুহ আৰু এটা কলা সুলভ মনৰ বাদে হেৰিয়েটে সকলো পাইছিল। বোধহয় এই অনুভৱৰ অন্ততেই হেৰিয়েটে বিচাৰি পাইছিল মিলক। 'Married at a very early age, to a most upright, brave and honourable man of liberal opinions and good education, but without the intellect or artistic tastes, which would have made him a companion for her..... ' হেৰিয়েটৰ নিচিনাকৈ অৱশ্যে অন্যান্য বহুতো নাৰীৰ জীৱনত এনে অৱস্থা হৈছে। অব্যক্ত বেদনা লৈ অনেক নাৰীয়ে জীৱন অতিবাহিত কৰিব লগীয়া হয়। কাৰোবাৰ কেতিয়াবা মুক্ত প্ৰকাশ হয় আৰু কোনোবাই গুজৰি-গুমৰি থাকিব লগীয়া হয়।

জ'ন ষ্টুৱাৰ্ট মিলৰ জীৱনত পিতৃ জেমছ মিলৰ প্ৰভাৱ যেনেকৈ অপৰিসীম, ভাৰ্যা হেৰিয়েটৰ প্ৰভাবো সমানে অপৰিসীম। বৰঞ্চ বেছি বুলিহে মিলে নিজৰ আত্মজীৱনীত কৈছে। যিজন মিলে তিনি বছৰ বয়সতে অংক শাস্ত্ৰ আৰু গ্ৰীক্ ভাষাৰ জ্ঞান আয়ত্ত কৰিছিল, যিজন মিলে ছয় বছৰ বয়সতে হিউম, গিবনৰ সাহিত্য ৰোমন্থন কৰিছিল আৰু ৰোমান সাহিত্য পঢ়িছিল সেইজন মিলৰ জীৱনত প্ৰভাৱ পেলাব পৰা নাৰীগৰাকীও কম জ্ঞানৰ অধিকাৰিণী হ'ব নালাগিব।

মিলৰ যুগজয়ী গ্ৰন্থসমূহ — যেনে, Libesty, The Subjection of Women, His Autobiography যেন মিছেছ টেইলৰ আৰু মিলৰ যুগ্ম প্ৰচেষ্টাৰ ফল। দেউতাক জেমছ মিলতকৈও যেন মিছেছ টেইলৰে জ'ন ষ্টুৱাৰ্ট মিলৰ জীৱন প্ৰভাৱান্বিত কৰিছিল। এই গৰাকী নাৰীয়ে একাল বন্ধুত্বৰ এনাজৰীয়ে আৰু একাল পত্নীৰূপে জ'ন ষ্টুৱাৰ্ট মিলক প্ৰভাৱান্বিত কৰিছিল।

আটাইতকৈ উল্লেখযোগ্য কথাটো হ'ল — মিছেছ টেইলৰক লগ পোৱাৰ আগলৈকে নাৰীৰ অধিকাৰ বা নাৰীৰ স্থান সম্পৰ্কে মিলৰ ধাৰণা সম্পূৰ্ণ বেলেগ আছিল। কিন্তু মিছেছ টেইলৰক লগ পোৱাৰ পৰাই মিলৰ ধাৰণা সম্পূৰ্ণ সলনি হ'ল— 'I saw no more reason why women should be held in legal subjection to other people, than why men should, I was certain that their interest required fully as much protection as those of men, and were quite as little likely to obtain it without an equal voice in making the laws by which they are to be bound.'

১৮৫৮ চনত মিছেছ টেইলৰৰ মৃত্যুৱে মিলৰ জীৱনলৈ কঢ়িয়াই আনিছিল এক অন্ধকাৰ। অৱশ্যে কন্যা হেলেন টেইলৰে মিলৰ জীৱনলৈ অহা অন্ধকাৰ ভালেখিনি আঁতৰাই ৰাখিছিল। মিলে পত্নী বিয়োগৰ পিছত বছৰৰ আধা ভাগ ফ্ৰান্সৰ এভিগন'ত ' থাকিবলৈ লয় আৰু তাতে ১৯৭৩ চনত মৃত্যু হয়।

মিলে তেওঁৰ পত্নীৰ বিষয়ে "অনলিবাৰ্টি"ত কৈছে — যি আছিল মোৰ ৰচনাৰ সৰ্বোত্তম অনুপ্ৰেৰণাদাত্ৰী আৰু আংশিকভাৱে ৰচয়িত্ৰীও— যাৰ স্বীকৃতিয়েই মোৰ শ্ৰেষ্ঠ পুৰস্কাৰ। সেই গৰাকী নাৰীলৈ মোৰ এই কিতাপখন উৎসৰ্গা কৰিলো।'

* * * *

**পুৰুষৰ কোন অংগ নাৰীৰ কিমান পছন্দ ?**

| | |
|---|---|
| মুখ | ৫৫% |
| চুলি | ৮% |
| কান্ধ | ৭% |
| বুকু | ৬% |
| হাত | ৪% |
| অন্যান্য | ২০% |

* * * *

# বালজাক

ফৰাচী কথা সাহিত্যৰ কাণ্ডাৰী অনৰে দ্য বালজাক, ফৰাচী সাহিত্যত ধ্ৰুপদী উপন্যাস আৰু চুটি গল্প স্ৰষ্টা বালজাক এটি বহুশ্ৰুত নাম। চৰম দাৰিদ্ৰ্যজয়ী, সংগ্ৰামী সাহিত্যিক বালজাক স্বকীয় প্ৰতিভাৰে বিশ্ব সাহিত্য সভাতো এখন সুকীয়া আসনৰ অধিকাৰী। প্ৰাৰম্ভিক কালৰ পুনঃ পুনঃ বিফলতাক মনোবলেৰে সফলতালৈ ৰূপান্তৰিত কৰি সাধাৰণ লেখক এজন অসাধাৰণ সাহিত্য-স্ৰষ্টাৰূপে পৰিগণিত হ'ব পাৰে, বালজাক তাৰ জ্বলন্ত উদাহৰণ।

সৰ্বকালৰ শ্ৰেষ্ঠ উপন্যাসিকসকলৰ ভিতৰৰ এজনেই হ'ল বালজাক। নেপোলিয়নে তৰোৱাল লৈ আৰম্ভ কৰা জয় যাত্ৰাক কলমেৰে সাৰ্থক কৰিব খোজাজনেই হ'ল বালজাক। এয়ে হ'ল বালজাক যি দিন-ৰাতি কেৱল যশ, নাম আৰু খ্যাতিৰ সপোন দেখে। সপোন দেখে প্ৰেমৰ।

বালজাকৰ জন্ম হয় ১৭৯৯ চনৰ ২০ মে'ত। বালজাকৰ জীৱনৰ কাহিনীবোৰ বৰ মৰ্মান্তিক। জন্মৰ পৰাই তেওঁ মাতৃৰ অপত্য স্নেহৰ পৰা বঞ্চিত। তেওঁ কোনো কালে মাতৃৰ মৰম নাপালে। মাতৃ 'আন চাৰ্লোত লোৰ চালৰি' বালজাকৰ প্ৰতি কিয় ইমান নিৰ্দয় হৈছিল সেইটোও ৰহস্যৰ বিষয়। এইখিনিতে ইভান টুৰ্গেনিভৰ এষাৰ কথা প্ৰসংগক্ৰমে উল্লেখ কৰা হ'ল। তেওঁ কৈছিল— 'স্বাস্থ্যৱতী নিপোটল এগৰাকী মাতৃৰ বাহু বন্ধনত এটি শিশু ইয়াতকৈ আৰু মনোৰম দৃশ্য ভগৱানৰ সৃষ্টিত হ'ব নোৱাৰে।' ....কিন্তু বালজাকৰ মাতৃ আন চাৰ্লোত এনে এগৰাকী মাতৃ আছিল যি কেঁচুৱা অৱস্থাতেই বালজাকক এগৰাকী ধাইৰ হাতত তুলি দি ঘৰৰ পৰা বিদায় দিছিল। আনকি বালজাকে কোনো দিনে মাতৃৰ কোলাত উঠাৰ অধিকাৰ পোৱা নাছিল।

পৰৱৰ্তী কালত বালজাকে কৈছিল— 'মোৰ মা নাই। মোৰ মা কোনো কালেই নাছিল। [illegible] জীৱনত য'ত দুখ কষ্ট আৰু যন্ত্ৰণা পাইছো এই সকলোবোৰৰ বাবে দায়ী মোৰ মা।'

সঁচাকৈয়ে অসম্ভৱ কষ্ট পাইছিল সৰ্বত্ৰলোকৰ সৰ্বত্ৰকালৰ শ্ৰেষ্ঠ উপন্যাসিকজনাই। তেওঁ 'মা' নামৰ পবিত্ৰ শব্দটো আন চাৰ্লোতৰ ওচৰত ব্যৱহাৰ কৰিবলৈও কষ্ট পাইছিল।

# নাৰী আৰু প্ৰেম

পাবলো পিকাছোৱে কৈছিল — 'নাৰীবিহীন জীৱন ব্যৰ্থ। জীৱনৰ বাটত অষ্টাদশী গাভৰুৰ তপত চুমাৰ পৰশে জীৱনক অধিক আশাবাদী কৰি তোলে। নাৰীক বাদ দিলে জীৱন হ'ব নোৱাৰে।'

পুৰুষৰ সাফল্যৰ আঁৰত নাৰীৰ প্ৰেৰণা, উৎসাহ প্ৰীতি-ভালপোৱাই ইন্ধন যোগায়, ই পোহৰৰ দৰে সত্য। নাৰীয়ে পুৰুষৰ সাফল্যতাৰ চাবি-কাঠি। পুৰুষৰ অবিহনে নাৰী, নাৰীৰ অবিহনে পুৰুষে স্বতন্ত্ৰতা লাভ কৰিব নোৱাৰে।

মহৎ কামৰ সৃষ্টিৰ বাবেই নাৰীৰ প্ৰেৰণা, উৎসাহ, ত্যাগ অনস্বীকাৰ্য। নাৰীয়ে আত্মত্যাগৰ মাজেদি পুৰুষক মহৎ সৃষ্টিৰ কাৰ্যত প্ৰেৰণা যোগায়। নাৰীৰ প্ৰেমৰ অনুভূতিয়ে শিল্পীৰ, কবিৰ, সাহিত্যিকৰ মানস কাননত উদ্ভাসিত হৈ ধৰা দিয়ে— যাৰ ফলত সৃষ্টি হৈছে নানান ধৰণৰ সৃজনীমূলক কৰ্ম। এটা আকৰ্ষণীয় নাৰী দেহ সৌন্দৰ্যৰ প্ৰতীক যি সৌন্দৰ্য একোটা জীৱন্ত শিল্প, ....একোটা, কবিতা ..... একোটা আৰ্ট! বৰাহ মিহিৰে কৈছে—

'নাৰী হৈছে ভগৱানৰ সৃষ্টিৰ অলংকাৰ কৰ্ম, অৰ্থ আৰু ধৰ্মীয় কাৰ্য সমাপন কৰাত সহায় লোৱা উচিত।'

নাৰী চিত্তহৃদয় অতি কোমল। নাৰী পুৰুষৰ প্ৰকৃত প্ৰেমত থাকে আনন্দ উল্লাস প্ৰবল প্ৰাণশক্তি, গভীৰ আত্মবিশ্বাস, অনাবিল ভালপোৱাৰ আৰু প্ৰেৰণা। প্ৰকৃত প্ৰেমে পৰস্পৰৰ হৃদয়ত জ্বলাই তোলে আত্মাহুতিৰ অনল শিখা।

পুৰুষে নাৰীৰ মাজত বিচাৰে ৰস, আনন্দ আৰু মাধুৰ্য। নাৰীয়ে বিচাৰে পুৰুষৰ পুৰুষত্ব। অতুলনীয় ঐশ্বৰ্য। প্ৰেমে পৰস্পৰৰ ওচৰত দাবী কৰে নিজকে

জনা আৰু আনকো বুজা। প্ৰেমৰ উৰ্বৰ ভূমিত জন্ম হয় মানুহৰ প্ৰেমিক জীৱনৰ পূজাৰী, শব্দৰ খেতিয়ক।

মহাত্মা গান্ধীয়ে কৈছে — 'নাৰীক অবলা বুলি কৈ তেওঁলোকক নিন্দা কৰা হয়। নাৰীৰ প্ৰতি ই পুৰুষৰ অন্যায় বিচাৰ। যদিহে পশু শক্তিকে শক্তি বুলি কোৱা হয় তেন্তে ই সঁচা হ'ব যে নাৰী পুৰুষতকৈ কম পশু। আনহাতে শক্তি মানে যদি নৈতিক শক্তিকে বুজোৱা হয় তেন্তে স্বীকাৰ কৰিব লাগিব যে নাৰী পুৰুষতকৈ বহুগুণে শ্ৰেষ্ঠ।'

প্ৰেম এক স্বৰ্গীয় বস্তু। যাক কলমৰ ভাষাৰে বুজাব নোৱাৰি। মাত্ৰ উপলব্ধিহে কৰিব পাৰি। এই উপলব্ধিৰ কোনো সীমা নাই, কোনো ভাষা নাই। প্ৰকৃত প্ৰেম চিৰন্তন। শাশ্বত সত্য। 'Only true love can give human being the sense of comfort and happiness.'

প্ৰেম আৰু সৌন্দৰ্য নাৰী জীৱনৰ এক দুৰ্লভ মাধুৰী। প্ৰেম আঁতৰি যোৱাৰ লগে লগে সৌন্দৰ্য মৰহি পৰে বালজাকৰ জীৱনলৈ বহুতো নাৰী আহিছিল। নাৰী আৰু প্ৰেম তেওঁৰ জীৱনৰ এক এৰিব নোৱৰা গুপুত অধ্যায়।

প্ৰেম এক ব্যাখ্যাহীন, ৰহস্যময়, সৰ্বত্ৰ বিৰাজমান আশ্চৰ্য আৰু মহান অনুভূতি। জীৱনৰ লগৰী বা 'life partner'ৰ সৈতে হোৱা এক হৃদয়ৰ সাময়িক বুজাবুজি। ডঃ ছিগমণ্ড ফ্ৰয়েডৰ মতে প্ৰেম হ'ল এক উপাসনা। প্ৰেমিক-প্ৰেমিকাই পৰস্পৰৰ যি তীব্ৰ তাগিদা অনুভৱ কৰে সেয়ে প্ৰেম। প্ৰেমৰ মাজেদি প্ৰকৃততে পুৰুষ-নাৰীয়ে নিজৰ সুখ আহৰণতহে মত্ত হয়। প্ৰেমৰ ইন্দ্ৰিয় আসক্তিৰ বাবেই প্ৰেমিক-প্ৰেমিকাই এজনে আনজনৰ বচন শুনিব বিচাৰে, সৌন্দৰ্য উপভোগ কৰিব বিচাৰে, স্পৰ্শ কৰিব বিচাৰে; বুকুৰ মাজত আকোঁৱালি ল'ব বিচাৰে, চুম্বন দিব বিচাৰে— ল'ব বিচাৰে।

## প্ৰেমৰ কাঁচিয়লি ৰ'দত বালজাক

আন দহজন ডেকাৰ দৰে বালজাকৰ জীৱনলৈও প্ৰেম নামৰ মহান অনুভৱটি আহিছিল। কাৰোবাক মনে-প্ৰাণে পাবৰ কাৰণে উপাসনা কৰিছিল,

কোনোবা গাভৰুৰ অমৃতসম বচন শুনিবৰ বাবে অস্থিৰ হৈছিল, বুকুৰ চুবুৰিত কাৰোবাক স্থান দিবৰ কাৰণে উত্ৰাৱল হৈছিল.... কোনোবা ৰমনীৰ অধৰ পানৰ বাবে উন্মনা হৈছিল....। তেওঁ বিচাৰিছিল খ্যাতি, শান্তি আৰু নাৰীৰ প্ৰেম।

জীৱনৰ প্ৰথম ভুলটো আৰম্ভ হয় প্ৰেমৰ বতৰত। যৌৱনৰ বতৰত। যৌৱন কালতে আন্দোলিত হয় প্ৰেমৰ অনুভূতি।

একুৰি তিনি বছৰ বয়সলৈও বালজাকে প্ৰেম কি বস্তু, ভালপোৱা কাক কয়, প্ৰণয়ৰ স্পৰ্শৰ ৰং কেনেকুৱা বুজি পোৱা নাছিল। বুজি পোৱা নাছিল নাৰী আৰু প্ৰেমৰ 'ফৰ্মাইচ'। দেখা নাছিল নাৰীৰ হৃদয়ৰ ৰং। কাৰণ তেতিয়ালৈকে তেওঁ কোনো নাৰী-প্ৰেয়সীৰ সংস্পৰ্শলৈ অহা নাছিল।

## বালজাক আৰু মাদাম বেৰলিন প্ৰেম

পঢ়া-শুনা শেষ কৰি এদিন বালজাক প্ৰেমত পৰিল। তেওঁৰ হৃদয়ত প্ৰেমে আহি আশ্ৰয় ললে। প্ৰেম নিশ্চয় এনেকুৱাই কেতিয়া কাৰ হৃদয়ৰ 'কেনভাছত' ধৰা দিয়েহি কোনো ঠিক নাই। বালজাক প্ৰেমত পৰিল। প্ৰেয়সী যুৱতী নহয়। প্ৰেয়সী এগৰাকী মাতৃ। তাকো ৯টা সন্তানৰ মাতৃ। বয়স তেওঁৰ ৪৫ বছৰ। প্ৰেয়সীৰ নাম 'মাদাম বেৰলিৰ'। এয়ে শ্ৰেষ্ঠ উপন্যাসিক বালজাক যাৰ জীৱনৰ প্ৰথম প্ৰেম তথা প্ৰথম প্ৰেয়সী হ'ল ৯টা সন্তানৰ মাতৃ ৪৫ বছৰীয়া এগৰাকী যৌৱন হেৰুৱা নাৰী। অৱশ্যে মাদাম বেৰলিৰ এনে এগৰাকী মহিয়সী, মহিমাময়ী নাৰী যাৰ দেহৰ পৰা যৌৱন হেৰুৱালেও হৃদয়ৰ পৰা প্ৰেম নামৰ বিশাল অনুভূতিটো হেৰুওৱা নাছিল। সৌন্দৰ্য নামৰ পাশুপাট অস্ত্ৰপাট নাথাকিলেও প্ৰেম নামৰ দুৰ্লভ মাধুৰীখিনি তেওঁৰ অন্তৰত আছিল। বালজাকে তেওঁৰ অন্তৰৰ প্ৰেম ভালপোৱাখিনি মাদাম বেৰলিৰ ওচৰত অকপটে নিবেদন কৰি গ'ল। তাৰ প্ৰত্যুত্তৰত বেৰলিৰেয়ো বালজাকক দি গ'ল, প্ৰেম আৰু প্ৰেৰণা।

এজন পুৰুষৰ সাফল্যৰ আঁৰত নাৰীৰ যি প্ৰেৰণা থাকে বালজাকেও পালে বেৰলিৰ পৰা তেনে এক প্ৰেৰণা।

নাৰীৰ প্ৰেৰণা অবিহনে মহাকবি গ্যোটেক যিদৰে 'পূৰ্ণ মানৱ' ৰূপে নাপালোহেঁতেন, সেইদৰে মাদাম বেৰলিম্ব দৰে নাৰীৰ প্ৰেৰণা নোহোৱা হ'লে আমি বালজাককো চিনি নাপালোহেঁতেন। হয়তো শৈশৱতে মাতৃৰ অপত্য স্নেহৰ পৰা বিৰত থকাৰ বাবেই অজানিতে বালজাক এগৰাকী মাতৃৰ ওচৰ চাপিছিল। একেটা দেহাতে তেওঁ বিচাৰি পাইছিল মাতৃ, প্ৰেয়সী আৰু প্ৰেৰণাদায়ী ৰূপ। নাৰী তেওঁৰ দৃষ্টিত প্ৰেমিকা, ভগ্নী, পত্নী ..... মাতৃ আৰু ইন্দ্ৰিয়জাত উপলব্ধিৰ উৰ্ধ্বত মহাশক্তিমান দেৱী।

উল্লেখযোগ্য যে মাদাম বেৰলিৰ অসাধাৰণ ত্যাগ স্বীকাৰৰ ফলশ্ৰুতিয়ে পৰবৰ্তি কালতে বিশ্ববিখ্যাত সাহিত্যিক বালজাকৰ জন্ম দিয়ে। বেৰলিৰ সেই প্ৰেৰণা নোপোৱা হ'লে হয়তো পৃথিৱীয়ে আজি বালজাকক নাজানিলেহেঁতেন। হতাশাত ভোগা, মাতৃ স্নেহৰ পৰা বঞ্চিত বালজাকে যদি বেৰলিৰ পৰা প্ৰশ্ৰয় নাপালেহেঁতেন, যদি তেওঁ একেধাৰে মাতৃ, প্ৰেয়সী, প্ৰেৰণাদায়ী আৰু জীৱনৰ আঁৰৰ নাৰী নহ'লহেঁতেন— তেন্তে বিশ্বই নিঃসন্দেহে এজন অসাধাৰণ প্ৰতিভাধৰৰ সৃষ্টিৰ পৰা বঞ্চিত হ'লহেঁতেন। বেৰলিৰ হৃদয়ত আছিল এক অমৃত ভাণ্ডাৰ যি অমৃত পান কৰি বালজাক নীলকণ্ঠ হৈছিল। ইয়াকে কয় নাৰীৰ প্ৰেম আৰু প্ৰেৰণায়ে পুৰুষৰ জীৱন ধন্য কৰে। ধন্য বালজাকৰ জীৱন প্ৰেৰণাদায়িনী প্ৰণয়াকাংক্ষিনী মাদাম বেৰলিৰ বাবে। উল্লেখযোগ্য বালজাকৰ জন্মদায়িনী মাতৃ আন চাৰ্লোত আৰু প্ৰেয়সী মাতৃ মাদাম বেৰলিৰ একেজন বিশ্ব খনিকৰে গঢ়া হ'লেও দুটি ভিন্ন চৰিত্ৰৰ ভিন্ন ধাতুৰে গঢ়া জীৱন্ত নাৰী মূৰ্তি।

## বালজাক-ইভাৰ প্ৰেম

মাদাম বেৰলিৰ পাছতো বালজাকৰ জীৱনলৈ বহুতো নাৰী আগমন ঘটিছিল। তাৰ ভিতৰত 'ইভা দ্য হানস্কাৰ'ৰ নাম উল্লেখযোগ্য। পৰস্পৰৰ মাজত বহুতো প্ৰেমপত্ৰৰ আদান-প্ৰদান হৈছিল। প্ৰেমক জীৱন্ত কৰি তোলা ফৰাচী সাহিত্যিক জনাই ইভা দ্য হানস্কালৈ চিঠি লিখাৰ সময়ত ঘণ্টাৰ পাছত ঘণ্টা পাৰ কৰি দিয়ে

অথচ এটা শাৰীও লিখা নহয়। বালজাকে ছটফটাই, যন্ত্ৰণাত, — অস্থিৰতাত। বালজাকৰ অৱস্থা সেই জাপানী কবিজনাৰ দৰেই তথৈবচ, যি গৰাকী জাপানী কবিয়ে লিখিছিল— 'বতাহ যেতিয়া জোৰেৰে বলিবলৈ ধৰে তেতিয়া সমুদ্ৰ তীৰত অকলশৰীয়াকৈ থিয় হৈ ভাবো যেন সমুদ্ৰতীৰৰ সকলো বতাহ বুকুৰ ভিতৰত সুমুৱাই থৈ দিম। কিন্তু তেনে কৰিলে যে নিশ্বাস লোৱাত কষ্ট হয়। তোমাৰ চিঠি পালে মোৰো ঠিক তেনে অৱস্থাই হয়।'

প্ৰেম হৈছে এনে এটা পথ যি পথত মানুহ মুক্ত হয় স্বাৰ্থান্ধৰ পৰা আৰু সমষ্ট মানৱ জাতিৰ বাবেই দয়াবান হৈ এই নিঃসঙ্গতাৰ পৰা উদ্ধাৰ হয়।

আন্তৰিকতা অবিহনে প্ৰেম অৰ্থহীন। আকৌ য'ত বিশ্বাস নাথাকে তাত আন্তৰিকতা নাথাকে।

## কলমৰ শক্তিৰে বিশ্ব জয় কৰাৰ সপোন

বালজাক আছিল এক দুৰ্জেয় ইচ্ছা শক্তি, আদমনীয় জেদ আৰু দুৰ্লভ নিষ্ঠা পৰায়ণ ব্যক্তি। তেওঁৰ বয়স তেতিয়া ৩০ বছৰ। সেই সময়ত তেওঁ এটা নেপোলিয়নৰ সৰু মূৰ্তি কিনি আনিছিল। নেপোলিয়নৰ দৰে তেৰোঁ আছিল দুৰ্জেয় ইচ্ছা শক্তিৰ পুৰুষ। নেপোলিয়নৰ বাহিৰে আনৰ লগত যেন তেওঁৰ ইচ্ছা শক্তিৰ তুলনা নহয়। তেওঁ লিখা-পঢ়া কৰা টেবুলত কলম, দোৱাত, কাগজৰ বাহিৰেও অন্য এটি মূল্যবান সম্পদ থাকে, সেইটো হ'ল নেপোলিয়নৰ প্ৰস্তৰ মূৰ্তিটো। নেপোলিয়নৰ মূৰ্তিৰ বেদীত আছিল এখন কাগজ আৰু তাত বৰফলা আখৰেৰে লিখা আছিল এষাৰ বাক্য। বাক্য শাৰী হ'ল 'নোপোলিয়নে তৰোৱাল লৈ জয়যাত্ৰা কৰিছিল, মই কলমমেৰে তাক সাৰ্থক কৰিম।'

নিশা গভীৰ হ'লে চহৰো গাভৰু হয়। পেৰিচ চহৰ যেতিয়া গাভৰু হয় তথা চহৰীয়া ভদ্ৰলোকসকলে অলপমান পানীয় গলাধকৰণ কৰি সুন্দৰী ৰমণীৰ পাছ লয় তেতিয়া বালজাকে নেপোলিয়নৰ প্ৰস্তৰ মূৰ্তিৰ তলত মম জ্বলাই লিখিবলৈ

আৰম্ভ কৰে। কেতিয়াবা প্ৰুফ চায়। আকৌ লিখে — কেতিয়াবা নিজা নামত, কেতিয়াবা ছদ্মনামত। লিখি লিখি হাতৰ আঙুলি নচলা হয়। একাপ কাঢ়া কফি খাই.....! কেতিয়াবা যোগী সন্ন্যাসীৰ দৰে ধ্যান মগ্ন হয়। এয়া তেওঁৰ সাধনা। বিশ্ব জয় কৰাৰ সাধনা। তৰোৱাল শক্তিক কলমেৰে সাৰ্থক কৰাৰ সাধনা।

..... এয়াই বালজাক। যি দিন-ৰাতি কেৱল সপোন দেখে!.... খ্যাতিৰ সপোন ..... নেপোলিয়নৰ সপোন। দিনক ৰাতি কৰি ৰাতিক দিন কৰি কলম চলায়। .... এইদৰে সৃষ্টি হয় উপন্যাস। এখনৰ পাছত আন এখন। পাঁচ হেজাৰ চৰিত্ৰৰে 'হিউমেন কমেডি' লেখাৰ আধাৰো তেওঁ তৈয়াৰ কৰে। কেতিয়াবা আভিজাত্য সমাজৰ ভুৱা আভিজাত্যৰ অতপালীৰ বিষয়ে লিখি হেজাৰ হেজাৰ আভিজাত্য জনৰ হৃদয় বিদংসনা কৰে। তেওঁ ১২ ঘণ্টাৰ পৰা ১৫ ঘণ্টা বহি লেখা মেলা কৰে। মধ্য ৰাতিৰ পৰা পুৱা ৮ বজালৈকে মাত্ৰ লেখাত ব্যস্ত। এইদৰে লিখি লিখি তেওঁৰ আঙুলি অৱস হৈ পৰে আৰু মনো ক্লান্ত, ভাগৰুৱা হয়। তেতিয়া বিচাৰে তেওঁ এপিয়লা কপি।

বালজাকে অত্যাধিক কফি খাইছিল। এজন সংখ্যা নবিছে হিচাপ দিয়া মতে তেওঁ ১৮৩০ চনৰ পৰা ১৮৪৫ চনৰ ভিতৰত ৫০ হাজাৰ কাপ কফি পান কৰিছিল। এই ক'লা কফিয়ে তেওঁৰ কাল হ'ল। ডাক্তৰ এগৰাকীয়ে মন্তব্য দিয়া মতে 'এই অপৰিমিত কফিয়েই বালজাকৰ মৃত্যুৰ বাবে দায়ী'।

১৮৫০ চনৰ ১৭ আগষ্টত কথা শিল্পী বালজাকৰ মৃত্যু হয়।

বালজাকৰ বেদনাসিক্ত জীৱনৰ মৰ্মান্তিক কাহিনীবিলাক একো একোখন অনুপম উপন্যাসৰ দৰেই। তেওঁ জন্ম দিয়া উপন্যাসৰ দুই-এক কাহিনীত তেওঁৰে জীৱনৰ এক প্ৰতিফলন হোৱা দেখা যায়। উপন্যাসৰ সংলাপ কিছুমানো তেওঁৰে ব্যক্তিগত জীৱনৰে সংলাপ। তেওঁৰ এখন উপন্যাসত নায়কৰ মুখেৰে এনেদৰে কোৱাইছে— 'যিকোনা প্ৰকাৰে মই খ্যাতি বিচাৰো। সেয়া ব্যৱসায় কৰিয়ে হওক, ধনী বিধৱা নাৰীক বিয়া কৰায়ে হওক বা জুৱা খেলিয়ে হওক....।'

.... এবাৰ এটা ব্যৱসায়ত নামি বালজাক দেৱলীয়া আৰু আশ্ৰয়হীনা হৈছিল। জীয়াই থকাৰ তাড়নাত তেওঁ ছদ্মনামত সস্তীয়া উপন্যাস লিখিছিল। তেওঁ এসময়ত

পেৰিচ চহৰৰ উপকণ্ঠ অঞ্চলত মাতি কঠালৰ খেতি কৰিছিল। পোলেণ্ডৰ পৰা কাঠ আমদানী কৰি ব্যৱসায়ত নামিছিল; কিন্তু ক'তো উন্নতি কৰিব নোৱাৰি শেষত তেওঁ লেখাৰ টেবুলত আশ্ৰয় লৈছিল।

বালজাক প্ৰতিখন উপন্যাসৰে সুকীয়া আকৰ্ষণ আৰু আবেদন থাকিলেও চাৰিখন উপন্যাসে বিশেষ প্ৰসিদ্ধ লাভ কৰিছে এই উপন্যাস চাৰিখন হ'ল দি ৱাইল্ড এছেছ্'স্কিন, দি কাউণ্ট ডক্তৰ, ইউজেনি গ্ৰাণ্ডে আৰু দি অ'ল্ড গোৰিঅট। এই চাৰিখন উপন্যাস পঢ়ি বালজাকৰ অসাধাৰণ সৃষ্টি প্ৰতিবাৰ উমান পাব পাৰি। 'দি ৱাইল্ড এছেছ'স্কেন' এজন পথভ্ৰষ্ট যুৱক আৰু এজন পথ প্ৰদৰ্শক বৃদ্ধৰ মধুৰ সম্পৰ্ক মৰ্মস্পৰ্শী কাহিনী। ঔপন্যাসিকে ইয়াত সমাজৰ কু-ৰীতি-নীতিবোৰ উদঙাই দেখুৱাইছে। মহাকবি গ্যেটেই এই উপন্যাসখন বৰ আনন্দৰে পঢ়িছিল। 'দি কাউণ্টি ডক্তৰ'ত গাঁৱৰ ডাক্তৰৰ কথা বলিষ্ঠ বৰ্ণনা শৈলীৰে বিবৃত হৈছে। 'ইউজেনি গ্ৰাণ্ডে' ইউজেনি নামৰ গাঁৱৰ ছোৱালী এজনীৰে জীৱনৰ কৰুণ কাহিনী নিজৰ খুৰাকৰ ল'ৰা চাৰ্লছক অসহায় অৱস্থাত সঞ্চিত অৰ্থৰে সহায় কৰে। দুয়োৰে মাজত প্ৰেম হয়। ছাৰ্লছে ইউজেনিক বিয়া কৰিব বুলি কথা দিয়ে। ইউজেনিৰ পিতৃৰ মৃত্যুৰ পাছত চাৰ্লছৰ মতৰ সলনি হয় আৰু সম্পন্ন ঘৰৰ অন্য এজনী যুৱতীক বিবাহ কৰিবলৈ স্থিৰ কৰে। ইউজেনিয়ে চাৰ্লছৰ প্ৰতি তেতিয়াও অনুৰাগ পোষণ কৰি আছিল। নিৰাশ হৈ অন্য এজনৰ লগত বিবাহ পাশত আবদ্ধ হ'বলৈ বাধ্য হয়। দুৰ্ভাগ্যবশতঃ বিবাহ কিছুদিনৰ পাছতেই ইউজেনি বিধৱা হয় আৰু অৱশিষ্ট জীৱন পৰোপকাৰত ব্যতীত কৰে। ইউজেনিৰ চৰিত্ৰৰ শ্ৰেষ্ঠত্ব আৰু মহত্ত্ব এই উপন্যাসত ফুটাই তোলা হৈছে আৰু সমাজৰ অবিচাৰ-অনাচাৰৰ ওপৰত ব্যংগ কৰা হৈছে। 'দি অল্ট গেৰিঅট' গোৰিঅট নামৰ এজন বৃদ্ধৰ কৰুণ কথা। বৃদ্ধ গোৰিঅটে নিজৰ দুজনী কন্যাৰ নামত স্বকীয় সম্পত্তি লিখি দিয়ে। বিয়াৰ পাছত কন্যা দুজনীয়ে পিতৃক পাহৰিলে। পিতৃৰ মৃত্যুৰ বাতৰি পোৱাৰ পাছতো মৃতদেহ চাবলৈ নাহিল। পিতৃ-কন্যাৰ সম্পৰ্কৰ কৰুণ পৰিণতিৰে বিধৌত উপন্যাসখন ভাবোদ্ৰেককাৰী আৰু মৰ্মস্পৰ্শী।

বালজাকৰ সাহিত্য সৃষ্টিৰ জাজ্বল্যমান কীৰ্তিস্তম্ভ হ'ল 'লা কমেডি হিউম্যান' (La Comedie Humaine) 'লা কমেডি হিউম্যান' বিৰাট কলেবৰৰ এখন বৃহৎ

গ্ৰন্থ। গ্ৰন্থখনত বালজাকৰ প্ৰায় এশখন উপন্যাস অন্তৰ্ভুক্ত হৈছে। এনে এখন গ্ৰন্থৰ পৰিকল্পনা বালজাকৰ মনলৈ প্ৰথমে অহা নাছিল। প্ৰাৰম্ভিক জীৱনত তেওঁ অন্যান্য লেখকৰ দৰেই পৃথক পৃথকভাৱে স্বয়ং সম্পূৰ্ণ উপন্যাস ৰচনা কৰিয়েই খ্যাতি অৰ্জন কৰিছিল। নিজৰ অজ্ঞাত সাৰেই তেওঁ যে সেই যুগৰ মহাকাব্যোচিত গ্ৰন্থ ৰচনাৰ সূত্ৰপাত কৰিছে, সেই কথা তেওঁৰ মনলৈ অহা নাছিল। ৩৪ বছৰ বয়সত তেওঁ অনুভৱ কৰিলে, তেওঁৰ সমগ্ৰ ৰচনা একেখন গ্ৰন্থত একত্ৰিত কৰি প্ৰকাশ কৰাৰ প্ৰয়োজন হৈছে এইকাৰণেই যে পঢ়ুৱৈয়ে এটা যুগৰ সমাজ-মানসৰ বিকাশ আৰু বিৱৰ্তনৰ আলেখ্য একেখন গ্ৰন্থতে বিচাৰি পাব। বালজাকে এই দুৰূহ কাম সম্পন্ন কৰিলে। গ্ৰন্থখনত সন্নিৱিষ্ট প্ৰায় তিনি হেজাৰ চৰিত্ৰ যুগ ব্যাপ্ত অনুভৱ আৰু অভিজ্ঞতাৰ প্ৰতিভূ। এই সকলোবোৰেই যে বাস্তৱ চৰিত্ৰ এনে নহয়। বালজাকৰ সৃষ্টি প্ৰতিভাৰ যাদুস্পৰ্শত সেইবোৰ ইমান জীৱন্ত যে ৰক্ত-মাংসৰ মানুহ যেন অনুভৱ হয়। গ্ৰন্থখনত বিয়াশো (Bia Chou) নামৰ এজন সদ আৰু সুচিকিৎসকৰ চৰিত্ৰ আছে। বালজাক যেতিয়া মৃত্যুপথৰ যাত্ৰী হৈ শয্যাশায়ী, ৰোগ-যন্ত্ৰণাত তেওঁ চিএঞৰি উঠিছিল— 'বিয়াশোঁক মাতা, বিয়াশোঁক মাতা। তেওঁ মোক বচাব পাৰিব।'

১৮৪৬ ৰ পৰা বালজাকৰ স্বাস্থ্যৰ অৱনতি ঘটে। এখন চিঠিত প্ৰিয়তমালৈ তেওঁ লিখিছিল, "মোৰ মস্তিষ্ক নিষ্ক্ৰিয় হৈ গৈছে। মোৰ কোনো বস্তুতে মন নবহা হৈছে। মই ক'তো সন্তোষ পোৱা নাই।' এনে অৱস্থাতো তেওঁ "বেশ্যাৰ বৈভৱ আৰু দুৰ্দশা" নামৰ উপন্যাসখনৰ তৃতীয় আৰু চতুৰ্থ খণ্ড সমাপ্ত কৰে। 'গৰিব মাতা-পিতা' নামৰ উপন্যাস খনো এই সময়তে লিখা।

বালজাকক উনবিংশ শতাব্দীৰ ফৰাচী সাহিত্যত 'ৰিয়েলিজিম'ৰ প্ৰবৰ্তক বুলি কোৱা হয়। কথাষাৰ অসত্য নহয়। বালজাকৰ সৃষ্টিত কল্পনাৰ প্ৰলেপ থাকিলেও তাৰ ভিত্তিমূল বাস্তৱ সত্যৰ ওপৰত প্ৰতিষ্ঠিত। জীৱনক তেওঁ সম্যক আৰু সূক্ষ্ম দৃষ্টিৰে পৰ্যবেক্ষণ কৰিছে আৰু সেই পৰ্যবেক্ষণৰ বাস্তৱ অভিজ্ঞতাই তেওঁৰ সমস্ত সাহিত্য কৰ্মৰ মূল ভিত্তি।

অনৰে দ্য বালজাক আছিল অতিশয় পৰিশ্ৰমী সাহিত্যিক। তেজক পানী কৰি, হাড়ক মাটি কৰি তেওঁ সাহিত্য সৃষ্টি কৰিছিল। নিজৰ দোষ-ত্ৰুটিৰ প্ৰতি

তেওঁ আছিল সৰ্বদা সতৰ্ক। আলোচক-সমালোচকসকলক তেওঁ কৈছিল— 'আপোনালোকে মোৰ দোষ দেখুৱাই দিয়ক। প্ৰশংসা নিজৰ লগত ৰাখক।'

১৮৫০ ৰ ১৭ আগষ্টত বালজাকৰ মৃত্যু হয়। বালজাকৰ মৃতদেহ সমাধিস্থ কৰিবলৈ লৈ যোৱাৰ সময়ত মহান সাহিত্যিক ভিক্টৰ হিউগে আৱেগ-বিহ্বল কণ্ঠেৰে কৈছিল, 'যিজন ব্যক্তিক সমাধিস্থ কৰিবলৈ লৈ যোৱা হৈছে, সেইজন ব্যক্তিৰ জীৱন সময়তকৈ কাৰ্যৰে সমৃদ্ধ আৰু উজ্জ্বল। এইজন প্ৰচণ্ড আৰু অবিশ্ৰান্ত কৰ্মজীৱীয়ে আমাৰ মাজত থাকি অনুভৱ কৰিছে যে এই জীৱন সংঘাত আৰু সংঘৰ্ষৰে পৰিপূৰ্ণ হ'লেও অৰ্থহীন নহয়। তেওঁ এতিয়া শান্তিৰে বিশ্ৰাম লৈছে। অলপ পাছতেই তেওঁ যুগমীয়া খ্যাতিৰ ভৱনত প্ৰৱেশ কৰিব। তেওঁ আমাৰ মনৰ আকাংক্ষাৰ নক্ষত্ৰৰ মাজত জাজ্বল্যমান হ'ব — 'আমাৰ ওপৰত একত্ৰিত হোৱা মেঘৰ ওপৰত। বহুত দূৰ.... ই অন্ধকাৰ নহয়, প্ৰকাশ অন্ত নহয়, আৰম্ভ, শূন্যতা নহয়, পৰিপূৰ্ণতা। এনে প্ৰকাশ সমাধি অমৰত্বৰ প্ৰমাণ।'

আমেৰিকাৰ এখন বিখ্যাত কাকতে দেশৰ বিখ্যাত শিল্পী, বুদ্ধিজীৱী, সাহিত্যিক আৰু সমালোচকক অনুৰোধ জনাইছিল — গুণানুসৰি বিশ্বৰ ভিতৰতে শ্ৰেষ্ঠ লেখক কোন? উত্তৰত দেখা গ'ল— প্ৰথম ছেক্সপীয়েৰ, দ্বিতীয় জন গ্যেটে আৰু তৃতীয়জন এই আনাতোল ফ্ৰাঁ। অৰ্থাৎ বিশ্ব সাহিত্যৰ দৰবাৰত ফ্ৰাঁৰ স্থান আছিল তৃতীয়। অথচ ফ্ৰাঁৰ পৰিচয় অপেক্ষাকৃতভাৱে জাঁ পল ছাৰ্ত্ৰে, আলবেয়াৰ কামু আৰু আঁত্ৰে জিদৰ তুলনাত কম। ইয়াৰ কাৰণ কি? অনুমান হিচাপে ক'ব পাৰি লেখাৰ বিষয় আৰু ষ্টাইল আনতকৈ বহু বেলেগ।

আচল নাম JACQUES ANATOLE THIBAULTI. তেওঁক অৱশ্যে আটায়ে আনাতোল বুলিহে মাতিছিল। সেয়ে আনাতোল ফ্ৰাঁ বুলি ক'লেহে তেওঁক চিনি পায়।

আনাতোল ফ্ৰাঁ ফৰাচী লেখক। ন'বেল বঁটা লাভ কৰে ১৯২১ চনত। ফ্ৰাঁৰ জন্ম পেৰিছত, ১৮৪৪ চনৰ ১৪ এপ্ৰিল। মৃত্যু ১৩ অক্টোবৰ, ১৯২৪ চন। ন'বেল বঁটা লাভ কৰা লেখকৰ ভিতৰত দুজন লেখক বেছি হৃদয়স্পৰ্শী। এজন আৰ্নেষ্ট হেমিংৱে আনজন আনাতোল ফ্ৰাঁ। ফ্ৰাঁৰ জীৱন প্ৰকৃতাৰ্থত অনন্য। কিয়নো ন'বলে

বঁটাৰ বিনিময়ত লাভ কৰা সমস্ত ধন তেওঁ ৰাচিয়াৰ দুৰ্ভিক্ষজনৰ প্ৰাণৰক্ষাৰ বাবে দান কৰিছিল।

১৮৭৭ চনত তেওঁ বিয়া কৰালে। সম্ভ্ৰান্ত ঘৰৰ ছোৱালী — নাম ভ্যালেৰি পুয়েৰিন। দাম্পত্য জীৱন সুখময় হোৱাৰ যিখিনি সময়, সেইখিনিলৈকে সুখৰেই আছিল। অৰ্থাৎ প্ৰেম, দেহৰ কামনা যিখিনিয়ে বহু সময়ত মানুহক আচ্ছাদিত কৰি ৰাখে সিমানখিনি সময় দুয়ো ভালদৰেই কটাইছিল। কিন্তু ভদ্ৰ মহিলাই যিদিনা বুজি পালে, তেওঁৰ স্বামীৰ কোনো দিশতে খুউব বেছি আগ্ৰহ নাই; প্ৰয়োজনো নাই। টকা-পইচাৰ ক্ষেত্ৰত ভদ্ৰ মহিলা বৰ হিচাপী আছিল আৰু কঠোৰ আছিল। ফলত অশান্তি আৰম্ভ হ'ল আৰু পৰিণতিত বিবাহ বিচ্ছেদ।

ফ্ৰাঁই এইবাৰ আন এগৰাকীক বিয়া কৰালে। কিন্তু তেওঁৰ জীৱনৰ সাফল্যৰ আঁৰত আছিল এগৰাকী মহিলাৰ অনলস প্ৰচেষ্টা। তেওঁৰ নাম মাডাম অৰ্সান ডি কেলাভেট। আনাতোলে তেওঁকেই চিৰদিন ভাল পাইছিল। সেই ভদ্ৰ মহিলা নিজেও আছিল লেখিকা। কিন্তু ইমান দামী লেখিকা নাছিল। হয়তো নামৰ বাবে তেওঁৰ ব্যাকুলতাও বেছি নাছিল। এটা সাহিত্য সংঘৰ তেওঁ সভানেত্ৰী আছিল য'লৈ ৰেনান আহিছিল, প্ৰস্ত আহিছিল আৰু আন আন নামী-দামী ৰাজনৈতিক নেতাও আহিছিল। ফ্ৰাঁই কি লেখিব লাগিব — সেই বিষয়ে ভদ্ৰ মহিলাই আনাতোলক ফৰমাছ দিছিল। ফ্ৰাঁই যেতিয়া লেখা-মেলা কৰাত কৃপণালি কৰিছিল সেই সময়ত ভদ্ৰ মহিলাই তেওঁক বুজাই বঢ়াই বা গালি-শপনি পাৰি লেখা টেবুলত বহুৱাই লেখিবলৈ বাধ্য কৰাইছিল। ভদ্ৰ মহিলাৰ সাংসাৰিক জ্ঞানো আছিল তীক্ষ্ণ। তেৰেঁই ফ্ৰাঁক সাহিত্য জগতত বিখ্যাত কৰি তোলে আৰু সফলতাও আনি দিয়ে।

১৮৯৬ চনত ফ্ৰাঁ একাডেমিলৈ নিৰ্বাচিত হয়। পেৰিছত তেওঁ ঘৰ কিনে। ঘৰটোৰ নাম ৰাখিলে 'ভিলা থেইছ'। ঘৰৰ ভিতৰত অজস্ৰ কিতাপ, প্ৰচুৰ প্ৰত্ন তত্ত্বৰ সামগ্ৰী প্ৰায় যাদুঘৰৰ দৰে তেওঁৰ লাইব্ৰেৰীৰ সম্পদ আছিল অতি মূল্যবান। দুষ্প্ৰাপ্য বহু কিতাপ আৰু পাণ্ডুলিপিৰ বাবে ই হৈ উঠিছিল জাতীয় সম্পদ।

*আনাতোলৰ 'অন লাইফ এণ্ড লিটাৰেচাৰ'ৰ পৰা উইল ডুৰাণ্টে সংগ্ৰহ কৰা কথাবোৰ যেনে —*

- সৌন্দৰ্যই হৈছে বিশ্বৰ আটাইতকৈ শক্তিশালী বস্তু। সৌন্দৰ্যৰ পৰা ক'লৈ পলাবা — সৌন্দৰ্য নাৰীৰ মাজত, সৌন্দৰ্য জ্যোৎস্নাৰ মাজত। যদি চকু মুদিও থাকা — তেতিয়াও দেখিবা, সৌন্দৰ্য তোমাৰ নিজৰ মাজতো।
- প্ৰজ্ঞা হ'ল দৰ্শন আৰু প্ৰেমৰ সমন্বয় আৰু ইয়াৰ মাজত প্ৰেমৰ ভূমিকা বেছি।
- যদি মোক সৌন্দৰ্য আৰু সত্যৰ মাজত এটাকহে বাছি ল'বলৈ কোৱা হয় তেন্তে মই সৌন্দৰ্যকহে বাছি ল'ম। কিয়নো সৌন্দৰ্যৰ বাহিৰে আৰু ক'তোৱেই সত্য নাই।
- ইন্দ্ৰিয় চেতনা, শিল্প চেতনাৰ ভিত্তি। মহৎ শিল্পীসকলৰ প্ৰতিভাৰ চাৰিভাগৰ তিনি ভাগেই ইন্দ্ৰিয় চেতনা। ইন্দ্ৰিয় চেতনাত কি পাপ থাকে? কিয়? ভাৰ্জিন মেৰী, পাপ বাদ দি মাতৃ হৈছিল? তেন্তে দয়া কৰি মোক, পিতৃত্ব বাদ দি পাপ কৰিবলৈ দিয়া।
- মহিলাৰ ক্ৰীতদাস হ'বলৈ মোৰ আপত্তি নাই। কেৱল ভয় লাগে তেওঁলোকৰ জিভাবোৰলৈ।
- প্ৰয়োজনতে বেছি জ্ঞানী হ'ব নালাগে। কাৰণ সেয়া হ'লে বুৰ্বক হ'ব লগাও হ'ব।
- পৃথিৱীখন এক মহৎ কবিৰ সুন্দৰ ট্ৰেজেদি।
- আমি মানুহবোৰ ঈশ্বৰৰ হ্যাহৰ খোৰাক মাত্ৰ?

**নাৰীৰ কোন অংগ পুৰুষৰ কিমান পছন্দ?**

| | |
|---|---|
| মুখ | ২৭% |
| চুলি | ৫% |
| বুকু | ২৪% |
| ভৰি | ৪% |
| অন্যান্য | ২২% |

## যৌৱনৰ উপাসক

## বিখ্যাত ব্যক্তিৰ প্ৰেম

# "ফ্ৰানৎজ কাফ্‌কা"

### প্ৰেম আৰু প্ৰতিভা

মুষ্টিমেয় লেখাৰে সাহিত্যৰ প্ৰবাদ পুৰুষত পৰিণত হৈছিল কাফ্‌কা। ফ্ৰানৎজ কাফ্‌কা তেওঁৰ সম্পূৰ্ণ নাম। দি ট্ৰায়েল, দি কেষ্টল, ডাছ স্কল'ছ উপন্যাস আৰু মেটামৰফ'ছিছ গল্পৰে বিশ্ববিখ্যাত সাহিত্যিক, সাহিত্য জগতৰ কিম্বদন্তী ফ্ৰানৎজ ফাক্‌ফা। সৌন্দৰ্যৰ পূজাৰী কবি কীট্‌ছ যি দৰে সৌন্দৰ্যৰ উপাসক সেইদৰে কাফ্‌কা আছিল যৌৱনৰ উপাসক। কীট্‌ছৰ দৰে কাফ্‌কাও জীয়াই আছিল মাত্ৰ ৪১ বছৰ "আহকচোন কাফ্‌কাৰ জগতত এভুমুকি মাৰো।"

ইতিহাস প্ৰসিদ্ধ প্ৰাগ্ নগৰীৰ মাজভাগতেই অৱস্থিত স্তাৰ মেস্তস্কা নামেস্কি অঞ্চল। ইয়াতেই ১৮৮৩ চনৰ ৩ জুলাইত এটা মধ্যবিত্ত ইহুদী পৰিয়ালত কাফ্‌কাৰ জন্ম। তেওঁৰ দেউতাক হ'ল সদাগৰ হেৰমান কাফ্‌কা আৰু মাতৃ হ'ল জুলিয়া কাফ্‌কা। শৈশৱতে মৃত্যু হোৱা দুজন ককায়েকৰ অবিহনে তেঁৱেই পৰিয়ালৰ ডাঙৰ সন্তান।

ফ্ৰানৎজৰ নামটো অষ্ট্ৰিয়া হাঙ্গেৰীৰ এসময়ৰ সম্ৰাট ফ্ৰনিৎজ জোচেফৰ অনুকৰণত ৰখা হৈছিল। ১৭৮২ চনত এইজনা সম্ৰাটে ইহুদী সকলক গণ্ডীবদ্ধ জীৱন-যাপনৰ বাধ্যবাধকতাৰ পৰা মুক্তি দিছিল। তেওঁৰ নামেৰেই কাফ্‌কাৰ নাম ৰখা হ'ল ফ্ৰানৎজ কাফ্‌কা।

হাৰমান কাফ্‌কাৰ পৰিয়ালটো আছিল ৰক্ষণশীল। প্ৰাগ্ নগৰীৰ মুক্ত পৰিবেশত কঠোৰ পৰিশ্ৰম আৰু মনোবলৰ যোগেদি দেউতাক হাৰমানে সফল

ব্যৱসায় গঢ়ি তুলিছিল। তেওঁ আছিল ধন-সম্পদ, অৰ্থ-ব্যৱসায় আৰু সামাজিক প্ৰতিপত্তিৰে এজন কঠোৰ মনৰ সদাগৰ। আনহাতে, পত্নী জুলিয়া আছিল সাংস্কৃতিক আভিজাত্য পৰিয়ালৰ দুহিতা। ফ্ৰানৎজে সদায় মাকৰ প্ৰতিহে অধিক নৈকট্য অনুভৱ কৰিছিল। দেউতাকৰ কঠোৰ অনুশাসনে তেওঁক পেপুৱা লগাইছিল। সকনে পৰা তেওঁ দিনৰ বহু সময় অকলশৰে কটাইছিল। ঘৰত কাম কৰা লগুৱা-লিকচৌহঁতে সঙ্গদান দিলেও মাক-দেউতাকৰ নিবিড় সাহচৰ্যৰ অভাৱে শিশু ফ্ৰানৎজৰ মনত শূন্যতা একাকীত্ব আৰু অসহায়তাৰ বীজ সিঁচিছিল। শৈশৱতে ফ্ৰানৎজৰ প্ৰতিটো ক্ষেত্ৰতে কিবা এটা দোষ উলিয়াই দেউতাকে শাস্তি বিহিছিল। সেয়ে দেউতাকৰ লগত তেওঁৰ কেতিয়াও সুসম্পৰ্ক স্থাপিত নহ'ল। ওৰেটো জীৱন তেওঁ দেউতাকৰ প্ৰতি এটা ঘৃণাৰ মনোভাব পোষণ কৰিছিল। কাজেই, বেছি শাসনে ল'ৰা-ছোৱালীক মাক দেউতাকৰে অবাধ্য হ'বলৈ বাধ্য কৰায়।। "দ্য জাজমেণ্ট" নামৰ গল্পটোত দেউতাকৰ সতে কাফ্‌কাৰ দ্বন্দ্ব প্ৰকাশ পাইছিল।

স্কুলীয়া ব্যৱস্থাক তাৰ অত্যাধিক কঠোৰ অনুশাসনৰ কাৰণে কাফ্‌কাই ঘৃণা কৰিছিল। ইয়াক তেওঁ ডাঙৰৰ ষড়যন্ত্ৰ বুলি কৈছিল — জাৰ্মান ভাষী ইহুদী হৈও তেওঁ চেক সাংস্কৃতিক ঐতিহ্যৰ সৈতে একাত্মতা অনুভৱ কৰিছিল। বাহ্যিকভাৱে তেওঁ আছিল এজন শান্ত, বাধ্য শিশু, শৃংখলাবদ্ধ ছাত্ৰ। বিচিত্ৰ মানসিক পৰিস্থিতিৰ মাজতো জাৰ্মান সাহিত্যৰ প্ৰতি থকা তেওঁৰ প্ৰশ্নাতীত নিষ্ঠা আছিল কালজয়ী সৃষ্টিবিলাকৰ উৎস।

১৯০১ চনত কাফ্‌কাই জাৰ্মান জিম্‌নাচিয়ামৰ পৰা স্নাতক উপাধি লাভ কৰে। প্ৰাগনগৰীৰ কাৰ্ল ফাৰ্ডিনাণ্ড বিশ্ববিদ্যালয়ত প্ৰথমে কিছুদিন ৰসায়ন শাস্ত্ৰ পঢ়িছিল যদিও ১৯০২ চনৰ পৰা তেওঁ আইন অধ্যয়ন কৰিবলৈ আৰম্ভ কৰে। ১৯০৬ চনত তেওঁ আইনত ডক্টৰেট ডিগ্ৰী লাভ কৰে। তেওঁ অধ্যয়ন কৰা প্ৰাগ্ বিশ্ববিদ্যালয়ত এবছৰ শিক্ষা নবীচ হিচাপেও আইন অনুশীলন কৰে। তাৰ পাছত তেওঁ বীমা কোম্পানীৰ চাকৰিত নিযুক্ত হয়। ১৯২২ চনত ক্ষয়ৰোগত আক্ৰান্ত হোৱাৰ বাবে চাকৰিৰ পৰা অৱসৰ লয়।

আইনত ডক্টৰেট ডিগ্ৰী লোৱাৰ পাছত কাফ্‌কা দৰ্শন আৰু সাহিত্যৰ প্ৰতি বিশেষভাৱে আকৰ্ষিত হৈছিল। সেই সময়তে বন্ধু মেক্স ব্ৰডৰ যোগেদি আন

সাহিত্যিক বন্ধুসকলৰ সৈতে চিনাকি হৈছিল। কিন্তু কাফ্‌কাৰ ঘৰখনত সাহিত্য-চৰ্চা আদৰণীয় নাছিল। সাহিত্য চৰ্চাৰ বাবে যি মানসিক প্ৰস্তুতিৰ প্ৰয়োজন, যি পৰিবেশ প্ৰয়োজন সেই পৰিবেশ কাফ্‌কাই ঘৰত পোৱা নাই। ব্যৱসায় মুখৰ হাই উৰুমি কোলাহ'লে তেওঁৰ স্নায়বিক যন্ত্ৰণা বঢ়াইছিল। তেওঁৰ দেহা অত্যন্ত কৃশ আৰু দুৰ্বল আছিল।

কাফ্‌কাই জানিছিল সাহিত্য কৰ্ম তেওঁৰ পিতৃৰ বাবে আছিল এক নিষিদ্ধ ক্ষেত্ৰ। তেওঁৰ সাহিত্য প্ৰতিভাৰ কোনো মূল্য মাক-দেউতাকৰ ওচৰত নাছিল। তেওঁলোকৰ ধাৰণা কাফ্‌কাই ঘৰৰ ব্যৱসায়টোৰ চন্তালক। মাক-দেউতাকৰ ব্যৱহাৰ, কেতিয়াবা নিষ্ঠুৰতাৰ পৰ্যায় পাইছিলগৈ। ভনীয়েক ভেলীৰ বিয়াৰ বন্দোবস্ত হোৱাৰ সময়ত কাফ্‌কাৰ চকুৰ আগত ভাঁহি উঠিছিল নিৰাশাৰ এখন বিস্তিৰ্ণ আকাশ, শূন্য ঘৰৰ ছবি। মিলেনা ইয়েচেন্‌স্কাই কৈছে যে — "কাফ্‌কা এজন এনেকুৱা ব্যক্তি, যিজনে পাৰ চৰাইবোৰলৈও সতৰ্ক দৃষ্টি ৰাখিছিল। সিহঁত নিৰ্বিঘ্নে বাহলৈ উ ভতি আহিলে তেওঁ স্বস্তিৰ নিশ্বাস এৰিছিল, নিৰাপদ বোধ কৰিছিল।"

কাফ্‌কাৰ প্ৰেয়সী ফেলিছ বুৱেৰক মাক জুলিয়াই চিঠিত এই বুলি লিখিছিল তেওঁ যেন কাফ্‌কাক খোৱা-বোৱা আদিৰ প্ৰতি মনোযোগী কৰি তুলি এজন স্বাভাৱিক ব্যক্তি হিচাপে গঢ়ি তোলাৰ চেষ্টা কৰে, অথচ, মাক-দেউতাকে ইচ্ছা কৰা হ'লে কাফ্‌কাৰ অফিচৰ "জীৱনী শক্তি নিঃশেষকাৰী" পৰিশ্ৰমৰ পৰা মুক্তি দি মাথো সাহিত্য-কৰ্মত ব্যস্ত হৈ থকাৰ ব্যৱস্থা কৰিব পাৰিলেহেঁতেন; তেনে আৰ্থিক সামৰ্থ্যও তেওঁলোকৰ আছিল।"

নিৰ্বাচিত বুদ্ধিজীৱীৰ আড্ডালৈ তেওঁ গৈছিল য'ত গোট খাইছিল আগশাৰীৰ দাৰ্শনিক, গণিতজ্ঞ, পদাৰ্থবিদ আৰু অন্যান্য জ্ঞান পিপাসু মনীষীসকল। বিজ্ঞান, জাৰ্মানৰ আদৰ্শবাদী দৰ্শন, মনোবিজ্ঞান আৰু ধৰ্মতত্ত্বৰ স'তে গভীৰ সম্পৰ্ক গঢ়ি উঠে সেই আড্ডাবোৰতেই। বন্ধুমহলত কাফ্‌কা আছিল আটাইতকৈ মোহনীয় ব্যক্তিত্বপূৰ্ণ পুৰুষ আনহাতে, স্বভাৱ চৰিত্ৰ তেওঁৰ আছিল দুৰ্বোধ্য।

অসামান্য প্ৰতিভাধৰ, জটিল চিন্তাবিদ, জাৰ্মান গদ্য সাহিত্যৰ জনক ফ্ৰানৎজ কাফ্‌কাই কৈছিল— 'বৌদ্ধিক পৰিশ্ৰমে ব্যক্তিক মানুহৰ পৰা আঁতৰাই নিয়ে,

আনহাতে, শাৰীৰিক শ্ৰম নিৰ্ভৰ কামে মানুহৰ কাষ চপায়।' মানসিক উদ্বেগ, নিঃসঙ্গতাবোধ, চাকৰিৰ নিস্পেষণৰ পৰা হাত সাৰিবলৈ তেওঁ ১৯১৫ চনত যুদ্ধলৈ যাবলৈ মন মেলিছিল — কিন্তু শাৰিৰীক কাৰণত তেওঁৰ সেইফেৰা কাম সম্ভৱপৰ হৈ নুঠিল। ১৯২৪ চনৰ ৩ জুনত কাফ্‌কাৰ মৃত্যু হয়।

## কাফ্‌কাৰ অমৰ সৃষ্টিসমূহ

**উপন্যাস :** ডেৰপ্ৰ'বোছ (১৯২৫), দ্য ট্ৰায়েল (১৯৩৭), ডাছ স্কল্'ছ (১৯২৬), দ্য কেষ্টল (১৯৩০), এমেৰিকা (১৯২৭), ডেফিনিটিভ য়েড (১৯৬৯)।

**চুটি গল্প :** ডাছ উৰটেইল (১৯১৬), মেটামৰ ফে'ছিদ (১৯৬১), দ্য কাণ্ট্ৰি ডক্টৰ (১৯৪০), ইনদেন ষ্ট্ৰেফক'লনী (১৯১৯), চুটি গল্প সম্ভাৰ (১৯৪৯), ডাই বাৰবন্দলাং (১৯১৫), দ্য গ্ৰেট য়াল চাইনা (১৯৬০), ইন লেগুাৰ্জ (১৯১৯) ...... ইত্যাদি।

১৯৫৫ চনত কাফ্‌কা প্ৰেমিক-প্ৰেমিকা ফেলিছ বুৱেৰে কাফকাৰ বন্ধু তথা প্ৰকাশক গ্ৰীট ব্লখক কাফকাই ফেলিচলৈ দিয়া চিঠিবোৰ গোটাই দিয়ে। প্ৰকাশকে এই চিঠিবোৰ এৰিখ হেলাৰ আৰু জাৰগেন বনৰ দ্বাৰা সম্পাদক কৰি ৬০০ পৃষ্ঠাতকৈ অধিক এখন গ্ৰন্থ প্ৰকাশ কৰে। মূল জাৰ্মানৰ পৰা ইংৰাজীলৈ অনুবাদ কৰে জেমছ ষ্টেন আৰু এলিজাবেথ ডাকৱৰ্থে।

## প্ৰেম পৰ্বত কাফ্‌কা

"Youth is happy because it has the ability to see beauty. Anyone who keeps the ability to see beauty never grows old" অৰ্থাৎ এজন যুবক বা এগৰাকী যুৱতী বেছি সুখী, কিয়নো সৌন্দৰ্যক তেওঁলোকে উপভোগ কৰিব পাৰে। সৌন্দৰ্যক উপভোগ কৰিবলৈ যিয়ে বেছি সক্ষম, তেওঁ কেতিয়াও বৃদ্ধ শাৰীত নপৰে।

কথাষাৰ ফ্ৰানৎজ কাফ্‌কাৰ। আগতেই কোৱা হৈছে কাফ্‌কা যৌৱনৰ উপাসক আৰু যৌৱন প্ৰেমৰ শক্তিৰে মহীয়ান। প্ৰেমৰ শক্তিয়ে সৌন্দৰ্য অনুভৱৰ ক্ষমতা দিয়ে। যেতিয়াই এই ক্ষমতা লোপ পায়, তেতিয়াই দেখা দিয়ে বাৰ্ধক্য, ক্ষয় আৰু সুখহীনতা। আকৌ সৌন্দৰ্যক চাব জনা জন কিন্তু বৃদ্ধ নহয়। সেইদৰে মানুহৰ বয়স হ'লে প্ৰায় মানুহেই যৌৱনলৈ ওভতাৰ সপোন দেখে।

এই জগতত আছে নাৰী পুৰুষৰ চিৰন্তৰ কামনা বাসনা। তাতে আছে পোৱা নোপোৱাৰ সীমাহীন প্ৰশ্ন। সুন্দৰী নাৰীৰ সান্নিধ্যত পুৰুষ বিহ্বল হৈ উঠে। হেৰুৱাই পেলায় মানসিক সুস্থিৰতা। বিচাৰ কৰিব নোৱাৰা হয় — স্থান, কাল, পাত্ৰৰ। সুন্দৰী নাৰীয়ে পুৰুষক যুগে যুগে সূত্ৰধাৰৰ দৰে নচুৱাই আহিছে। কেতিয়াবা সেই নাৰীয়ে হয় প্ৰেৰণা। উদাহৰণস্বৰূপে বিয়েট্ৰীছ ডাণ্টেৰ প্ৰেম আৰু প্ৰেৰণা। সেইদৰে ফেলিচ হ'ল কাফ্‌কাৰ প্ৰেৰণা।

বাৰ্লিনৰ কাষত জন্ম হোৱা ফেলিছৰ সৈতে কাফ্‌কাৰ প্ৰথম পৰিচয় হয় ১৯১২ চনত। ফেলিছে এটা বীমা কম্পেনীৰ টাইপিষ্ট হিচাপে কাম কৰিছিল। পিছত কাফ্‌কাৰ উদ্‌গনিত ১৯১৬ চনত মহাযুদ্ধত আক্ৰান্ত লোকসকলৰ সেৱাৰ বাবে জিউচ পিপল হোমত কাম কৰে। কাফকাৰ সৈতে ফেলিছৰ চিঠি-পত্ৰৰ আদান-প্ৰদান চলে ১৯১২ চনৰ পৰা ১৯১৭ চনৰ মাজৰ পাঁচ বছৰ। এই সময়খিনিতে ফেলিছৰ সৈতে কাফকাৰ দুবাৰ বিয়াৰ আয়োজন চলে। দুয়োজনে যথেষ্ট ঘূৰা-ফুৰাও কৰে। কিন্তু দুয়োবাৰেই এই আয়োজন ব্যৰ্থ হয়। অৱশ্যে এইখিনি সময়েই কাফ্‌কাৰ প্ৰচণ্ড সৃষ্টিশীল সময়। পেলিছ আছিল যথেষ্ট ইতিবাচক দৃষ্টিভংগীৰ এক অজটিল নাৰী। কাফ্‌কাৰ বৰ্ণনা মতেই ফেলিছ হৈছে, অতি সুখী-স্বাস্থ্যৱতী তথা আত্মবিশ্বাসী ছোৱালী।

কিন্তু অনুভৱ আৰু সম্পৰ্কত কাফ্‌কা আছিল অতি জটিল। নিজৰ পৰিয়ালৰ সৈতেও আছিল তেওঁৰ চূড়ান্ত দ্বন্দ্ব। সেয়ে তেওঁলোকৰ বিয়াৰ সম্পৰ্ক নহ'ল। ১৯১৯ চনত ফেলিছে বাৰ্লিনৰ এজন প্ৰতিষ্ঠিত ব্যৱসায়ীক বিয়া কৰাই তিনিটা সন্তানৰ মাতৃ হয়। ফেলিছে ১৯৩১ চনত চুইজাৰলেণ্ডলৈ যায় আৰু ১৯৩৬ চনৰ পৰা মৃত্যু পৰ্যন্ত ১৯৬০ চনলৈকে আমেৰিকাত কটাই ।

## প্ৰেয়সী ফেলিছ্ — সাহিত্য সৃষ্টিৰ প্ৰেৰণা

যৌবনৰ উপাসক প্ৰেমৰ পূজাৰী কাফ্কাৰ বাবে প্ৰেয়সী ফেলিছৰ প্ৰেম আছিল সাহিত্য সৃষ্টিৰ এক প্ৰেৰণা। ফেলিছৰ সৈতে ফ্ৰানৎজৰ চিনাকি হৈছিল বন্ধু মেক্সব্ৰডৰ ঘৰত। ফেলিছ মেক্সৰ সম্পৰ্কীয় আছিল। পৰস্পৰৰ প্ৰথম চিনাকিয়ে পৰ্যাসিত হৈছিল প্ৰেমলৈ। মধ্যস্কীনা, পীনস্তনী সুন্দৰী অঙ্গনাৰ চপলা দৃষ্টিৰ অন্তৰালত কি আছে তাক মুহূৰ্ত্ততে বুজি পালে কাফ্কাই আনহাতে জাৰ্মান গদ্য সাহিত্যৰ জনক জনাৰ চকুৰ ভাষা বিচাৰি পালে ফেলিছে।

বীমা কোম্পানী এটাত ফেলিছে চাকৰি কৰিছিল। নিজ কৰ্মদক্ষতাৰে তেওঁ সেই প্ৰতিষ্ঠানৰ কাৰ্যবাহী সচিব পদলৈ উন্নীত হৈছিল। তেওঁ আছিল এগৰাকী সামাজিক কামত আগ্ৰহী মহিলা। তেওঁ বাৰ্লিনৰ এটা ইহুদী সেৱা কেন্দ্ৰত স্বেচ্ছাসেবিকাৰ কাম কৰিছিল। এইবোৰ কামৰ বাবে তেওঁ কাফ্কাৰ পৰা উৎসাহ পাইছিল।

ন'বেল বঁটা বিজয়ী লেখক ইলিয়াচ কানেত্তিৰ "Kafka's other Trïal" নামৰ এটি দীঘলীয়া ৰচনাত প্ৰেমে কিদৰে কাফ্কাৰ সাহিত্যক জীৱনক প্ৰভাবিত কৰিলে তাৰ সুন্দৰ বৰ্ণনা আছে। ফেলিছলৈ প্ৰথমখন চিঠি পঠিওৱাৰ দুদিন পিছতে মাথো এৰাতিৰ ভিতৰতে তেওঁ "The Judgement" নামৰ গল্পটো লিখি উলিয়াইছিল। তাৰ এসপ্তাহ পিছতেই তেওঁ লিখে "Amerika" উপন্যাসৰ প্ৰথম অধ্যায়। দুমাহৰ ভিতৰত তেওঁ 'Amerika' ৰ পাঁচটা অধ্যায় লিখি সমাপ্ত কৰে। এই সময়তে তেওঁৰ কালজয়ী, বিশ্বসাহিত্যৰ অমূল্যৰত্ন 'The Metamorphosis" ৰচনা কৰে। মুঠৰ ওপৰত কাফ্কাৰ জীৱন ফেলিচপৰ্ব সৃষ্টিশীলতাৰে পৰিপূৰ্ণ। সেয়ে ফেলিছ কাফ্কাৰ প্ৰেমিকা আৰু সাহিত্য সৃষ্টিৰ উৎস।

ফেলিছৰ একোখন চিঠি তেওঁৰ জীয়াই থকাৰ বাবে অত্যন্ত অপৰিহাৰ্য হৈ পৰিছিল। তেওঁ নিজেও হৃদয় উজাৰি লেখি গৈছিল এখনৰ পাছত আন এখন চিঠি। তেওঁ কেতিয়াবা লিখিছিল।

"There are times Felice, when I feel you have so much power over me that I think you could change me in to a man capable of doing the obvious.

What a lovely feeling to be in your safe – keeping when confronted by this fearful world which I ventune to take on only during nights of writing .....

এয়া এসময়ত কাফ্‌কাই ফেলিচলৈ লিখিছিল। কাফ্‌কাই নানা ভাবে বাৰে বাৰে তেওঁৰ ৰচনাত, চিঠিত বা আলাপৰ মাজে মাজে প্ৰেমৰ জয়গান গাইছে। ফেলিচলৈ লিখা এনেধৰণৰ বহুতো চিঠিৰ ভাষাৰ পৰা তেওঁৰ গভীৰ প্ৰাণাযোগ অনুভৱ কৰা যায়। জীৱনৰ সৰহভাগ সময় কাফ্‌কাই প্ৰেম-যন্ত্ৰণা -নৈৰাশ্য বন্ধুত্ব আৰু একাকীত্বৰে নিয়াইছিল।

## প্ৰেমিকা ফেলিছলৈ চিঠি

প্ৰাগ, ২০ ছেপ্তেম্বৰ ১৯১২ মোৰ মৰমৰ ফ্ৰাউলেয়ন বুৱেৰ তোমাৰ স্মৃতিৰ মণিকোঠাত সম্ভৱ মোৰ এখুদমানো অস্বিত্বৰ সম্ভাৱনা নাই। মোক তুমি চিনি পাবানে? মোৰ পৰিচয় নিজে পুনৰ দাঙি ধৰিছো — মোৰ নাম ফ্ৰানজা কাফ্‌কা। আৰু ময়ে সেইজন মানুহ যিজনে তোমাক প্ৰথমবাৰৰ বাবে সেইদিনা আবেলি প্ৰাগত ডাইৰেক্তৰ বৰ্ডৰ তাত শুভেচ্ছা জনাইছিলো। তেতিয়া তোমাক মই আমি দুজন বন্ধুৰ (এজন বৰ্ডৰ পুত্ৰ মেক্স বৰ্ড) বালিয়া ভ্ৰমণলৈ যোৱা ফ'টোবোৰ টেবুলত দি দিঠিলো। সেই মুহূৰ্তৰ স্মৃতি মোৰ বাৰুকৈয়ে মনত আছে আৰু মনত আছে তুমি তেওঁক (মেক্সৰ দেউতাকক) অহা বছৰত পেলেষ্টাইন যাত্ৰাত সংগ দিবা বুলি কথা দিয়াৰ।

এতিয়া তুমি এই যাত্ৰাটো কৰিম বুলি ভাবিছানেকি? সেই সময়ত তুমি কৈছিলা যে তুমি অস্থিৰ বা চঞ্চলা নোহোৱা। কিন্তু মই তেতিয়া তোমাৰ সেই লক্ষণ দেখা নাছিলো। সেয়ে এই যাত্ৰাৰ বিষয়ে আমি কিছু আলোচনা কৰা অতিশয় জৰুৰী বুলি অনুভৱ কৰো। ইয়াৰ বাবে বন্ধ সময়খিনিৰ প্ৰতিটো মিনিটৰে আমি সদ্ ব্যৱহাৰ কৰিব লাগিব। পেলেষ্টাইনলৈ যাবৰ বাবে আমি যতদূৰ সম্ভৱ তাৰ প্ৰস্তুতিটো সুন্দৰলৈ কৰিব লাগিব।

মই তোমাক মোৰ এটা বেয়া গুণৰ কথা স্বীকাৰ কৰি ল'ব বিচাৰিছো। মই ইতিমধ্যে মোৰ এই চৰিত্ৰটো চিঠিত প্ৰদৰ্শন কৰিছোৱেই। মই এজন আনৰ মেজাজ বেয়া কৰি উত্তেজিত কৰি তোলা চিঠিলেখক। হয় মোৰ এই চৰিত্ৰটো তেতিয়ালৈকে আৰু অধিক বেয়া হৈ থাকিব যেতিয়ালৈকে মই চিঠি লিখিবৰ বাবে টাইপৰাইটাৰটো লৈ থাকিম। সেয়ে মই নিজেই মোৰ চিঠিখনৰ উত্তৰ আশা নকৰিবও পাৰো কেতিয়াবা। চিঠিৰ উত্তৰ নাপালেও মই নিৰাশ নহওঁ। দিনৰ পিছত দিন পুনৰ আশা কৰিব পাৰো। যেতিয়া মই লিখিবৰ বাবে এখন কাগজ লওঁ; তেতিয়া মই নিজকে আৱিষ্কাৰ কৰো যে সেই লেখকজন মোৰ নিজতকৈ অধিক জটিল। যদি মই এই ভুলটো কৰো তেতিয়াই ই মোক সঠিক দিশৰে পৰিচালনা কৰা বুলি ভাবো। মই অফিচত কটোৱা ৬ ঘণ্টাৰ পিছত টাইপ ৰাইটাৰ ব্যৱহাৰ কৰি এই চিঠিখন লিখিছো।

টাইপ ৰাইটাৰটোৱে বাৰে বাৰে অসুবিধা সৃষ্টি কৰিছে। ইয়াৰ থ্ৰেড বাৰে বাৰে এৰি গৈছে। তোমাৰ যদি মোক ভ্ৰমণ যাত্ৰীৰ সংগী হিচাবে নিৰ্বাচন কৰাত কিবা সন্দেহ হয়, সন্দেহ মানে তোমাক বাস্তৱিক সন্দেহৰ কথা কৈছো; তেন্তে এই বিষয়ে মোৰ সৈতে যোগাযোগ কৰি জনালে ভাল পাম। মই বাকীখিনি চেষ্টা কৰিম। আশা কৰো তুমি মোক এই সুবিধা দিবা।

তোমাৰ অতি আন্তৰিকতাৰে — ড ফ্ৰানজ কাফ্‌কা।

তেওঁৰ উদ্বিগ্নতা আৰু হতাশাবাদৰ উৎস আছিল পাৰ্থিৱ পৃথিৱী আৰু সমগ্ৰ মানৱ জাতিৰ সৈতে উপলব্ধি কৰা এক আদি অন্তহীন একাকিত্ব অথবা নিঃসঙ্গতাবোধ। সমাজ আৰু সামাজিক জীৱন, তেওঁৰ বন্ধুবৰ্গ, তেওঁ ভালপোৱা মহিলা গৰাকী যি তেওঁৰ প্ৰেয়সী অথবা পত্নী, নিৰস যেন লগা তেওঁৰ কামবোৰ, তেওঁৰ পৰিয়াল আৰু পাৰিবাৰিক জীৱন সকলো যেন পঙ্কিলতা।

যি কি নহওক ফেলিচৰ চকুতেই কাফ্‌কাই চিৰ জাগ্ৰত স্বপ্নবোৰৰ প্ৰতিফলন দেখা পাইছিল। তেওঁ বিচাৰিছিল ফেলিচৰ প্ৰেৰণাময়ী সহচৰ্যা, শান্তি আৰু উষ্ণতাৰে পূৰ্ণ এখন ঘৰ, কিন্তু জীৱন যাপনৰ জটিলতাৰ প্ৰশ্নবোৰে তেওঁক ভীত কৰি তুলিছিল। বৈবাহিক জীৱনৰ স্বাভাৱিক ব্যস্ততাই যদি তেওঁৰ সাহিত্য সাধনা

কৰা নিৰ্জনতা বোৰ, নৈশ অভিযানবোৰ দূৰলৈ খেদি পঠিয়াই! কাৰণ সাহিত্য সাধনাই হ'ল তেওঁৰ নিভৃত নীৰব প্ৰাৰ্থনা। ২-৯-১৯১৩ ৰ ডায়েৰীৰ পাতত তেওঁ নিজকে ডষ্টভয়েস্কি, গ্ৰীল পাৰ্জাৰ, ক্লাইষ্ট আৰু ফ্লবেয়াৰৰ সৈতে তেজৰ সম্পৰ্ক থকা বুলি উল্লেখ কৰিছে। উপৰিপুৰুষ ডষ্টভয়েস্কিৰ বাহিৰে বাকী কেইজন আজীৱন কুমাৰ হৈ আছিল, গতিকে তেওঁনো কেনেকৈ কৌমৰ্য ব্ৰত পালন নকৰাকৈ থাকে। ২৭-৮-১৯১৬ ৰ ডায়েৰী পাতত কাফ্কাই বিবাহৰ সপক্ষে আৰু বিপক্ষে থকা যুক্তিবোৰ দাঙি ধৰিছিল এনেদৰে —

১। অকলে জীৱনটোক সহ্য কৰাৰ অসমৰ্থতা। ইয়াৰ অৰ্থ কিন্তু জীয়াই থকাৰ অসমাৰ্থ্য নহয়, ঠিক ওলোটাটোহে। আনৰ লগত জীৱন নিওৱাটো যে মোৰ পক্ষে অসম্ভৱ। কিন্তু অকলশৰে মোৰ জীৱনৰ ঘাত-প্ৰতিঘাতবোৰ, যেনে মোৰ একান্ত ব্যক্তিগত, দাবীবোৰ; সময়ৰ আক্ৰমণ আৰু বৃদ্ধকাল, লিখাৰ আকাংক্ষাৰ অনিশ্চিত হেঁচা, অনিদ্ৰা, মগজুৰ বিকৃত প্ৰায় অৱস্থা এইবোৰ অকলে বহন কৰাটো মোৰ বাবে অসম্ভৱ। স্বাভাৱিকভাৱেই মই ইয়াৰ লগত এটা "বোধকৰো" যোগ কৰি দিওঁ। ফেলিচৰ লগত মোৰ সম্পৰ্কই মোৰ অস্তিত্বক কিছু প্ৰতিৰোধ ক্ষমতা যোগাব।

২। সকলোটিয়েই মোক থমকি ৰ'বলৈ বাধ্য কৰে, — যেনে কমিক্ছবোৰত থকা কৌতুকবোৰ, ফ্লবেয়াৰ আৰু গ্ৰীল পাৰ্জাৰৰ সম্পৰ্কে মই পাহৰি নোযোৱা কথাবোৰ। মোৰ মা-দেউতাৰ বিছনাত পৰি থকা ৰাতিৰ পোছাক, মেক্সৰ বিয়া, এই সকলো। কালি মোৰ ভনীয়ে ক'লে — "সকলো বিবাহিত মানুহ সুখী, মই ভু নাপাওঁ। এই মন্তব্যটোৱেও মোক থমকি ৰ'বলৈ বাধ্য কৰালে। মই আকৌ ভীত হৈ পৰিলো।

৩। ভালেখিনি সময় অকলে থকাটো মোৰ দৰকাৰ। যিখিনি কাম মোৰ দ্বাৰা সম্ভৱ হৈছে, সেয়া মোৰ একাকীত্ব ফল।

৪। সাহিত্যৰ সৈতে সম্পৰ্কহীন যিকোনো বিষয়কেই মই ঘিণ কৰো। গল্প-তামাছাবোৰে মোক আমনি দিয়ে। লোকৰ ঘৰলৈ ফুৰিবলৈ যোৱাটোও মোৰ

কাৰণে আমনিদায়ক। মোৰ আত্মীয় পৰিজনৰ আনন্দ আৰু বেদনাই মোৰ আত্মাৰ গভীৰলৈকে অস্বস্তি বিয়পায়। আলাপনে, মই চিন্তা কৰা প্ৰতিটো বিষয়ৰেই গুৰুত্ব, গাম্ভীৰ্য আৰু সত্যতা নষ্ট কৰে।

৫। সম্পৰ্কৰ ভীতি, পৰস্পৰৰ সংস্পৰ্শলৈ অহাৰ ভয়। তেতিয়াহ'লে মই আৰু কেতিয়াও অকলশৰীয়া হ'ব নোৱাৰিম।

৬। পূৰ্বতে মোৰ ভনীহঁতৰ সান্নিধ্যত থকা 'মই' আৰু বৰ্তমানে আন মানুহৰ সান্নিধ্যত থকা 'মই'টো সম্পূৰ্ণ বেলেগ। মাথো মই যেতিয়া লিখো, তেতিয়াহে মই সাহসী আৰু শক্তিশালী হৈ উঠো। যদি মই ফেলিচৰ মধ্যস্থতাত যিকোনো মানুহৰ উপস্থিতিয়ে ঠিক এনে আচৰণ কৰিব পাৰিলোহেঁতেন। কিন্তু সেয়া কোনোপধ্যেই মোৰ লিখাৰ বিনিময়ত হ'ব নালাগিব। নাই, সেয়া নহ'ব।

৭। অকলে থাকিলে মই হয়তো মোৰ চাকৰিটো এদিন এৰি দিব পাৰিম। বিবাহিত অৱস্থাত সেয়া সম্ভৱপৰ নহ'ব।

কবি, দাৰ্শনিক, চিত্ৰকৰ খলিল জিব্ৰানে 'প্ৰফেট'ত বিবাহৰ প্ৰসঙ্গত উল্লেখ কৰিছে। এনেদৰে ঃ ইটোৱে সিটোক ভালপোৱা কিন্তু প্ৰেমক বন্ধন কৰি নলবা। . . ইটোৱে সিটোৰ পিয়লা ভৰাই দিবা, কিন্তু একেটা পিয়লাৰ পৰা নিপিবা। ইটোৱে সিটোক নিজৰ ৰুটি দিবা, কিন্তু একেটা ৰুটিৰ পৰা নাখাবা। তোমালোক একেলগে গীতগাবা, নাচিবা হাঁহিবা, কিন্তু প্ৰত্যেকে অকলশৰীয়া হৈও থাকিবা।"

## অখ্যাত প্ৰেয়সী ড'ৰা

কাফ্‌কাৰ হৃদয়ৰ গোপন কোনত সাজ বহুওৱা আন এগৰাকী প্ৰেয়সী হ'ল 'ড'ৰা'। যি গৰাকী প্ৰেয়সীৰ জীৱন আজিও ভালদৰে পোহৰলৈ অহা নাই। সেই কাফ্‌কাৰ প্ৰেয়সী হিচাপে ড্'ৰা অখ্যাত, অবিদিত।

কাফ্‌কাই গভীৰভাৱে ভাল পাইছিল ড'ৰাক। কাফ্‌কাৰ পূৰ্বৰ ব্যৰ্থ প্ৰেমৰ বিপৰীতে ড'ৰাই প্ৰেমৰ ক্ষেত্ৰত হতাশাগ্ৰস্ত হোৱা নাছিল। যক্ষ্মা ৰোগত আক্ৰান্ত হৈ মাত্ৰ ৪১ বছৰ বয়সতে মৃত্যুৰ শীতল কোলাত আশ্ৰয় লোৱা সময়লৈকে কাফ্‌কাই মৰমী প্ৰেয়সী গৰাকীৰ উমাল প্ৰেমৰ অনুভূতি কঢ়িয়াই লৈ ফুৰিছিল।

১৯২৪ চনৰ ১৩ এপ্ৰিলত কাফ্‌কা অতি অসুস্থ হৈ পৰিছিল আৰু তেওঁক ভিয়েনাৰ এক চিকিৎসালয়ত ভৰ্ত্তি কৰোৱা হয়। শৰ্য্যাত পৰি থকা অৱস্থাতে তেওঁ ড'ৰাক বিয়া কৰোৱাৰ ইচ্ছা প্ৰকাশ কৰি এখন চিঠি লিখিছিল। কিন্তু ড'ৰাৰ দেউতাকে এই বিবাহত সম্মতি নিদিলে। দেউতাকে বিচাৰিছিল কাফ্‌কা এজন ধাৰ্মিক ইহুদী হওঁক। দেউতাকে চিঠিখন ডাষ্টবিনত পেলাই দিছিল। ইহুদী যাজকেও দেউতাকক কৈছিল — "কাফ্‌কা আপোনাৰ কন্যাৰ বাবে উপযুক্ত নহয়।"

কাফ্‌কাৰ শাৰীৰিক অৱস্থা ক্ৰমাৎ বেয়াৰ পালে ঢাল খালে। তেওঁ খাব আৰু কথা ক'ব নোৱাৰা হ'ল। তেওঁ ড'ৰালৈ লিখিলে, — "তোমাৰ হাতখন এক মূহুৰ্ত্তৰ বাবে মোৰ কপালত থোৱাচোন, ই মোক যথেষ্ট উৎসাহিত কৰিব।"

কিন্তু সময়ে কাকো ক্ষমা নকৰে। ১৯২৪ চনৰ ৩ জুনৰ দিনা ৪১ বছৰ বসয়ত কাফ্‌কাৰ মৃত্যু হয়। প্ৰেমৰ পৃথিৱীত অকলশৰীয়া হৈ থাকি গ'ল মৰমী ড'ৰা। কাফ্‌কাৰ অন্ত্যেষ্টিক্ৰিয়া সম্পন্ন কৰা হৈছিল প্ৰাগ্ চহৰৰ ইহুদী সমাধিস্থলীত। কাফ্‌কাই এবাৰ কৈছিল — "তুমি প্ৰাগ্‌ক এৰি থৈ যাব পাৰা, কিন্তু প্ৰাগে কেতিয়াও তোমাক এৰি নিদিয়ে।"

মৃতদেহত ফুলৰ থোপাটো দি শেষ শ্ৰদ্ধা জনোৱাৰ সময়ত শোকত ভাগি পৰিছিল ড'ৰা। কাফ্‌কাৰ মৃত্যুৰ পিছত ড'ৰাৰ অন্তৰত এক ডাঙৰ দুখ থাকি গ'ল। সেই দুখটো হৈছে তেওঁ কাফ্‌কাৰ ফালৰ পৰা এটি সন্তানৰ মাতৃ হ'ব নোৱাৰিলে। ড'ৰাই ভনীয়েক ছাৰাক কৈছিল — "যদিহে কাফ্‌কাৰ ফালৰ পৰা মোৰ এটি সন্তান থাকিলেহেঁতেন, তেন্তে গোটেই পৃথিৱীখনেই পোহৰে ভৰি থাকিলহেঁতেন।"

ড'ৰা ডাইমেণ্টে জন্ম গ্ৰহণ কৰিছিল পোলেণ্ডৰ বেন্ডজিন নামৰ ঠাইত। তেওঁৰ দেউতাক আছিল এজন গোড়া ইহুদী। ড'ৰা আছিল স্বাধীনচিতীয়া মনৰ। মাকৰ মৃত্যুৰ পাছত তাই জাৰ্মানীলৈ যায়। ড'ৰাক লগ পোৱাৰ সময়ত কাফ্‌কা আছিল আইনৰ স্নাতক। কাফ্‌কাৰ ওপৰত অধ্যয়ন চলোৱা গৱেষক মেক্স ব্ৰডে প্ৰকাশ কৰিছে যে কাফ্‌কাৰ প্ৰেমৰ সম্পৰ্কত ইতিমধ্যে বহু কথা পোহৰলৈ আহিছে। তেওঁৰ মতে, ড'ৰা নামৰ কাফ্‌কাৰ প্ৰেয়সী গৰাকীৰ সম্পৰ্কে মানুহে জানিলেও

পৰিয়ালৰ মানুহে পাহৰি পেলাইছিল। ১৯২৩ চনত বাল্টিক সাগৰৰ উপকূলত কাফ্‌কা আৰু ড'ৰা ডাইমেণ্টৰ প্ৰথম দৰ্শন হৈছিল। ড'ৰা আছিল সেই সময়ত ২৫ বছৰীয়া গাভৰু।

কাফ্‌কাৰ মৃত্যুৰ পিছত ড'ৰাই জীৱনটোক নতুনকৈ আৰম্ভ কৰিবলৈ চেষ্টা কৰিলে। তেওঁ থাকিবলৈ ল'লে পূব লণ্ডনত। হৃদয়ত কাফ্‌কাৰ প্ৰেমৰ স্মৃতি। তেওঁ এটা থিয়েটাৰ কোম্পানীত যোগদান কৰে। ১৯৩২ চনত তেওঁ লুডউইগ লাস্কাৰৰ লগত বিবাহ পাশত আবদ্ধ হয়। অৱশ্যে স্বামী স্ত্ৰী কাচিৎহে একেলগে থাকিছিল। কাফ্‌কাৰ নামৰ লগত সংগতি ৰাখি ড'ৰাই তেওঁৰ সন্তানৰ নাম ৰাখিছিল ফ্ৰাঞ্জিছকা মেৰিয়ন। ব্যৰ্থ প্ৰেম আৰু দাৰিদ্ৰই ড'ৰাক পীড়িত কৰিছিল। ১৯৫২ চনৰ ১৫ আগষ্টত ড'ৰাৰ মৃত্যু হয়। তেওঁক সমাধিস্থ কৰা হয় এক অখ্যাত সমাধিস্থলীত। সমাধিত ড'ৰাৰ কোনো নাম, জন্ম বা মৃত্যুৰ তাৰিখথ। খোদিত কৰা নহ'ল। মাথো লিখা আছিল— "Who knows Dora, Know what love means.

১৯২৮ চনত ৪৮ বছৰ বয়সত ফ্ৰাঞ্জিছকা মেৰিয়নৰ মৃত্যু হয়। শেহতীয়াকৈ ড'ৰাৰ সমাধিস্থলী আৱিস্কৃত হয়। ড'ৰাৰ মৃত্যুৰ ৪৭ বছৰৰ পিছত ইষ্ট হেমত চিনাক্ত কৰা হৈছে ড'ৰাৰ সমাধিক্ষেত্ৰ। "Kafkas hast Mistress" নামৰ গ্ৰন্থৰ লিখক কেথি ডাইমেণ্টে এই সমাধি আৱিস্কাৰ কৰে। স্মৰ্তব্য যে ড'ৰাৰ সমাধিত এতিয়া ড'ৰাৰ নাম কাফ্‌কাৰ প্ৰেমিকা হিচাপে খোদিত কৰা হৈছে। আনহাতে, ড'ৰাৰ তনয়া মেৰিয়ানৰ সমাধিত খোদিত কৰা হৈছে — "Franziska Marianne the tragic love child Dora. Dymant never had with Franz Kafka."

### নোবেল বঁটা বিজয়ী ইংৰাজ কবি

# ইয়েটছৰ প্ৰেম আৰু সাহিত্য

কবিতা হ'ল জীৱনৰ শিল্প। প্ৰতিটো সুন্দৰ কবিতাই অতীত কালৰে পৰাই মানুহক আকৰ্ষণ কৰি আহিছে। পৃথিৱীখন হ'ল কবিতাৰ অফুৰন্ত ভাণ্ডাৰ। কবি হ'ল ইয়াৰ কাণ্ডাৰী। কবিতা লিখে হেনো দেৱদূতে। কবিতা স্লিপিং টেবলেট নহয়। কবিতা ঘুটুংপানীৰ সুখ নহয়। কবিতা হৃদয়ৰ ভাষা। ই নিৰলাত ওপজা হৃদয়ৰ আৱেগ, স্বতঃস্ফূৰ্ত প্ৰকাশ.....।

বিশ্বসুন্দৰী ডায়েনা হাইডেনে কবি ইয়েটছৰ কবিতা আবৃত্তি কৰি বিশ্বজয় কৰি কৈছিল— 'সপোনৰ মাজেদিয়েই বাস্তৱৰ সকলো দায়িত্ব গ্ৰহণ কৰিবলৈ মানুহে আগবাঢ়ি যোৱা উচিত।' কবি হিচাপে ইয়েট্‌ছৰ শ্ৰেষ্ঠত্ব সকলোৱে একেমুখে স্বীকাৰ কৰে। ইয়েটছি কুৰি শতিকাটোৰ এজন অতি জনপ্ৰিয় ইংৰাজ কবি।

জীৱনৰ সঁচা সুখৰ সন্ধানত ব্ৰতী থাকি কল্পলোকত বিচৰণ কৰা কবিজনেই হৈছে ইয়েট্‌ছ। সম্পূৰ্ণ নাম উইলিয়াম বাট্‌লাৰ ইয়েট্‌ছ। ইয়েটছ কেৱল ইংৰাজী সাহিত্যৰ নহয়, বিশ্ব সাহিত্যৰো এজন অন্যতম সাধক তথা জনপ্ৰিয় কবি। কবিজনাই জীৱন কালতে ইমান জনপ্ৰিয়তা লাভ কৰিছিল যে তেনে জনপ্ৰিয়তা খুব কম সংখ্যক কবিৰ ভাগ্যতহে ঘটিছিল। তেওঁৰ কবিতাৰ বিষয়বস্তু, প্ৰকাশভংগী, কাব্যশৈলী, বাক্য গাঁথনি আদিয়ে সহজতে পাঠকৰ মন, অন্তৰ জয় কৰে।

১৮৬৫ চনৰ তেৰ জুনৰ দিনা এটি শুভক্ষণত ডাবলিন চহৰৰ এটি সম্ভ্ৰান্ত পৰিয়ালত ইয়েট্‌ছৰ জন্ম হৈছিল। জন্মসূত্ৰে ইয়েট্‌ছ আছিল আইৰিচ। পিতৃৰ নাম আছিল জন বাট্‌লাৰ ইয়েটছ। তেওঁ আছিল এজন বিখ্যাত চিত্ৰশিল্পী আৰু লণ্ডনৰ বিখ্যাত 'ৰয়েল হাইবাৰনিয়ান একাডেমী'ৰ সদস্য।

ছাত্ৰ হিচাপে ইয়েট্‌ছে কোনো পাৰদৰ্শিতা দেখুৱাব পৰা নাছিল। আন দহজন শিশুৰ দৰে ইয়েটছৰ শৈশৱ সিমান ৰংচঙীয়া নাছিল। দেউতাক জন বাট্‌লাৰ ইয়েট্‌ছে ঊনৈশ বছৰ বয়সত তেওঁক মেট্ৰ' পলিটান স্কুল অব আৰ্টছত নাম লগাই দিছিল। কিন্তু ছবি অঁকাত ইয়েট্‌ছ আছিল কেঁচা। সেই সময়তে তেওঁ বিখ্যাত দাৰ্শনিক ৰাচেলৰ সংস্পৰ্শলৈ আহি। শৈশৱতে দেউতাকৰ পৰাই ইয়েট্‌ছে সাহিত্য কলাক ভাল পাবলৈ শিকিছিল। আনহাতে, মাকৰ পৰা আয়ত্ত কৰিছিল মানুহক মানুহে কৰা সুব্যৱহাৰবোৰ। মাকৰ মুখৰ পৰা শুনা পৰীৰ দেশৰ সাধু, ভূতৰ সাধু, গল্প, কাহিনী আদিয়ে তেওঁৰ শিশু মনটিক আপ্লুত কৰিছিল। ইয়েট্‌ছ শৈশৱত দেখাত হেনো আপচু আছিল। বিদ্যালয়ত পঢ়ি থকা অৱস্থাত ইয়েট্‌ছে তেওঁৰ আইৰিচ জাতীয়তাৰ বাবে সমনীয়া লগৰীয়াৰ পৰা বহুতো ঠাট্টা-মস্কৰা সহিব লগাত পৰিছিল।

উল্লেখযোগ্য যে ৰাচেলকে আদি কৰি বিখ্যাত লেখক, বুদ্ধিজীৱিৰ সংস্পৰ্শলৈ অহাৰ পাছত ইয়েট্‌ছে হাতত কলম তুলি লয়। লেখক হ'ব বুলি তেওঁ কেতিয়াও ভবা নাছিল: কিন্তু এবাৰ হাতত কলম তুলি লোৱাৰ পিছত তেওঁ উপলব্ধি কৰিছিল যে আন যিকোনো বৃত্তিৰ তুলনাত লিখক হ'বৰ বাবে তেওঁৰ যোগ্যতা বেছি। সেয়া ১৮৮৭ চন মানৰ কথা সেই সময়ৰ পৰাই ইয়েট্‌ছৰ লেখক জীৱন আৰম্ভ হোৱা বুলি ক'ব পাৰি। যিটো সময়ত তেওঁ কবি জীৱনৰ পাপৰি মেল খাইছিল।

## সাহিত্য, প্ৰেম আৰু প্ৰেমিক ইয়েট্‌ছ

প্ৰেম পৃথিৱীৰ প্ৰত্যেক মানুহৰ বাবেই যৌৱনৰ সেউজীয়া দিনবোৰত প্ৰৈৰণাৰ উৎস। নাইবা স্বপ্ন ভংগৰ বেদনাৰূপে বিবেচিত হৈ আহিছে। যৌৱনৰ দুৱাৰ দলিত ভৰি দিয়াৰ পাছতে যুৱক-যুৱতীসকলে পৰস্পৰৰ প্ৰতি অনুভৱ কৰে এক দুৰ্বলতা। প্ৰেমৰ এই প্ৰথম অনুভূতি যৌৱনৰ দিনবোৰত সদায় প্ৰেৰণাৰ উৎস।

প্ৰেমেই শিল্প-সাহিত্যৰ প্ৰধান চালিকা শক্তি। প্ৰেমৰ কলৈ পৃথিৱীৰ অনেক মহৎ সাহিত্য কলাৰ সৃষ্টি হৈছে। প্ৰখ্যাত কবি-সাহিত্যিকসকলৰ ব্যক্তিগত

জীৱনবোৰে কেতিয়াবা শালীনতা হেৰুৱাই পেলোৱাও দেখা যায়। দৃষ্টান্তৰূপে প্ৰখ্যাত চিন্তা নায়ক মিল এগৰাকী অন্য পুৰুষৰ পত্নীক লৈ উধাও হৈছিল। একে ভিক্টোৰীয়া যুগৰে জৰ্জ ইলিয়ট বুলি ছদ্মনামেৰে পৰিচিতা মহিলা ঔপন্যাসিক গৰাকীয়ে বিয়া-বাৰু নোহোৱাকৈয়ে কুৰি বছৰ ধৰি এনে এগৰাকী পুৰুষৰ লগত মুকলিকৈ দাম্পত্য জীৱন যাপন কৰিছিল যিজন অন্য এগৰাকী স্ত্ৰীৰ স্বামী। সেইদৰে অস্কাৰ ৱাইল্ডৰ দৰে বিখ্যাত লোকৰ যৌন জীৱন বিকৃত কালিমাৰে কলংকিতা। এনে দৃষ্টান্ত অসংখ্য আছে।

যৌনতা আৰু প্ৰেম অৱশ্যে দুটি পৃথক বস্তু। প্ৰেম হ'ল এক মধুৰ সম্পৰ্ক। বিশ্ব সাহিত্যত এনে কিছুমান গ্ৰন্থ আছে যিবোৰ নেকি নৰ-নাৰীৰ মধুৰ সম্পৰ্কক লৈয়ে ৰচিত। সাধাৰণতে কবি-সাহিত্যিকসকলকেই প্ৰেমে আটাইতকৈ বেছিকৈ আলোড়িত কৰে। এক কথাত কবি-সাহিত্যিকসকলক উদ্বুদ্ধ কৰা আটাইতকৈ ডাঙৰ ৰোগ বিধৰ নাম 'প্ৰেমৰোগ'। এনে প্ৰেমৰোগৰ বাবেই সৃষ্টি হৈছিল 'ডিভাইন কমেডি'।

কবি-সাহিত্যিসকলক পৰকীয়া প্ৰেমত আকৃষ্ট হোৱাও দেখা যায়। ডঃ বাণীকান্ত কাকতিৰ 'পৰকীয়া প্ৰেম' নামৰ ৰচনাত পোৱা যায় যে 'গীত-গোবিন্দ'ৰ ৰচয়িতা জয়দেৱৰ পৰকীয়া প্ৰেম আছিল পদ্মাৱতীৰ প্ৰতি। ঠিক সেইদৰে জয়দেৱৰ পিছৰ বৈষ্ণৱ কবিসকলেও পৰকীয়া ৰতি সাধন কৰিছিল। চণ্ডীদাসে ৰামী ধুবুনীৰ প্ৰতি, বিদ্যাপতিয়ে শিৱসিংহ ৰজাৰ ৰাণী লছিমাৰ প্ৰতি, ৰায় ৰামানন্দই জগন্নাথৰ দেৱদাসীৰ প্ৰতি, শ্ৰীৰূপ গোস্বামীয়ে মীৰাবাঈৰ প্ৰতি, বিশ্বমংগলে চিন্তামণিৰ প্ৰতি পৰকীয়া ৰতি প্ৰকাশ কৰিছিল।

আদাম-ইভৰ যুগৰ পৰা আৰম্ভ কৰি বৰ্তমানলৈকে প্ৰেম স্ৰোতস্বিনীৰ সোঁত প্ৰবাহিত হৈ আহিছে। বৰ্তমান আমাৰ সমাজৰ যুৱক-যুৱতীৰ পৰা আৰম্ভ কৰি আবাল বৃদ্ধলৈকে সকলো প্ৰেমতেই অভ্যস্ত বুলি ক'লে বঢ়াই কোৱা নহয়। প্ৰেমৰ মায়াসনা বৈশিষ্ট্যৰ বাবেই কবিৰ কাপৰ আগেদি নিগৰিত হৈ আহিছে অনেক সুমধুৰ কবিতা।

ভিক্টোৰিয়া যুগৰ সাহিত্যৰ মূল উপজীব্য হ'ল নাৰী-পুৰুষৰ প্ৰেম। ব্ৰাউনিং, শেলী, কলৰীজ, কীটছকে আদি কৰি ইয়েটছ, এলিয়টলৈকে কাব্য সৃষ্টিৰ মূল

প্ৰেৰণা হ'ল 'নাৰী আৰু প্ৰেম'। টলষ্টয়, গ্যেটে, ডাণ্টে, ছেক্সপীয়েৰকে আদি কৰি অৰুন্ধতী ৰয়লৈকে সাহিত্য উত্তৰণৰ একমাত্ৰ পথটি নৰ-নাৰীৰ প্ৰেমৰ আধাৰতে নিৰ্মিত বুলি ক'ব পাৰি।

ইংৰাজ কবি ডব্লিউ বি ইয়েট্ছৰ জীৱনটো এক অবিস্মৰণীয় প্ৰেমৰ দলিল বুলিলে বঢ়াই কোৱা নাহয়। ইয়েট্ছৰ জীৱনলৈ অহা প্ৰথমগৰাকী নাৰী হ'ল মদ্গন। তেওঁ আছিল অসাধাৰণ ৰূপ-লাৱণ্যৰ অধিকাৰী আৰু আইৰিচ জাতীয় আন্দোলনৰ অন্যতম নেত্ৰী। কবিৰ বৰ্ণনা মতে মদ্গন আছিল পৃথিৱীৰ সকলো সৌন্দৰ্য আৰু পৱিত্ৰতাৰ জীৱন্ত প্ৰতিভূ। মদ্গনেই আছিল কবি ইয়েট্ছৰ জীৱনজোৰা প্ৰেম। অৱশ্যে কবিৰ এই প্ৰেম আছিল একপক্ষীয়। মদ্গনক কবিজনাই পৱিত্ৰ অন্তৰেৰেই গভীৰভাৱে ভাল পাইছিল আৰু প্ৰতি মুহূৰ্ত্তে বিচাৰিছিল। মদ্গনৰ প্ৰতি থকা গম্ভীৰ ভালপোৱা বাবেই ইয়েট্ছে ১৮৯৭-৯৮ চনৰ সময়ছোৱাত আইৰিচ ৰাজনীতিত সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰিছিল। আনহাতে, মদ্গনে কবিক তেওঁৰ জীৱনৰ উপযুক্ত সংগী বুলি গ্ৰহণ কৰিব পৰা নাছিল। হয়তো কবিজনাই মদ্গনক বিচৰাৰ দৰে সন্তৰ্পণে মদগনে কবিক বিচৰা নাছিল।

চকু হেনো প্ৰেমৰ পদূলি, বুকু তাৰ নিগাজি ঠিকনা। কবিক দেখি মদ্গনৰ দুচকু, কবিৰ দুচকুৰ পদূলিত হয়তো থমকি ৰৈছিল। কিন্তু কবিক তেওঁৰ হৃদয়ৰ আসনত নিগাজিকৈ বহুৱাব বিচৰা নাছিল। প্ৰকৃততে ইয়েট্ছক মদ্গনে তেওঁৰ প্ৰেমৰ উপযুক্ত পাত্ৰ বুলি গ্ৰহণ কৰিব পৰা নাছিল।

১৯০৩ চনৰ কথা। মদ্গন জন্ মেকব্ৰাইদ নামৰ এজন পুৰুষৰ সৈতে বিবাহ পাশত আৱদ্ধ হয়। ইয়েট্ছ ভাগি পৰিছিল হতাশাত, বিচ্ছেদৰ বিড়ম্বনাত। তেওঁৰ বিষাদবোৰ গাঁথাত পৰিণত হ'ল। তেওঁ প্ৰেমাস্পদৰ সৈতে হোৱা বিচ্ছেদৰ বেদনাবোৰ অন্তৰৰ হুমুনিয়াহ বোৰ চকুৰ পানীৰ সলনি চিএগাহীৰ ৰেখা হৈ কাগজৰ ওপৰত জিলিকি উঠিল। এইদৰেই সৃষ্টি হৈছিল কবি ইয়েট্ছৰ বিখ্যাত কালজয়ী কবিতাবোৰ।

পৃথিৱীৰ প্ৰতিজন পুৰুষ-নাৰীয়ে যে প্ৰেমত সফল হৈছে এনে কথা ক'ব নোৱাৰি। দৰাচলতে প্ৰেমত সফলতাৰ সংখ্যাতকৈ বিফলতাৰ সংখ্যাই বেছি। প্ৰেমত

সফল হোৱা জনে যিমানখিনি সৃষ্টি কৰিব পাৰে প্ৰেমত বিফল হোৱাজনে কিন্তু তাতকৈ বেছি কৰিব পাৰে। বিশেষকৈ কবি-সাহিত্যিকৰ ক্ষেত্ৰত দেখা যায় এই কথা যোল্ল অনাই সত্য।

স্মৰ্তব্য যে ইয়েট্ছ যদি মদ্গনৰ প্ৰেমত নপৰিলহেঁতেন বা মদ্গনে যদি কবিৰ প্ৰেম স্বীকাৰ কৰি তেওঁৰ পত্নী হ'লহেঁতেন তেন্তে হয়তো আমি ইয়েট্ছক বেছিকৈ নাজানিলোহেঁতেন। বহুতেই একেমুখে ক'ব বিচাৰে যে বিচ্ছেদৰ বেদনাইহে এনে কালজয়ী কবিতাৰ জন্ম দিয়ে।

মদ্গনক ইয়েট্ছে কোনো দিনে পাহৰিব পৰা নাছিল। নাৰীয়েই হওক বা পুৰুষেই হওক জীৱনৰ প্ৰথম প্ৰেমৰ স্মৃতি প্ৰখৰ, যি চেৰেং চেৰেঙকৈ মনত পৰি থাকে। প্ৰতিটো ক্ষণতে প্ৰেয়সী মদ্গনৰ স্মৃতিয়ে কবিক আমনি কৰে।

১৯১৬ চনৰ কথা। হঠাতে মদ্গনৰ স্বামী জন মেকব্ৰাইদ বিখ্যাত 'ইষ্টাৰ বিপ্লৱ'ৰ বলি হ'ল। মদ্গনৰ স্বামীৰ মৃত্যুৰ পিছত আকৌ ইয়েট্ছে বিধবা মদ্গনক প্ৰেমৰ.... প্ৰস্তাৱ দিয়ে। দ্বিতীয়বাৰতো মদ্গনে ইয়েট্ছৰ প্ৰেম প্ৰত্যাখ্যান কৰে। কবিজনাৰ হৃদয় ভাগি পৰিল। অৱশেষত পথভ্ৰষ্ট বিফল প্ৰেমিকজনে প্ৰেমৰ পৰিপূৰ্ণতা আনিব বিচাৰিলে প্ৰেমিকা মদ্গনৰ কন্যা ইয়েজণ্ট মেকব্ৰাইদৰ প্ৰেমৰ মাজেৰে।

ইয়েটছে চল্লিশৰ উৰ্ধত কবি ইয়েট্ছ কিশোৰী ইয়েজণ্ট মেকব্ৰাইদৰ পানী গ্ৰহণ কৰিব বিচাৰিলে। কিন্তু দুখৰ বিষয়ে যে কিশোৰী মেকব্ৰাইড দে ইয়েট্ছক গ্ৰহণ কৰিবলৈ অমান্তি হ'ল।

আজীৱন বিফল প্ৰেমিকাজনাই অৱশেষত ১৯১৭ চনত গ্ৰেগৰী হিড্লজ নামে এগৰাকী মহিলাক বিয়া কৰায়। সেই গ্ৰেগৰী হিড়লীজেই পাছলৈ ইয়েট্ছৰ সাহিত্য চৰ্চাত প্ৰেৰণা যোগাইছিল।

## নাট্যকাৰ হিচাপে ইয়েট্ছ

আইৰিচ কবি ইয়েট্ছ আছিল একেধাৰে কবি, নাট্যকাৰ আৰু সমালোচক। তেওঁৰ আদি ভাগৰ ৰচনা 'জন শ্বাৰমন এণ্ড ধোইয়া' (১৮৯১)ত কিছু পৰিমাণে আত্মীজীৱনীমূলক উপাদান থকা পৰিলক্ষিত হয়।

১৮৯২ চনত তেওঁৰ প্ৰথম নাটক 'দ্য কাউণ্টাৰছ কেথলীন' প্ৰকাশ পায়। ১৮৯৪ চনৰ পৰা ১৯০৭ চনৰ ভিতৰত প্ৰকাশ পোৱা তেওঁৰ উল্লেখযোগ্য নাটকসমূহ হ'ল — 'দ্য লেণ্ড অব হাৰ্টছ্ ডিজায়াৰ', দ্য শ্যাদোই ৱাটাৰছ', 'দ্য আৱাৰ গ্লাছ', 'অন বেইলছ ষ্টাণ্ড', 'দ্য কিংছ থেছহোল্ড' .... ইত্যাদি।

১৯১৭ চনক তেওঁৰ অন্যতম প্ৰধান কৃতি 'দ্য ৱাইল্ড শ্বনছ্ এট কূল' প্ৰকাশিত হয়। সেই বছৰতে ইয়েট্‌ছ হিড্‌লীজৰ সৈতে বিবাহ পাশত আবদ্ধ হয়। ১৯২১ চনত 'পোৰ প্লেইজফৰ জেণ্ডাৰাছ', ১৯৩০ চনত 'কলৱাৰী', ১৯৩১ চনত 'দ্য ৰেদাৰেকশ্যন', ১৯৩১ চনত 'দ্য ক্যাট ত্ৰ্যাণ্ড দ্য মুন' আদি নাটক প্ৰকাশ কৰে। তদুপৰি তেওঁ ছফ'ক্লিছৰ বিখ্যাত নাটক 'অডিপাছ' ইংৰাজীলৈ অনুবাদ কৰে। ১৯৩৭ চনত শ্ৰীপুৰোহিত স্বামী নামৰ এজন ভাৰতীয় লেখকৰ সৈতে লগ লাগি উপনিষদৰ ইংৰাজী ভাঙনি প্ৰকাশ কৰে।

## কবি হিচাপে ইয়েট্‌ছ

১৯২৩ চনত ইয়েট্‌ছে সাহিত্যৰ নোবেল বঁটা লাভ কৰিছিল। ইয়েট্‌ছ কবি হিচাপে প্ৰতিষ্ঠিত হয় তেওঁৰ 'দ্য ৱাণ্ডাৰিং অব অইচিন' নামৰ কাব্য সংকলনটি প্ৰকাশ পোৱাৰ পাছতে। কাব্য সংকলনটিত কবিজনাৰ কেইবাটাও শ্ৰেষ্ঠ কবিতা সন্নিবিষ্ট হৈছে আৰু সংকলনটিৰ মাজেদি আইৰিচসকলৰ পৰম্পৰাগত কাহিনী, লোক কথা আদিৰ স'তে থকা কবিৰ অন্তৰংগতা স্পষ্টভাৱে ফুটি উঠিছে। কবিজনাই কবিতাৰ বিষয়বস্তু সাধাৰণ মানুহৰ মাত-কথাৰ পৰাই গ্ৰহণ কৰিছে আৰু তেওঁৰ কবিতাৰ ভাষাও সাধাৰণ মানুহৰ মাত-কথাৰ পৰাই বুটলি লোৱা ভাষা।

উল্লেখযোগ্য যে মাজভাগতে কবিজনা ভাৰতীয় দৰ্শনৰ দ্বাৰাও প্ৰভাৱান্বিত হৈছিল। ভাৰতীয় পটভূমিত তেওঁ দুটামান কবিতাও লিখিছিল। একৈশ বছৰ বয়সতে তেওঁৰ প্ৰথম লেখা 'ম'ছাদা' প্ৰকাশ হৈ ওলাইছিল। ম'ছাদা প্ৰকাশ পোৱাৰ পিছত ১৮৯১ চনত কবিজনাই বন্ধু আৰ্ণেষ্ট ৰাইৰ লগ লাগি 'ৰাইমাৰছ ক্লাব' নামেৰে এটি সাহিত্য সংগঠন গঢ়ি তুলিছিল। মাজতে তেওঁ দেশপ্ৰেমত মত্ত হৈ আইৰিচ জাতীয় বিপ্লৱটোৰ সাহিত্যিক মুখপাত্ৰ হৈ পৰিছিল। গ্ৰীক পুৰাণৰ কাহিনী ভিত্তি

ৰচিত 'লিডা এ্যাণ্ড দ্য শ্বন' আৰু 'দ্য চেকেণ্ড কামিং' ইয়েট্‌ছৰ বিখ্যাত তথা আলোচ্য কবিতা।

আইৰিচ জাতীয় লোক কথা, সাধু, বুৰঞ্জী, ৰাজনীতি, কলা, ভূগোল আদি বিভিন্ন বিষয় সামৰিক ৰচনা কৰা ইয়েট্‌ছৰ বিভিন্ন ৰচনাৰাজিৰি প্ৰতিটো ৰচনাই উৎকৃষ্ট আৰু মনোৰম। একুৰি দহ বছৰৰ ভিতৰতে ইয়েট্‌ছৰ ছয়খন কাব্য সংকলন প্ৰকাশ পাইছিল। সংকলনবোৰ আছিল সৰু কিন্তু তত্ব গধুৰ। তেওঁৰ কবিতাৰ শৈলীয়ে পাঠক সমাজত বিপুল জনপ্ৰিয়তা লাভ কৰিছিল। 'চ'ৰ অব লাভ', 'ডাউন বাই দি চ্যেলী গাৰ্ডেনছ', 'হোৱেন ইউ আৰু অ'ল্ড' .... আদি কবিতাবোৰে আজিও পাঠকৰ হৃদয় গভীৰভাবে স্পৰ্শ কৰে। 'ইন ডি ছেভেন বুডছ (১৯১৩)', 'দ্য ৰেচপন চিবিলিটিজ (১৯১৪)', 'লেটাৰ পয়েমছ', দ্য টাৱাৰ (১৯২৮)', 'দ্য ৱাইণ্ডিং ষ্টেয়াৰ এণ্ড আদাৰ পয়েমছ (১৯৩৩)', 'দ্য ভিজন (১৯৩৬)', ..... আদি কবিজনাৰ উল্লেখযোগ্য কাব্য সংকলন। ইয়েট্‌ছৰ কবি জীৱনৰ শ্ৰেষ্ঠতম কীৰ্তিস্তম্ভ হ'ল — 'দ্য টাৱাৰ' আৰু 'দ্য ৱাইণ্ডিং ষ্টেয়াৰ এণ্ড আদাৰ পয়েমছ' নামৰ কাব্য সংকলন দুটা। 'ছেপ্টেম্বৰ ১৯১৩', বাইজ্যেনটিয়াম, চেইলিং টু বাইজ্যেনটিয়াম' ....আদি কবিতাবোৰ হ'ল তেওঁৰ সৰ্বাধিক চৰ্চিত কবিতা। ১৯৩৯ চনত প্ৰকাশ পোৱা 'লাষ্ট পোৱেমছ' ইয়েট্‌ছৰ জীৱনৰ শেষ কাব্য সংকলন।

কবি ইয়েট্‌ছ আছিল যৌৱন সম্পৰ্কে সাংঘাতিক ছিৰিয়াচ। তেওঁ আছিল চিৰ তৰুণ মনৰ ব্যক্তি। প্ৰায় সত্তৰ বছৰ বয়সতো তেওঁ বাৰ্ধক্যৰ ওচৰত নতি স্বীকাৰ কৰিবলৈ প্ৰস্তুত নাছিল। যৌৱন ধৰি ৰাখিবৰ বাবে তেওঁ এটা অস্ত্ৰোপচাৰো কৰিছিল। সেয়া ১৯৩৪ চনৰ কথা। তেওঁ যৌৱন ঘূৰাই পাইছিল যদিও সেয়া খন্তেকৰ বাবেহে। শৰীৰত ক্ৰমে তেওঁৰ বাৰ্ধক্যৰ আঁচোৰ পৰিছিল আৰু হৃদযন্ত্ৰৰ অসুখে তেওঁক প্ৰায় লগ নেৰা হৈছিল। ১৯৩৮ চনত হঠাৎ তেওঁৰ স্বাস্থ্য দ্ৰুতগতিত ভাগি পৰিল। ১৯৩৮ চনৰ জানুৱাৰি মাহৰ আঠাইশ তাৰিখে দক্ষিণ ফ্ৰান্সত কবি ইয়েট্‌ছৰ দেহাৱসান ঘটে। লগে লগে যেন এটি পোহৰ লুপ্ত পালে ইংৰাজী সাহিত্য জগতৰ পৰা। ইয়েট্‌ছ হেৰাই গ'ল। পৃথিৱীৰ বুকুৰ পৰা। কিন্তু তেওঁৰ কীৰ্ত্তি কাহিনীৰ আজিও অন্ত নাই। তেওঁৰ যশ, খ্যাতি, সুনাম পৃথিৱীৰ চৌদিশে আজিও

বিৰাজমান। 'I will arise and go now go to the take isre of innsfree and a small cabin build there, of clay and wattles made....' মুঠৰ ওপৰত ডব্লিউ, বিয়েট্‌ছ আধুনিক ইংৰাজী কাব্যজগতৰ এক উল্লেখযোগ্য নাম। টি এছ এলিয়টৰ দৰে ইয়েট্‌ছ আধুনিক কাব্য জগতৰ এক বিৰল প্ৰতিভা, সুনিপুন খনিকৰ।

* * * * *

**অঙ্গৰ বাহিৰে এজন পুৰুষে তেওঁৰ স্বপ্নৰ নাৰীগৰাকীৰ কি গুণক প্ৰাধান্য দিয়ে।**

(ক) সৌন্দৰ্য আৰু ব্যক্তিত্ব (খ) উৎসাহ (গ) ভালপোৱাৰ ক্ষমতা (ঘ) গৃহকৰ্মৰ দক্ষতা (ঙ) পাৰস্পৰিক বুজাপৰা (চ) শিক্ষা (ছ) আধুনিকতাৰ লগত খাপ পাব পৰা। (জ) বেছি আশাবাদী নোহোৱা মানসিকতা (ঝ) সৰল পোছাক (ঞ) পৰিচয়।

**এগৰাকী নাৰীয়ে তেওঁৰ স্বপ্নৰ পুৰুষজনৰ পৰা কি গুণ বিচাৰে।**

(ক) সাফল্য (খ) নেতৃত্ব (গ) অৰ্থনৈতিক অৱস্থা (ঘ) কৰ্ম দক্ষতা (ঙ) দায়িত্ব জ্ঞান আৰু কথা ৰাখিব পৰা স্বভাৱ (ছ) বুদ্ধিমত্তা (ছ) পৰ্যবেক্ষণ ক্ষমতা (জ) অলপ ওখ (ঝ) এজন ভাল শ্ৰোতা (ঞ) বুজা পৰা গুণ থকা (ট) ভালপোৱা গুণ থকা (ঠ) গুৰু গম্ভীৰ আৰু সুন্দৰ ব্যক্তিত্ব।

*****

নাৰী আৰু পুৰুষ উভয়েৰে কেনেদৰে ক'ত প্ৰথম প্ৰেমৰ বীজ আৰম্ভ হয়—

| **কি দৰে ক'ত** | **পুৰুষ** | **মহিলা** |
|---|---|---|
| বন্ধুবৰ্গৰ মাধ্যমেদি | ৩০% | ৩৬% |
| সামাজিক অনুষ্ঠানত | ২২% | ১৮% |
| সাংস্কৃতিক অনুষ্ঠানত | ১৪% | ১৮% |
| কৰ্মক্ষেত্ৰত | ১০% | ৯% |
| বাতৰি কাকতৰ মাধ্যমেদি | ১% | ১% |

# ডি এইচ লৰেন্স
## নিষিদ্ধ সাহিত্য আৰু পৰ্ণগ্ৰাফি

বিশ্ববিখ্যাত উপন্যাসিক ডি এইচ লৰেন্সৰ বিখ্যাত গ্ৰন্থ "লেডী চেটাৰ্লিজ লাভাৰ" এসময়ত ইংলেণ্ডত নিষিদ্ধ কৰা হৈছিল। সেই সময়ত সামন্ত যুগত সমালোচক সকলে বিক্ষুদ্ধ হৈ কৈছিল ঃ— "লেডী চেটাৰ্লিজ লাভাৰ" কোনো সাহিত্য নহয়, স্থূল পৰ্ণগ্ৰাফি মাত্ৰ।" ফলত নিষিদ্ধ কৰি দিয়া হৈছিল লৰেন্সৰ উপন্যাসখন।

লৰেন্সে যি সময়ত 'লেডী চেটালিজ লাভাৰ' ৰচনা কৰিছিল সেই সময়ত সামন্ত প্ৰথাৰ জয় জয় ময় ময় অৱস্থা। সামন্ত প্ৰভুৰ পত্নীয়ে এজন খৰিকটীয়াৰ সৈতে প্ৰেমত নিমজ্জিত হৈ দৈহিক চাহিদা পূৰণ কৰিছিল। গ্ৰন্থখনত যৌন সম্ভোগৰ বৰ্ণনা থকাৰ কাৰণে সামন্ত প্ৰথাৰ সমৰ্থক উচ্চ শ্ৰেণীৰ বুদ্ধিজীৱী সকলে সেইখন তাজ্জৱ, অসহনীয় আৰু অশ্লীল বুলি নিষিদ্ধ কৰিছিল। অৱশ্যে পাছত 'সত্য'ৰ পোষ্টমৰ্টেম ৰিপৰ্টত কিতাপখনৰ নিৰ্দোষিতা প্ৰমাণ হৈছিল।

* * * * *

ডি এইচ লৰেন্স....! এইজন ব্যক্তিৰ বিষয়ে নজনা লোক খুওব কমেইহে ওলাব। ডি এইচ লৰেন্সৰ সম্পূৰ্ণ নামটো হ'ল 'ডেভিড হাৰ্বাৰ্ট লৰেন্স'।

লৰেন্সৰ জন্ম হৈছিল লণ্ডনৰ নাটিংহাম ছায়াৰত ১৮৮৫ চনৰ ১১ ছেপ্তেম্বৰত। লৰেন্সৰ পিতৃৰ নাম হ'ল আৰ্থাৰ লৰেন্স। তেওঁ আছিল কয়লাখনিৰ শ্ৰমিক। লৰেন্সৰ মাক হ'ল লিডিয়া। লিডিয়া আছিল সু-শিক্ষিতা, সহনশীলা আৰু মৰমীয়াল নাৰী, লিডিয়া আছিল শিক্ষয়িত্ৰী।

দুগ্ধপোষ্য কালৰে পৰা লৰেন্স আছিল শাৰীৰিকভাৱে অত্যন্ত দুৰ্বল। শৈশৱতে তেওঁ 'নিউমোনিয়া' ৰোগত আক্ৰান্ত হৈছিল। মাকৰ অশেষ চেষ্টাতে লৰেন্স আৰোগ্য হৈ উঠিছিল। লৰেন্সৰ শৈশৱৰ কালছোৱা আছিল সংঘাতেৰে ভৰা। পিতৃ আথাৰ লৰেন্স আছিল ঘোৰ মদপি। তেওঁ মদ খাই আহি লৰেন্সৰ মাকৰ ওপৰত অত্যাচাৰ কৰিছিল। পিতৃৰ এনে ব্যৱহাৰৰ বাবে লৰেন্স ক্ষুব্ধ হৈছিল।

হাইস্কুলীয়া শিক্ষা সাং কৰি লৰেন্সে কাৰখানাৰ চাকৰিত যোগদান কৰে। সেই সময়তে তেওঁ জেছি চেম্বাৰ্ছ নামৰ এগৰাকী যুৱতীৰ সান্নিধ্যলৈ আহে। জেছি চেম্বাৰ্ছৰ সহায়তে লৰেন্সে এটি শিক্ষকৰ চাকৰি পায়। শিক্ষকতা কৰি থকা অৱস্থাতে লৰেন্সে অধ্যয়নৰ বাবে এটা বৃত্তি পায়। ইয়াৰ পাছত তেওঁ নাটিংহাম উইনিভাৰচিটি কলেজত পঢ়িবলৈ লয়।

শিক্ষকতা কৰি থকা সময়তে লৰেন্সে এটি দুটিকৈ কবিতা লিখিবলৈ আৰম্ভ কৰে। লৰেন্সৰ কবিতা 'দ্য ইংলিছ ৰিভিউ' নামৰ কাকতত প্ৰকাশ পায়। লৰেন্সৰ প্ৰথম উপন্যাসখনৰ নাম আছিল 'দ্য হোৱাইট পিকক'।

এই উপন্যাসখন প্ৰকাশ পায় ১৯১১ চনত। এই সময়ছোৱাতে লৰেন্সৰ মাতৃ লিডিয়াই ইহ সংসাৰ ত্যাগ কৰে। মাতৃৰ আকস্মিক মৃত্যুৱে তেওঁক বাৰুকৈয়ে মৰ্মাহত কৰি তুলিছিল। ১৯১২ চনত লৰেন্সৰ দ্বিতীয়খন উপন্যাস 'দ্য ট্ৰেছপাচৰছ' প্ৰকাশ পায়। তাৰ পাছত ক্ৰমে ১৯১৩ চনত 'চনছ এণ্ড লাভাৰ্ছ', ১৯১৫ চনত 'দ্য ৰেইনব' প্ৰকাশ পায়।

১৯১৫ চনত লৰেন্সৰ প্ৰসিদ্ধ লেখক, দাৰ্শনিক নোবেল বঁটা বিজয়ী বাৰ্ট্ৰাণ্ড ৰাছেলৰ লগত সাক্ষাৎ হয়। দুয়ো একত্ৰিত হৈ প্ৰথম বিশ্বযুদ্ধৰ ভয়াবহতা আৰু ইয়াৰ পৰিণতিৰ বিষয়ে জনসাধাৰণক সচেষ্ট কৰিবলৈ চেষ্টা কৰে। দুয়ো ভালেমান ঠাইত সভা-সমিতি পাতি জনসাধাৰণক এই বিষয়ে অৱগত কৰে। অৱশ্যে এটা সময়ত দুয়োৰে মাজত মতানৈক্য লাগে। সেই সময়তে প্ৰকাশ পোৱা লৰেন্সৰ উপন্যাস 'দ্য ৰেইনব' অশ্লীলতাৰ দোষে চুৱে। অশ্লীল বুলি অভিযুক্ত কৰি এই উপন্যাসখন নিষিদ্ধ কৰাত লৰেন্সে মনত তীব্ৰ আঘাত পায়।

১৯২২ চনৰ পৰা লৰেন্সৰ স্বাস্থ্য ভাঙি পৰে। চিকিৎসাৰ বাবে তেওঁক নিউ মেক্সিকো লৈ নিয়া হয়। যক্ষ্মা ৰোগত আক্ৰান্ত হৈ তেওঁ একেবাৰে নিশকটীয়া হৈ পৰে। ১৯২৬ চনত তেওঁক ইটালীলৈ নিয়া হয়। ১৯৩০ চনত লৰেন্সৰ মৃত্যু হয়।

যক্ষ্মাৰ দৰে ভয়ংকৰ ৰোগত আক্ৰান্ত হৈ থকা সময়তো লৰেন্সে সাহিত্য চৰ্চা কৰিবলৈ এৰা নাছিল। 'লষ্টগাৰ্ল', 'কেংগেৰু', 'প্লামেড্ ছাৰপেন্ট', 'দ্য মেন হু ডাইড', 'লেডী চাটাৰ্লিজ লাভাৰ আদি সুখ্যাত উপন্যাস বিলাক লৰেন্সে যক্ষ্মা ৰোগত আক্ৰান্ত হৈ থাকোতেই লিখা।

লৰেন্সৰ কেইবাখনো পুথি প্ৰকাশ পাইছিল। তাৰ ভিতৰত 'দ্য ক্ৰাউন, 'দ্য ৰিয়েলিটি অব পিচ', 'দ্য চিষ্টাৰ্ছ, ষ্টাডিজ ইন ক্লাছিক এমেৰিকান লিটাৰেচাৰ, মেন ইন লাভ' উল্লেখযোগ্য। লৰেন্সৰ কবিতাসমূহ একত্ৰ ৰূপত প্ৰকাশ পাইছে 'দ্য কমপ্লিট পয়েম অব ডি এইচ লৰেন্স'ত। তেওঁৰ নাটকসমূহ প্ৰকাশ পাইছে 'দ্য কমপ্লিট পেইজ অব ডি এইচ লৰেন্স'ত 'দ্য প্ৰুছিয়ান অফিচাৰ', 'ইংলণ্ড মাই ইংলণ্ড' আদি লৰেন্সৰ উল্লেখযোগ্য গল্প।

ডি. এইচ এৰেন্সৰ 'চনছ এণ্ড লাভাৰ্ছ' এখন বিশ্ব বিখ্যাত প্ৰেমৰ উপন্যাস। উপন্যাসখনৰ মূল বিষয়বস্তু হ'ল 'ইডিপাছ কমপ্লেক্স'। 'চন্ছ এণ্ড লাভাৰ্ছ'ৰ প্ৰথম খণ্ডটো সম্পূৰ্ণৰূপে আত্মজীৱনীমূলক। ইয়াত পল মৰেল (লৰেন্স) আৰু ভাতৃ উইল (আৰ্নেষ্ট লৰেন্স)ৰ ল'ৰাকালৰ দিনবোৰৰ কথা বৰ্ণনা কৰা হৈছে। মিছেছ মৰেলৰ চৰিত্ৰটো প্ৰকৃততে লৰেন্সৰ মাতৃ লিডিয়াৰ পৰিবৰ্তে আন কোনো নহয়। উপন্যাসৰ 'মিৰিয়াম' চৰিত্ৰটো হ'ল জেছি চেম্বাৰ্ছৰ।

## ডেভিডজেছিৰ প্ৰেম

ডেভিড লৰেন্স আৰু জেছি চেম্বাৰ্চৰ প্ৰেম আছিল কৈশোৰ কালৰ পৰাই। চৈধ্য বছৰ বয়সত লৰেন্সে যেতিয়া স্কুল এৰি ডাক্তৰী যন্ত্ৰপাতি তৈয়াৰ কৰা 'হেইড' নামৰ কাৰখানা এটাত সোমায় তেতিয়াই তেওঁ জেছি চেম্বাৰ্ছক লগ পায়। জেছি

লৰেন্সতকৈ এবছৰৰ সৰু আছিল। লৰেন্সৰ দৰে তাইৰো পঢ়াৰ প্ৰতি ধাউতি আছিল। লৰেন্স প্ৰায়েই সিহঁতৰ ঘৰলৈ গৈছিল, একেলগে ফুৰিছিল, একেলগে পঢ়িছিল। জেছি আছিল লৰেন্সৰ প্ৰেৰণা। জেছিয়েই লৰেন্সক লিখাৰ প্ৰতি ইচ্ছা জগায়। জেছিৰ প্ৰেৰণাতে তেওঁ কবিতা চুটি গল্প লেখিবলৈ আৰম্ভ কৰে।

১৮৯৮ চনৰ পৰা ১৯৯১ চনলৈ এই সুদীৰ্ঘ কালছোৱাত লৰেন্সৰ জীৱনৰ সমগ্ৰ পৰিঘটনাত যি গৰাকী নাৰীয়ে তেওঁৰ একান্ত প্ৰেমিকা, বিশ্বাসী বন্ধু, পথ প্ৰদৰ্শক মুঠতে 'ফ্ৰেণ্ড, ফিল'চফাৰ এণ্ড গাইড'ৰ ভূমিকা গ্ৰহণ কৰিছিল তেঁৱেই হ'ল জেছি চেম্বাৰ্ছ। জেছিৰ সহায়তে লৰেন্সে শিক্ষকৰ চাকৰিটো পাইছিল। কিন্তু ১৯১১ চনত জেছি লৰেন্সৰ সম্পৰ্কত ক্ষয় হ'বলৈ আৰম্ভ কৰে আৰু দুয়োৰ মাজত প্ৰেম সম্পৰ্কৰ বিচ্ছেদ হয়।

ডেভিড আৰু জেছিৰ কৈশোৰ কালৰ প্ৰেমে যে পৰিণত অৱস্থা নাপালেগৈ, সেই বিষয়ে জেছিয়ে তাইৰ জীৱন সোঁৱৰণীত লেখিছিল যে ডেভিদৰ মাকৰ কাৰণেই তাই ডেভিডৰ স'তে সম্পৰ্ক ৰাখিবলৈ ইচ্ছা নকৰিলে। তদুপৰি সেই সময়ত ডেভিডো যৌন বিষয়ত আছিল শংকিত ধৰণৰ।

লৰেন্সৰ আত্মজীৱনীমূলক উপন্যাস 'চনছ এণ্ড লাভাৰ্ছ' তো দুয়োৰে প্ৰেমৰ কথা প্ৰকাশ পাইছে। উপন্যাসত পলে (লৰেন্স) বেছিভাগ সময় মিৰিয়াম (জেছি)হঁতৰ পামত সময় কটাইছিল। দুয়ো দুয়োৰে প্ৰতি আকৰ্ষিত হয়। ক্ৰমে মিৰিয়াম গাভৰু হ'ল, পলো ডেকা হ'ল। সিহঁত দুয়োৰে মিল দেখি মিছেছ মৰেল (লৰেন্সৰ মাক) ঈৰ্ষান্বিত হ'ল আৰু মিৰিয়ামক বেয়া ব্যৱহাৰ কৰিবলৈ ধৰিলে। এদিন পলে লক্ষ্য কৰি দেখিলে যে মাক বৰ দুৰ্বল হৈছে। মাকক সেই কথা কোৱাত মাকে ক'লে যে মিৰিয়ামৰ প্ৰতি অধিক মনোযোগ দি পলে তেওঁক অৱহেলা কৰিছে। অৱশেষত মিৰিয়ামৰ সৈতে পলৰ সম্পৰ্ক নাইকিয়া হ'ল। ক্লাৰা নামৰ বিবাহ বিচ্ছেদ হোৱা এগৰাকী মহিলাৰ স'তে পলৰ প্ৰেম হ'ল। এনেতে কৰ্কট ৰোগত আক্ৰান্ত হৈ পলৰ মাকৰ মৃত্যু হ'ল। শেষবাৰৰ কাৰণে পলে মিৰিয়ামক বিয়াৰ প্ৰস্তাৱ দিয়ে। মিৰিয়ামে সুধিলে — "সঁচাকৈয়ে তুমি. মোক বিচৰানে?' পলে উত্তৰ দিলে — 'নিবিচাৰো'। মিৰিয়াম আৰু পলৰ মাজত এৰাএৰি হ'ল।

জেছিয়েও শিক্ষক বৃত্তিৰ বাবে প্ৰশিক্ষণ লৈছিল। লৰেন্স আৰু তাইৰ মাজত আগৰ মধুৰ সম্পৰ্ক নাথাকিলেও দুয়োৰে বন্ধুত্ব অটুট আছিল। ১৯০১ চনত জেছিৰ চেষ্টাতে লৰেন্সৰ কেইটামান কবিতা 'দ্য ইংলিছ ৰিভিউ' পত্ৰিকাত প্ৰথম প্ৰকাশ পাইছিল। লৰেন্সে 'চনছ এণ্ড লাভাৰ্ছ'ৰ পাণ্ডুলিপিটো প্ৰথম জেছিকে পঢ়িবলৈ দিছিল আৰু জেছিৰ পৰামৰ্শতেই পাণ্ডুলিপিৰ কিছু অংশ সালসলনি ঘটোৱা হৈছিল। গতিকে জেছিক লৰেন্সৰ প্ৰেৰণা বোলাহে যুগুত। লৰেন্সৰ পত্নী হ'ব নোৱাৰিলেও প্ৰেমিকা হিচাপে জেছিয়ে লৰেন্সক যিখিনি সহায় সহযোগ কৰি গ'ল সেইখিনি এগৰাকী মহৎ আদৰ্শবান, ত্যাগী নাৰীৰ পক্ষেহে সম্ভৱ। যিয়ে বিশ্ব দৰবাৰত লৰেন্সক চিনাকি কৰাই দিয়ে।

## লৰেন্স-ফ্ৰিডাৰ প্ৰেম

১৯১২ চনত ফ্ৰিড উইকলি নামৰ মহিলা এগৰাকীৰ স'তে লৰেন্সৰ চিনাকি ঘটে। ফ্ৰিড উইকলি হ'ল নাটিংহাম ইউনিভাৰচিটি কলেজৰ অধ্যাপক আৰ্নেষ্ট উইকলিৰ পত্নী। ফ্ৰিড আছিল তিনিটা সন্তানৰ মাতৃ। লৰেন্সৰ স'তে ফ্ৰিডৰ প্ৰেম হয়। প্ৰেমিকা হ'বলৈ গৈ ফ্ৰিডাই পাহৰি যায় তেওঁ যে এগৰাকী অধ্যাপকৰ পত্নী, তিনিটা সন্তানৰ মাতৃ আৰু তেওঁৰ বৰ্তমানৰ প্ৰেমাস্পদ তেওঁতকৈ পাঁচ বছৰে সৰু। এগৰাকী বিবাহিতা পত্নী, সন্তানৰ মাতৃৰ সৈতে প্ৰেমপাশত আৱদ্ধ হোৱাৰ বাবে লৰেন্সে বহুতো লঘু-লাঞ্ছনাৰ বলি হ'ব লগাত পৰে। লৰেন্স ফ্ৰিডাই জাৰ্মানীলৈ পলাই যায়। দুয়ো গৈ ফ্ৰিডাৰ পিতৃগৃহত উপস্থিত হয়গৈ। ১৯১৩ চনত লৰেন্স ফ্ৰিডা পুনৰ লণ্ডনলৈ উভতি আহে। ফ্ৰিডাই আৰ্নেষ্ট উইকলিৰ স'তে থকা সকলো সম্পৰ্ক ছেদ কৰে। বিচ্ছেদৰ পাছত ফ্ৰিডা-লৰেন্স বিবাহ পাশত আৱদ্ধ হয়। দুয়ো ইটালীলৈ যায়। তাতেই লৰেন্সে 'চনছ এণ্ড লাভাৰ্ছ'ৰ চূড়ান্ত ৰূপ দিয়ে। ১৯১৩ চনৰ মে' মাহত উপন্যাসখন প্ৰকাশিত হয়।

ইয়াৰ পাছত লৰেন্স-ফ্ৰিডা কৰ্ণৱাল নামৰ অঞ্চল এটাত থাকিবলৈ লয়। ফ্ৰিডা যিহেতু জাৰ্মান, সেয়ে ফ্ৰিডাই জাৰ্মানৰ হৈ চোৰাংচোৱাৰ কাম কৰিব বুলি

সন্দেহ কৰি তাৰ পৰা গুছি যাবলৈ ফ্ৰিডা লৰেন্সক নিৰ্দেশ দিয়া হয়। এই ঘটনাই লৰেন্সৰ মনত গভীৰভাৱে আঘাত দিয়ে আৰু তেওঁ কেইবাবাৰো আত্মহত্যাৰ চেষ্টা চলায়।

১৯১৮ চনত প্ৰথম বিশ্বযুদ্ধৰ যৱনিকা পৰাত লৰেন্সে পত্নী ফ্ৰিডাক লৈ ইটালী, শ্ৰীলংকা, চিচিলীকে ধৰি নানা দেশ ভ্ৰমণ কৰে। ১৯২২ চনলৈ লৰেন্স দম্পতী চিচিলীত থাকে। লৰেন্স-ফ্ৰিডাৰ প্ৰেমত আছিল সীমাহীন ৰোমাঞ্চ। প্ৰকৃততে জেছিৰ স'তে লেৰেন্সৰ প্ৰেম আছিল মনঃস্তত্ব আনহাতে ফ্ৰিডাৰ স'তে তেওঁৰ প্ৰেম আছিল দৈহিক।

## নিষিদ্ধ সাহিত্য আৰু নিৰ্যাতিত লেখক

বিশ্ব সাহিত্যৰ অতীত অধ্যয়নৰ পৰা জানিব পাৰি ডি এইচ লৰেন্সৰ উপৰিও অস্কাৰ ওৱাইল্ড, জৰ্জ বাৰ্ণাৰ্ডশ্ব', জেমছ জয়েছ, জন ক্লেগেল আদি বৰেণ্য সাহিত্যিকৰ গ্ৰন্থও নিষিদ্ধ হৈছিল। বিশ্ব সাহিত্যৰ ইতিহাসৰ পাত লুটিয়ালে এইটো কথাও সহজে অনুমান কৰিব পাৰি যে গ্ৰন্থ নিষিদ্ধতাৰ বাদেও গ্ৰন্থকাৰৰ ওপৰত নিৰ্যাতন চলোৱা হৈছিল। গ্ৰীক দাৰ্শনিক চক্ৰেটিছ, ইংৰাজ কবি জন মিল্টন, নোবেল বঁটা বিজয়ী চীনা সাহিত্যিক গাঁও জিংজিয়ান, বুকাৰ বঁটা বিজয়ী ছলমান ৰুশ্বডি.... আদি বিশ্ব বিশ্ৰুত সাহিত্যিক সফল নিৰ্যাতনৰ বলি হৈছিল।

৩৯৯ খ্ৰী, পূ, ত গ্ৰীক দাৰ্শনিক চক্ৰেটিছক বিষপান কৰাই হত্যা কৰা হৈছিল। কাৰণ তেওঁৰ দাৰ্শনিক তত্বই ঈশ্বৰ সম্পৰ্কীয় বিশ্বাসৰ ভেটি কঁপাই তুলিছিল। ধৰ্মভ্ৰষ্ট হোৱাৰ শংকাত তেতিয়াৰ গ্ৰীক শাসনতন্ত্ৰই চক্ৰেটিছৰ লেখা বিলাক নিষিদ্ধ কৰিছিল আৰু তেওঁক নিৰ্মমভাৱে মৃত্যুদণ্ড বিহিছিল।

ৰোমান ভাষাৰ কবি অ'ভিডক খ্ৰীঃ পূঃ অষ্টম শতিকাত নিৰ্বাসন দণ্ডেৰে দণ্ডিত কৰিছিল। কাৰণ আছিল তেওঁৰ লিখনিত অশালীন ৰুচি প্ৰকাশ। ২১৩ খ্ৰী. পূ. চীনা সম্ৰাটে হয়ান-চি-কনফুচিয়াচৰ মতাদশক কবৰ দিছিল। তেওঁ গ্ৰন্থবিলাক পুৰি পেলাইছিল।

ইংৰাজ কবি জন মিল্টনৰ বাৰটা খণ্ড সম্বলিত 'পেৰডাইজ লষ্ট' নামৰ ইংৰাজী ভাষাৰ অন্যতম শ্ৰেষ্ঠ মহাকাব্যখন নিষিদ্ধ কৰা হৈছিল। কেথলিক মূলত ইংলণ্ডৰ চাৰ্চকেন্দ্ৰিক শাসনতন্ত্ৰৰ 'চকুৰ কুটা দাঁতৰ শাল' হৈ পৰিছিল মিল্টন।

আধুনিক বিজ্ঞানৰ পিতামহস্বৰূপ গেলিলিঅ'ই পৃথিৱীৰ গতি নিৰ্ণায়ক উপপাদ্য প্ৰকাশ কৰি শাসকৰ কাঠগৰাত নিজৰ চকু যুগল হেৰুৱাব লগীয়া হৈছিল। সেইদৰে বিজ্ঞানৰ পণ্ডিত কপাৰনিকাছ, ডাইউইন আদিৰ মতবাদ প্ৰকাশ পোৱা গ্ৰন্থৰ ওপৰত নিষিদ্ধতা আৰোপ কৰা হৈছিল।

ষোল্লশ শতিকাত উইলিয়াম টেণ্ডেলে বাইবেলৰ যি অনুবাদ কৰিছিল তাক 'ধ্বংসাত্মক পন্য' আখ্যা দি নিষিদ্ধ কৰা হৈছিল। সেইদৰে ফৰাচী শাসকৰ কোপ দৃষ্টিত পৰি ভিক্টৰ হুগো; ভলটেয়াৰৰ দৰে বিশ্ববন্দিত লেখক দেশান্তৰি হ'বলগীয়াত পৰিছিল। সম্প্ৰতি সাহিত্যৰ ২০০০ ন'বেল বঁটা বিজয়ী চীনা সাহিত্যিক গাঁও জিংজিয়ান আৰু 'ছাটনিক ভাৰ্চেছ'ৰ লিখক ছলমান ৰুশ্বডিয়ে দেশান্তৰি হ'বলগীয়া হৈছিল। গাঁও জিংজিয়াঙে নিৰ্বাসিত হৈ পেৰিচত থাকিবলগীয়া হৈছিল আৰু পেৰিচৰ পৰাই তেওঁ সাহিত্যৰ নোবেল বঁটা লৈছিল। চীনত তেওঁৰ নাটক ঃ 'দ্য আডাৰ শ্ব' আৰু গ্ৰন্থ 'ফিউগিটিভছ' নিষিদ্ধ হৈছিল। সেইদৰে ৰুশ্বডিৰ ওপৰত গ্ৰেপ্তাৰী পৰোৱানা জাৰি কৰা হৈছিল। তেওঁৰ মিডনাইট চিল্ডেন, ছাটানিক ভাৰ্চেছ, শ্বেম'কলৈ বিতৰ্কৰ শেষ নাই।

মাৰ্কিন লেখক হেনৰি মিলাছ'ৰ ভালেসংখ্যক গ্ৰন্থ মৌলবাদীৰ দ্বাৰা নিষিদ্ধ আৰু দাহ কৰা হৈছিল। সেইদৰে ৰাছিয়াত নবোকভৰ 'ললিতা', ফ্ৰান্সত — মাডাম ব'ভাৰি', ভাৰতত সমৰেশ বসুৰ 'প্ৰজাপতি', 'বিবৰ', বুদ্ধদেৱ বসুৰ 'ৰাতভৰ বৃষ্টি' অশ্লীলতাৰ অভিযোগত নিষিদ্ধ হৈছিল। অৱশ্যে পাছলৈ প্ৰজাপতি, বিবৰ, ৰাতভৰ বৃষ্টি'ক দোষমুক্ত বুলি ৰায় দিয়া হৈছিল। সেইদৰে ৰাজনৈতিক কাৰণত ভাৰতত বহু গ্ৰন্থ নিষিদ্ধ হৈছিল। ১৯২৪ চনত 'ৰংগিলা ৰচুল' সাময়িকভাবে নিষিদ্ধ হৈছিল। ভাৰত চৰকাৰে বি আৰ আম্বেদকাৰৰ 'ৰিডল্‌ছ অব হিন্দুইজম', মাইকেল এডবাৰ্ডৰ 'নেহৰু', মহাত্মা গান্ধীৰ ওপৰত লিখা ষ্টেনলি ওলপাৰ্টৰ 'নাইন আৱাৰছ টুৰাম', আলেকজেণ্ডাৰ কেম্পবেলৰ 'দ্য হাৰ্ট অব ইণ্ডিয়া', আৰ্থাৰ মাইলৰ 'লৰ্ড

অৱ দ্য লিংগম', আৰ্থাৰ কোৱেষ্টলাৰৰ 'দ্য লটাছ এণ্ড দ্য ৰবট', নিৰদ চি চৌধুৰীৰ 'দ্য কণ্টিনেণ্ট অৱ চাৰ্চি', ২০০১ চনৰ সাহিত্যৰ নোবেল বঁটা বিজয়ী ভি. এছ. নাইপলৰ 'এৰিয়া অৱ ডাৰ্কনেছ' .... আদি নিষিদ্ধ হৈছিল।

এসময়ত অশ্লীলতাৰ দোষত নিষিদ্ধ কৰা ইউলিয়াম ফকনাৰৰ 'চেং চুৱাৰী', জেমছ টি ফাৰেলৰ 'ৰুডিছ লামিগেন', জেমছ জয়ছৰ ইউলিছিছ', জন কেণ্ডেলৰ ফেনীহিল, লৰেন্সৰ লেডী চেটাৰলিজ লাভাৰ', ..... আদি গ্ৰন্থবোৰ একো একোখন কালজয়ী সাহিত্যৰূপে স্বীকৃতি পাইছে।

## প'ৰ্ণগ্ৰাফি আৰু ইৰটিক লিটাৰেচাৰ

"পদুম ফুল পৰ্বতৰ আগত উৎপন্ন নহয়, গাধই ঘোঁৰাৰ ভাৰ বহন কৰিব নোৱাৰে, যৱধান ৰুলে শালিধান নগজে, বেশ্যালয়ত জন্মা স্ত্ৰীলোক কেতিয়াও পবিত্ৰ নহয়।"

— শূদ্ৰক।

### প'ৰ্ণগ্ৰাফি

অতীত কালৰ পৰাই প্ৰেম (দৈহিক স্তৰৰ) আৰু পৰ্ণগ্ৰাফে সাহিত্যৰ এটা অংশ দখল কৰি আহিছে। পৰ্ণগ্ৰাফিৰ অৰ্থ হ'ল বেশ্যাশক্তৰ ভাষা। পৰ্ণগ্ৰাফ গ্ৰীক শব্দৰ পৰা সৃষ্টি হৈছে। 'পৰ্ণ' আৰু 'গ্ৰাফছ' — ইয়াৰ অৰ্থ হ'ল বেশ্যাৰ বিষয়ে লিখনি। বেশ্যা বা গণিকা ঘৰৰ পৰা স্ফুৰ্তি কৰি ঘূৰি অহা মানুহজনক গ্ৰীক ভাষাত 'পৰ্ণ' বুলি কোৱা হয়। গ্ৰীক 'গ্ৰাফছে'ৰ অৰ্থ হ'ল পৰিচিত — অৰ্থাৎ কথা বতৰাৰ পৰা এজন মানুহৰ পৰিচয় পোৱা যায়।

প্ৰথমে পৰ্ণগ্ৰাফ সমস্ত পৃথিৱীতে বেশ্যাসক্ত লোকৰ বাবে লিখা হৈছিল যদিও বৰ্তমান সময়ত ইয়াক ব্যৱসায়িক ভিত্তিত ব্যৱহাৰ কৰা হয়।

প্ৰথমে গ্ৰীক দেশত ইয়াৰ ব্যৱহাৰ বেছি হোৱা দেখা গৈছিল। পৌৰাণিক সাহিত্যলৈ গ্ৰীক সকলৰ অৱদান যিমান বেছি, প্ৰেম (যৌনজ) আৰু পৰ্ণগ্ৰাফি বিষয়তো গ্ৰীকৰ অৱদান সিমান কম নহয়।

পণ্ডিতসকলে ৪১১ খ্ৰীঃ পূঃৰ গ্ৰীক ধেমেলীয়া নাট 'Lysistrata' কেই প্ৰথম পৰ্ণগ্ৰাফিক ৰচনা বুলি মত পোষণ কৰিছে। বহুলোকৰ ধৰণা যে পৰ্ণগ্ৰাফি প্ৰচলন হয় প্ৰায় মানৱ সভ্যতাৰ লগে লগে। চীন দেশত প্ৰায় দুহেজাৰ বছৰৰ আগৰে পৰা ইয়াৰ নিদৰ্শন পোৱা যায়। তেতিয়াৰ চীন দেশত পৰ্ণগ্ৰাফি বিষয়ক কিতাপ পত্ৰ ৰচনা হৈছিল।

খ্ৰীষ্টিয়ান ধৰ্মগ্ৰন্থ বাইবেলত প্ৰচুৰ পৰিমাণে 'ছেক্স ছিম্বল' ব্যৱহাৰ কৰা হৈছে। বাইবেলত মানুহৰ আপাদমস্তক বৰ্ণনা দিবলৈ গৈ প্ৰত্যেক অঙ্গ-প্ৰত্যঙ্গৰে বিশদ বিৱৰণ দিয়া হৈছে।'

প্ৰখ্যাত বুৰঞ্জীবিদ 'কলহন'ৰ ৰাজতৰঙ্গিনীত পৰ্ণগ্ৰাফিৰ ছাপ লক্ষ্য কৰা যায়। শূদ্ৰকুৰ 'মৃচ্ছাকটিকম'ত বেশ্যাৰ ভাষা পোৱা যায়।

খ্ৰী. পূ. ২-১ ৰ ভিতৰত ৰোমান লিখক অভিডে 'দ্য আৰ্ট অৱ লাভ' নামৰ এখন দৈহিক প্ৰেম প্ৰাধান্য থকা গ্ৰন্থ ৰচনা কৰে। খ্ৰী. পূ. ২-১ চন মানতে পেট্ৰেলিয়াছ অৰবিটোৰে দৈহিক প্ৰেম বিষয়ক সাহিত্য 'ছটাইৰিক'ন ৰচনা কৰিছিল। পশ্চিমৰ আন দুখন বিখ্যাত গ্ৰন্থ হ'ল ডেকামেৰম (১৩৪০-৬০) আৰু কেন্টাৰবাৰি টেলছ' (১৩৪৭-১৪০০)।

অশ্লীলতা বা অবছিনিটি' বৰ্তমান এক অন্যতম আলোচ্য বিষয়। অশ্লীলতাৰ অভিধানিক অৰ্থ হ'ল এনেবোৰ দৃশ্য বা লিখনি যিবোৰ মানুহৰ মনত কাম ভাৱ প্ৰৱল কৰি তুলিব পাৰে বা এনেবোৰ দৃশ্য বা লিখনি যিবোৰ মানুহৰ নৈতিক চৰিত্ৰৰ স্খলন ঘটাব পাৰে।

১৯৫৭ চনত মাৰ্কিন যুক্তৰাষ্ট্ৰৰ ছুপ্ৰিম ক'ৰ্টে দিয়া এক ৰায়ত পৰ্ণগ্ৰাফ আৰু অশ্লীলতাক সংবিধানে ৰক্ষণাবেক্ষণ নিদিয়া বিষয় বুলি ব্যাখ্যা কৰিছে।

বৰ্তমান সময়ৰ সৈতে মিল থকা পৰ্ণগ্ৰাফৰ পাতনি ঘটে ইংলেণ্ডত। ১৭৪৯ চনত জন কেণ্ডেলৰ 'মেম'ৰিজ অৱ এ ৱমেন অৱ প্লিজাৰ' প্ৰকাশ পায়। গ্ৰন্থখন 'ফেনীহিল' নামেৰে দ্বিতীয়বাৰৰ বাবে মুদ্ৰণ কৰা হৈছিল। 'ফেনীহিল' প্ৰকাশ হোৱাৰ পাচত গ্ৰন্থখন ইমানেই অশ্লীল বুলি সমালোচকৰ দ্বাৰা উত্থাপিত হ'ল যে চৰকাৰে বাধ্য হৈ নিষিদ্ধ ঘোষণা কৰিবলগীয়া হৈছিল। সম্প্ৰতি 'ফেনীহিল' বা

কাম সাহিত্যৰ এখন শ্ৰেষ্ঠ 'ক্লাছিক' বুলি পৰিগণিত। যাক 'কাম সাহিত্য' বা 'দৈহিক প্ৰেম সাহিত্য'ৰ 'মাষ্টৰপিচ' হিচাপে আখ্যা দিব পাৰি। ইৰটিক শব্দটো গ্ৰীক 'ইৰছ' শব্দৰ অপভ্ৰংশ। 'ইৰছ' হ'ল গ্ৰীকসকলৰ দৈহিক প্ৰেমৰ দেৱতা।

'ইৰটিক লিটাৰেচাৰ' বা 'কাম সাহিত্য'ৰ ৰচনা বিলাকে অতীত কালৰে পৰা সকলো ধৰণৰ লিখক, সমালোচক, পাঠক আদিক আকৰ্ষণ কৰি আহিছে। উদাহৰণ স্বৰূপে বাৎসায়নৰ 'কামসূত্ৰ'ই অতীতৰ পৰা বৰ্তমানলৈকে ভাৰতীয় দৰ্শনৰ এটা দিশক প্ৰতিনিধিত্ব কৰিছে। আজিৰ পৰা বহু বছৰৰ আগতে বাৎসায়নে 'কামসূত্ৰ' ৰচনা কৰিছিল। কামসূত্ৰত আছে ১২৫০ টা শ্লোক।

বাৎসায়নে কৈছিল — কাম প্ৰবৃত্তি যিহেতু স্বাভাৱিক আৰু প্ৰাকৃতিক, সেই বাবেই এই শাস্ত্ৰক উপেক্ষা কৰিলে মানুহৰ মন গোপন আৰু অ-প্ৰাকৃতিক ব্যভিচাৰেৰে ভৰি পৰিব, তেতিয়া মানুহ সম্পূৰ্ণ পশুত্বৰ শাৰীলৈ পৰ্যবসিত হ'ব আৰু সামাজিক বিপৰ্যয় চূড়ান্ত হ'ব

ঊনৈশ শতিকাত প্ৰকাশ পোৱা আত্মজীৱনীমূলক দৈহিক কামোদ্দীপক বা ইৰটিক লিটাৰেচাৰৰ অন্যতম উদাহৰণ হ'ল এঘাৰ খণ্ডৰ "মাই ছিক্ৰেট লাইফ" (১৮৯০)। বিংশ শতিকাৰৰ এনে এখন গ্ৰন্থ হ'ল ফ্ৰেংক হেৰিছৰ "মাই লাইফ এণ্ড লাভছ"। আমেৰিকান লিখক হেনৰি মিলাৰৰ 'ট্ৰপিক অৱ কেন্সাৰ' (১৯৩৪—১৯৬০) এনে দেহজ প্ৰেম আধাৰিত লেখনি। সেইদৰে ডনেটিন এলযোনিজে লিখা জাচটিন (১৭৯১) আৰু ফিল'ছপি ইন দ্য বেডৰুম (১৭৯৫) নামৰ গ্ৰন্থ দুখৰ যৌনজ প্ৰেমৰ গ্ৰন্থ।

ইংৰাজী পঢ়ুৱৈ সমাজৰ ওচৰত জনপ্ৰিয় লিখক ডি এইচ লৰেন্স, ৰবিন্স, জন ক্লেণ্ডেল, জেমছ জয়ছ, মাৰিঅ' পুজো ..... আদি লেখকৰ ৰচনাত অশ্লীলতা কম বেছি পৰিমাণে পোৱা যায়। হেৰল্ড ৰবিন্সৰ উপন্যাস 'গুডবাই চোনেটত পোৱা যায় নায়কৰ লগত একে সময়তে প্ৰেম কাৰ্যত মাক-জীয়েক ব্যস্ত। মাক আৰু জীয়েকৰ মাজত আৰম্ভ হৈছে নায়কক আকৰ্ষণ কৰাৰ তীব্ৰ প্ৰতিযোগিতা।

ৰবিন্সৰ আন এখন উপন্যাস 'স্পেল বিনজ'ত পোৱা যায় যে ধৰ্ম প্ৰচাৰক প্ৰিচাৰে কুৰিজনী সুন্দৰী গাভৰু,লৈ দিনত ধৰ্ম প্ৰচাৰত নামে আৰু ৰাতি হ'লে ঈশ্বৰৰ নামত চলায় অবাধ যৌন লীলা খেলা।

জেমচ হেডলি চেজ'ৰ উপন্যাস 'কেণ্ড'ত দেখা যায় ফটোগ্ৰাফাৰে ছবি সংগ্ৰহ কৰিবলৈ গৈ কৰ্ত্তব্য পাহৰি গাভৰুৰ স'তে যৌন প্ৰণয়ত লিপ্ত হৈছে।

মাৰিঅ' পুজোৰ উপন্যাসত নগ্নতা আছে যদিও লিখকৰ ব্যক্তিগত অভিজ্ঞতা বিলাক মানৱ চৰিত্ৰ বিশ্লেষণত ধুনীয়াকৈ ব্যৱহাৰ কৰা হৈছে। আৰল থম্পছনৰ উপন্যাস 'ক্যালডোলাৰলো', চানডি কোহেনৰ উপন্যাস — 'অল উই নো অব হেভেন' এনড্ৰি-ডি-নাৰ্চিয়েটৰ "দ্য ডেভিল ইন দ্য ফ্ৰেছ (১৭৮৮) ... আদি ৰচনাত অশ্লীলাৰ ভীৰ দেখা যায়। অৱশ্যে অশ্লীল উপন্যাস আৰু পৰ্ণগ্ৰাফিৰ মাজত পাৰ্থক্য আছে।

আকৌ আহো নিষিদ্ধ সাহিত্যলৈ। ১৯২২ চনত মাৰ্কিন ছুপ্ৰিম ক'ৰ্টে জেমছ জয়ছৰ উপন্যাস 'ইউলিছিছ'ক যৌনগন্ধী ৰচনা বুলি নিষিদ্ধ কৰিছিল। কিন্তু ১৯৩৩ চনত ক'ৰ্টে এই নিষিদ্ধ কৰণ ৰায় তুলি লয়। এইক্ষেত্ৰত ছুপ্ৰিম ক'ৰ্টৰ ৰায় আছিল যে যিহেতু উপন্যাসখনৰ কেইটামান অংশহে অৱছিন বা অশ্লীল, কিন্তু উপন্যাসখনৰ সামগ্ৰিক বিষয়ক অশ্লীল বুলিব নোৱাৰি, গতিকে এনে নিষিদ্ধকৰণৰ প্ৰয়োজন নাই। জয়ছৰ এই উপন্যাসখনেই আছিল কুৰি শতিকাৰটোৰ এখন উল্লেখযোগ্য উপন্যাস। অৰ্থাৎ 'শতিকাটোৰ গ্ৰন্থ'।

**বিখ্যাত ব্যক্তিৰ প্ৰেম**

# নোবেল বঁটাৰ আঁৰৰ ব্যক্তিজন আলফ্ৰেড নোবেল

*ভালপোৱা পুৰুষৰ হকে হেজাৰ হেজাৰ তিৰোতাই আত্মসন্মান ত্যাগ কৰি আহিছে, কিন্তু নাৰীৰ বাবে পুৰুষে সকলো ত্যাগ কৰিলেও আত্মসন্মান ত্যাগ কৰিব নোৱাৰে।*

*— হেনৰিক ইবছেন।*

নোবেল পুৰস্কাৰৰ বিষয়ে আমি সকলোৱে জানো। বিশ্বৰ সৰ্বত্ৰতে নোবেল পুৰস্কাৰ পৰিচিত সৰ্বব্যাপক। এই নোবেল পুৰস্কাৰৰ প্ৰতি বছৰে ১০ ডিচেম্বৰ দিনা ষ্টকহমত এক আৰম্বৰ অনুষ্ঠানত দিয়া হয়। নোবেল বঁটা বিজয়ী স্বনামধন্য ব্যক্তি সকলো বিশ্ব সাহিত্যৰে একো একোজন মহান খনিকৰ। বিশ্ব সাহিত্যৰ দৰবাৰত তেওঁলোকৰ নাম সোণালী আখৰে লিপিবদ্ধ হৈ আছে আৰু হৈ থাকিব। এই নোবেল পুৰস্কাৰৰ অন্তৰালত আছে এজন বিশ্বসাহিত্য ব্যক্তিৰ পৰিশ্ৰম, মহত্ব, ত্যাগ আৰু এটি কাহিনী। আহকচোন নোবেল বঁটাৰ আঁৰৰ ব্যক্তিজনৰ ওচৰ চাপি যাওঁ।

## নোবেল বঁটাৰ আঁৰৰ ব্যক্তিজন

১৮৩৩ চনৰ ২১ অক্টোবৰত চুইডেনৰ ষ্টকহ'মত নোবেলৰ জন্ম হয়। তেওঁৰ সম্পূৰ্ণ নামটো হ'ল আলফ্ৰেড বাৰ্ণহাৰ্ড নোবেল। নোবেল নামেৰে তেওঁ বিখ্যাত। দেউতাক ইমানুৱেল নোবেল আছিল এজন অভিযন্ত্ৰা আৰু গৱেষক মাতৃ এন্দ্ৰিটা কেৰোলিন আছিল এগৰাকী বুদ্ধিমতী মহিলা। আলফ্ৰেড আছিল নোবেল

পৰিয়ালৰ চতুৰ্থ সন্তান। দেউতাক ইমানুৱেল নোবেলে বিস্ফোৰক সামগ্ৰীৰ ব্যৱসায় কৰিছিল। সৰুৰে পৰা নোবেলৰ এটি সন্ধানী মন আছিল। তেওঁ সৰুৰে পৰা দেউতাকৰ পৰা বহুতো কাৰিকৰী জ্ঞান আহৰণ কৰিছিল। মাত্ৰ ১৬ বছৰ বয়সতে তেওঁ এজন ভাল ৰসায়নবিদ হৈছিল।

আজি যিগৰাকী ব্যক্তিৰ নামত সাহিত্য, বিজ্ঞান, শান্তি, অৰ্থনীতিৰ সৰ্বশ্ৰেষ্ঠ পুৰস্কাৰ প্ৰদান কৰা হয় সেইগৰাকী নোবেল আছিল এগৰাকী প্ৰখ্যাত অভিযন্ত্ৰা। নিজৰ মাতৃভাষাৰ উপৰি তেওঁ ইংৰাজী, জাৰ্মান, ৰাছিয়ান, ফ্ৰান্স আদি ভাষা ভালদৰে জানিছিল। ১৮৫০ চনত তেওঁ পেৰিছত ৰসায়ন শাস্ত্ৰৰ জ্ঞান আহৰণ কৰে। তাৰোপৰি তেওঁ ৰাছিয়ান লেনিন গ্ৰেডত ঘৰুৱা শিক্ষকৰ অধীনত মানৱতত্ত্ব আৰু পিছলৈ প্ৰাকৃতিক বিজ্ঞানৰ শিক্ষা লাভ কৰে। আলফ্ৰেড নোবেলে কবিতা আৰু নাটকো লিখিছিল আৰু মননশীল লেখক হিচাপে প্ৰতিষ্ঠা লাভ কৰিছিল।

আলফ্ৰেড নোবেলৰ আৱিষ্কাৰ সমূহৰ ভিতৰত উল্লেখযোগ্য হ'ল নাইট্ৰো গ্লিচাৰিণৰ বিস্ফোৰিত কৰাৰ পদ্ধতি আৱিস্কাৰ তথা ডিনামাইট আৱিস্কাৰ। ডিনামাইট আৱিস্কাৰ হ'ল নোবেলৰ যুগান্তকাৰী আৱিস্কাৰ। ১৮৬৬ চনত তেওঁ এই ভয়ংকৰ বিস্ফোৰক ডিনামইট আৱিস্কাৰ কৰে। তাৰ পাছত পৰ্যায়ক্ৰমে পৃথিৱীৰ কুৰিখনতকৈ অধিক দেশত গৱেষণাগাৰ আৰু নিজা কোম্পানী স্থাপন কৰে। নোবেল ৩৫০ অভকৈয়ে অধিক সংৰক্ষিত উৎপাদিত সামগ্ৰীৰ অধিকাৰী। 'লৰ্ড ডিনমাইট' ৰূপে খ্যাত আলফ্ৰেড নোবেলক ১৮৮৮ চনত ফৰাচী বাতৰি কাকত সমূহে 'মৃত্যু ব্যৱসায়ী' বুলি অভিহিত কৰে। কাৰণ এই ডিনামাইট যুদ্ধত ব্যৱহাৰ কৰি বহু মানুহৰ প্ৰাণ হানি ঘটাইছিল। এই ডিনামাইটৰ পৰা নোবেলে বহু টকা উপাৰ্জন কৰিছিল। ডিনামাইট টকা ঘটাৰ যন্ত্ৰলৈ পৰিণত হ'লেও নোবেলৰ আৱিস্কৃত ডিনামাইটে মানুহ মাৰি মানুহৰ শান্তি বিঘ্নিত কৰিছিল। নোবেল আছিল এজন সুমনৰ ব্যক্তি। তেতিয়া তেওঁ কৈছিল "মোৰ ইচ্ছা হয়, এই বিস্ফোৰক পৃথিৱীৰ বুকুত যেন এটা শান্তিৰ ৰঙা গোলাপ ফুলাই থৈ যাওঁ।" নোবেলৰ এনে এটি শুভ ইচ্ছাৰ পৰাই এদিন নোবেল বঁটাৰ জন্ম হৈছিল। কাৰণ তেওঁৰ মৃত্যুৰ আগেয়ে সকলোখিনি সম্পত্তি নোবেল বঁটাৰ বাবে দান কৰি থৈ যায়।

আলফ্ৰেডৰ বয়স যেতিয়া ন'বছৰ তেতিয়া ইমনুৱেল নোবেল ব্যৱসায়ৰ খাতিৰত ফিনলেণ্ডলৈ উঠি যায়। তাৰ পাছত ৰাছিয়ালৈ। নোবেল পৰিয়ালৰ বিস্ফোৰক সামগ্ৰী আৰু খাৰ বাৰুদৰ ব্যৱসায় আছিল। ব্যৱসায় কোম্পানীটোৰ নাম আছিল "Foundries and Machine shops of Nobel and sons." কোম্পানীৰ অৱস্থা দুৰ্বল হোৱাত তেওঁলোকে ব্যৱসায় পুনৰ চুইডেনলৈ প্ৰত্যাহৱৰ্তন কৰে। সেই সময়ত সৈন্য বাহিনীৰ বিভাগত ক'লা বিস্ফোৰক পদাৰ্থ নাইট্ৰো গ্লিছাৰিন যথেষ্ট পৰিমাণে ব্যৱহাৰ হৈছিল। পিতৃ ইমানুৱেল নোবেলৰ কাৰখানাতেই নাইট্ৰো গ্লিছাৰিণকলৈ গৱেষণা কৰোতে আলাফ্ৰেডে এবিধ নতুন বিস্ফোৰক পদাৰ্থ আৱিস্কাৰ কৰে। এই বিস্ফোৰক পদাৰ্থটিক কেন্দ্ৰ কৰি অধিক গৱেষণা চলাই যাওঁতে গৱেষণাগাৰত প্ৰচণ্ড বিস্ফোৰণ ঘটে। বিস্ফোৰণৰ আঠজন শ্ৰমিকৰ উপৰিও আলফ্ৰেডৰ কুৰি বছৰীয়া ভাতৃৰ মৃত্যু হয়। সেই শোকাবহ দুৰ্ঘটনাৰ পিছত আলফ্ৰেডে এটি নতুন কোম্পানী জন্ম দিয়ে আৰু আৰু নাইট্ৰোগ্লিছাৰিণৰ উৎপাদন আৰম্ভ কৰে। সেই সময়তে তেওঁ নাইট্ৰো গ্লিছাৰিণৰ সৈতে এবিধ চক জাতীয় পদাৰ্থ কিছেলগাৰ মিহলাই ইয়াক প্ৰথমে নিষ্ক্ৰিয় আৰু পিছত ব্যৱহাৰৰ উপযোগী কৰি তোলে। এই বস্তুবিধৰ নাম ৰখা হয় 'ডিনামাইট'। এয়া হ'ল ১৮৬৬ চনৰ কথা। এনেদৰে গৱেষণাৰ দ্বাৰা মুঠ ৮০ টা কাৰখানাত ৬৬,৫০০ টন বিস্ফোৰক পদাৰ্থ উৎপন্ন কৰে। আলফ্ৰেডৰ মৃত্যুৰ আগেয়ে তেওঁ এই ডিনামাইট সংৰক্ষণ স্বত্ব এটি ইটালী চৰকাৰৰ ওচৰত বিক্ৰী কৰে। এইবাবেই ফৰাচী চৰকাৰৰ সৈতে তেওঁৰ মতবিৰোধ ঘটে। সেই সময়তে তেওঁৰ কাৰখানা আৰু গৱেষণাগাৰ লুটপাট হয়। আলফ্ৰেডে পেৰিচ এৰি ইটালীলৈ গুচি যায়।

সাহিত্যৰ প্ৰতি গভীৰ টান থকা আলফ্ৰেডৰ প্ৰিয় লেখক হ'ল শেক্সপিয়েৰ, ভল্টেয়াৰ, শ্বেলী, মোপাছা, ইবচেন, হাবাৰ্ট স্পেনচাৰ, বালজাক, ইভান টুৰ্গেনিভ আদি।

## নোবেলৰ প্ৰেম

মূলতঃ পৃথিৱীৰ সমস্ত প্ৰতিভা বিকাশৰ মূল উৎস বিন্দু হ'ল প্ৰেম। প্ৰেম আছে বাবেই যান্ত্ৰিক পৃথিৱীৰ মানুহবোৰ যন্ত্ৰত পৰিণত হোৱা নাই। মানুহৰ এই

আচহুৱা জীৱনটোক প্ৰেমৰ দৰে কোমল শব্দৰে বান্ধ খুৱাই মিলাপ্ৰীতিৰ সাকোঁডাল মজবুত কৰা অতি প্ৰয়োজন, কাৰণ প্ৰেমৰ ভাষা চিৰশাশ্বত।

ফৰাচী কবি ভালেৰিৰ এষাৰ কথা প্ৰেমত পৰা সকলে বা প্ৰেমত পৰিবলৈ বিচৰাসকলে মনত ৰখা দৰকাৰ। ভালেৰি'ৰ মতে "যি পুৰুষ বা তিৰোতাক আমি সম্পূৰ্ণৰূপে জানো তেনে পুৰুষ বা তিৰোতাক ভালপোৱা সম্ভৱ নহয়। আমাৰ হৃদয়ত প্ৰেম জাগ্ৰত কৰে এনে পুৰুষ বা তিৰোতাইহে যাৰ জীৱনৰ কোনোবা এটা অধ্যায় বা অংশ আমাৰ পৰা গোপন হৈ থাকে।" প্ৰেমত গোপনীয়তা থকাটো প্ৰয়োজন।

পৃথিৱীৰ শ্ৰেষ্ঠ কবি আৰু ভাস্কৰ্যবিদ মাইকেল এঞ্জেলোৰ জীৱনলৈ প্ৰেম আহিছিল। প্ৰেমে মানুহক কেতিয়াবা হাঁহিৰ পৰা বঞ্চিত কৰে। প্ৰেমৰ নিষ্ঠুৰ পৰিণতিয়ে কবি এঞ্জেলোক যান্ত্ৰণাৰ পাহাৰৰ দৰে গঢ়ি তুলিছিল। তেওঁ কৈছিল— "ক্ৰোধ আৰু বেদনাই আমাৰ কৃতজ্ঞতাৰ স্নান কৰে। সেয়ে প্ৰেমৰ সম্পৰ্কে এটাই পৰম সত্য যে, বিৰহৰ এটোপাল চকুলো মিলনৰ হেজাৰ আনন্দতকৈয়ো অধিক মূল্যবান।"

প্ৰকৃততে প্ৰেম পোহনীয়া ভাটৌ চৰাইটোৰ দৰে। সঁজাত বন্দী কৰি ভাটৌ চৰাইটিক ভাল কথা শিকালে সি আপোনাক ভাল মাত দিব আনহাতে বেয়া কথা শিকালে সি বেয়া মাত দিব। আকৌ সঁজাৰ দ্বাৰ খুলি দিলে পোহ নামানি বনৰ চৰাই বনলৈ গুচি যাব। প্ৰেমকো ভালদৰে ব্যৱহাৰ কৰিলে প্ৰেমে আনন্দ দিব আনহাতে অপব্যৱহাৰ কৰিলে প্ৰেমে বেদনাহে দিব। হৃদয়ৰ সঁজাত আলফুলে ৰাখিব নেজানিলে প্ৰেমে আপোনাক বিষাদ দি সজা ভাঙি ওলাই যাব।

যন্ত্ৰ সৰ্বস্ব জটিল জগতখনৰ মাজত থকা 'লৰ্ড ডিনামাইট' — আল্‌ফ্ৰেড নোবেলৰ জীৱনলৈবো প্ৰেম আহিছিল। কামদেৱৰ পঞ্চশৰে তেওঁৰ যৌৱনক স্পৰ্শ কৰিছিল। প্ৰেমৰ কোবাল বতাহে তেওঁক কাৰবাৰ পৰা যি কোনোবা মূলুক পোৱাইছিলগৈ। ১৮৭৬ চনত নোবেল এগৰাকী কুৰি বছৰীয়া সুন্দৰী গাভৰুৰ প্ৰেমত পৰিছিল। সুন্দৰী প্ৰেমিকাৰ নাম আছিল ছোফী হেছ। অৱশ্যে দুয়োৰে প্ৰেমৰ এই মধুৰ সম্পৰ্ক বেছিদিন স্থায়ী নহল। ১৮৯১ চনলৈ দুয়ো একেলগে থাকে যদিও সম্পৰ্কত ফাঁট মেলে। জীৱনৰ শেষ বয়সলৈকে নোবেল ইটালীৰ

ছানৰিমোৰ এক আলয়ত নিসংগভাৱে জীৱন যাপন কৰে। সমগ্ৰ মানৱ জাতিৰ কল্যাণৰ হকে বহুতো ত্যাগ কৰা নোবেল জীৱনৰ শেষ বয়সত হৈ পৰিছিল অকলশৰীয়া।

১৮৯৬ চনৰ ১০ ডিচেম্বৰত 'এন্‌জাইমা পেক্ট'ৰিচ' আৰু মস্তিষ্কৰ ৰক্তক্ষৰণ সম্পৰ্কীয় ৰোগত আক্ৰান্ত হৈ নোবেলে মৃত্যুবৰণ কৰে। মৰাৰ এবছৰ আগেয়ে তেওঁৰ সম্পত্তিখিনি বিশ্বক দান কৰি থৈ যায়। সম্পত্তিৰ পৰিমাণ আছিল ৯২ লাখ ডলাৰ। তেওঁৰ উইলমতে এই সম্পত্তিৰ আয়ৰ পৰা বছৰি শ্ৰেষ্ঠ বিষয়ৰ ৫টা পুৰস্কাৰ দিয়া হ'ব। বিষয় কেইটা হ'ল পদাৰ্থ বিজ্ঞান, ৰসায়ন বিজ্ঞান, চিকিৎসা বিজ্ঞান, সাহিত্য আৰু শান্তি। ১৯০১ চনৰ পৰা এই নোবেল পুৰস্কাৰ দিয়া হয়। ১৯৬৯ চনৰ পৰা অৰ্থনীতি বিষয়তো নোবেল বঁটা দিয়া হয়। আল্‌ফ্ৰেড নোবেলৰ প্ৰতি সম্মান জনাই ১০২ পাৰমাণৱিক সংখ্যা থকা মৌলৰ নাম'নাবিলিয়াম' (Nobilium) ৰখা হয়।

আল্‌ফ্ৰেডে তেওঁৰ সকলো সা-সম্পত্তি নোবেলৰ বাবে দান দিয়াৰ অন্তৰালত কোনো বিলাসিতা নাছিল। তেওঁ নোবেল বঁটাৰ দ্বাৰা এই বিস্ফোৰক পৃথিৱীৰ বুকুত এটি শান্তিৰ ৰঙা গোলাপ ফুলাই থৈ গৈছে। ১৮৯৫ চনৰ ২৭ নবেম্বৰ তাৰিখে তেওঁ উইলপত্ৰত হস্তাক্ষৰ কৰে।

## নোবেলৰ ঐতিহাসিক উইল পত্ৰখন

I, the undersigned, Altred Bernhard Nobel, do hereby, after mature delibcration, declare the following to my last will and Testament with respect to such properly as may be last by me at the time of my death :

To my nephews, ..... I bequeath the sum of Two Hundred Thousand Crowns cash;

To my nephew ....

The whole of my remaining realizable estate shall be dealt with the following way : the capital, invested in Safe Securities

be my executors, shall constitute a fund, the interest of which shall be annually distributed in the form of prizes to those who, during the preceeding year, shall have conferred the greatest benifit on mankind ......

Finally, it is my express wish that following my death my veins shall be opened, and when this has been done and competent Doctors have confirmed clear. Signd of dea'h, my remains shall be cremated in a so called crematorium.

উইল পত্ৰত কোৱা হৈছে, "মোৰ সমস্ত স্থাৱৰ অস্থাৱৰ সম্পত্তি এনেদৰে ব্যৱহাৰ কৰিব লাগিবঃ যথাসাধ্য নিৰাপত্তাৰ মাজত মোৰ মূলধন সংৰক্ষিত হ'ব আৰু সেই ধনেৰে এটি পুঁজি গঠন কৰা হ'ব, আৰ্জিত ধনৰ সুদৰ পৰা পোৱা অংশৰে প্ৰতিবছৰে কেইটামান পুৰস্কাৰ প্ৰদান কৰা হ'ব, সেই পুৰস্কাৰ মানৱজাতিৰ প্ৰতি গুৰুত্বপূৰ্ণ অৱদানৰ বাবে অৰ্পিত কৰা হ'ব। সুদৰ টকা পাঁচ ভাগত ভাগ কৰা হ'ব।

যথা ঃ পদাৰ্থ বিদ্যাৰ আৱিষ্কাৰৰ বাবে এটা অংশ, ৰসায়ন শাস্ত্ৰৰ আৱিষ্কাৰৰ বাবে এটা অংশ, শৰীৰবিদ্যা আৰু চিকিৎসা বিজ্ঞানৰ নতুন অৱদানৰ বাবে এটা অংশ, সাহিত্যৰ ক্ষেত্ৰত বিশেষ অৱদানৰ বাবে এটা অংশ আৰু আন্তৰ্জাতিক শান্তিস্থাপনৰ ক্ষেত্ৰত এই পুৰস্কাৰ প্ৰদান কৰা হ'ব।

পদাৰ্থবিদ্যা আৰু ৰসায়ন বিদ্যাৰ পুৰস্কাৰ দিয়াৰ দায়িত্ব হ'ল "ৰয়েল চুইডছ একাডেমী অৱ চায়েন্স'ৰ চিকিৎসা শাস্ত্ৰৰ বঁটাটি প্ৰদান কৰিব 'ষ্টকহমৰ কাৰোলি নস্কা ইন্‌ষ্টিটিউটে'। সাহিত্যৰ বঁটাটি দিব ষ্টকহ'মৰ চুইডিছ একাডেমীয়ে আৰু শান্তিৰ বঁটাৰ বাবে পাৰ্থী মনোনীত কৰিব নৰওৱে পাৰ্লিয়ামেণ্টে। এই বঁটাবোৰৰ বাবে কোন পাৰ্থী কোন দেশৰ সেই কথা বিবেচনা কৰা নহ'ব।

প্ৰথমে পুৰস্কাৰৰ টকাৰ পৰিমাণ আছিল ১,২০,০০০ ডলাৰ; অৰ্থাৎ ৯ লাখ টকা। বৰ্তমান টকাৰ পৰিমাণ হ'ল প্ৰায় ১ নিযুত ডলাৰ। প্ৰতিবছৰে নোবেলৰ মৃত্যুৰ দিনা অৰ্থাৎ ১০ ডিচেম্বৰত এই বিশ্বশ্ৰেষ্ঠ বঁটা প্ৰদান কৰা হয়। প্ৰতিটো

পুৰস্কাৰৰ বাবে নোবেল ফাউণ্ডেচনে বিভিন্ন দেশত আবেদন পত্ৰ বিতৰণ কৰে আৰু প্ৰতিটো পুৰস্কাৰৰ বাবে এহেজাৰৰো অধিক পণ্ডিত, বুদ্ধিজীৱি পৰা মত লোৱা হয়। সাহিত্যৰ ক্ষেত্ৰত দিয়া বঁটাৰ বাবে বিভিন্ন দেশৰ সাহিত্য সম্পৰ্কীয় একাডেমী আৰু সংস্থাৰ পৰা পাৰ্থীৰ নামত অনুমোদন বিচৰা হয়। ফেব্ৰুৱাৰী মাহৰ ভিতৰত মনোনয়ন পত্ৰ জমা লোৱা হয়। অক্টোবৰ মাহৰ ভিতৰত নোবেল বঁটা বিজয়ীৰ নাম ঘোষণা কৰা হয়, ১০ ডিচেম্বৰত পুৰস্কাৰ দিয়া হয়।

নোবেল বঁটাক লৈয়ো বিতৰ্কৰ শেষ নাই। প্ৰথম বিতৰ্ক হৈছিল নো বেলৰ উইলখনক লৈ নোবেলে তেওঁৰ উইলখনত উল্লেখ কৰিছিল যে "The most worthy shall receive the prize, whether he is scandiaviant or not." বিতৰ্ক হৈছিল উইলখনৰ এই অংশটিক লৈয়েই। সমালোচক সকলৰ মতে নোবেলে চুইডেনক বিশ্বাস ঘাটকতা কৰিছে। উচিত আছিল পুৰস্কাৰ অকল চুইডেনৰ মাজতেই সীমাবদ্ধ ৰখা। নোবেলৰ মৃত্যুৰ পাছত উইলখনক লৈ নোবেলৰ উত্তৰাধিকাৰী সকলৰ মাজতো খাম খেয়ালি লাগিছিল। অভিযোগ গৈ আদালত পাইছিলগৈ। পাৰ্থী নিৰ্বাচনৰ ক্ষেত্ৰটো·বিতৰ্কই দেখা দিয়ে। ১৯০৫ চনৰ ১০ এপ্ৰিলত চুইডেন আৰু নৰওৱে দুটা পৃথক সংস্কাৰ পৰিণত হয়। সেয়ে আলফ্ৰেড নোবেলৰ উইলৰ চৰ্ত অক্ষুন্ন ৰাখিবলৈ বিশেষ আইনৰ জৰিয়তে শান্তিৰ বঁটাটি প্ৰদানৰ দায়িত্ব অৰ্পন কৰি হয় নৰওৱে সংসদক। ১৯৬৯ চনৰ পৰা অৰ্থনীতিত নোবেল বঁটা দিয়া হয়। ১৯৯৪ চনৰ পৰা নোবেল ফাউণ্ডেশনে প্ৰথম ইণ্টাৰনেট প্ৰচলন কৰে। ১৯৯৫ চনত এটি ৱেবচাইট খোলে। ৱেবচাইটোৰ নাম হ'ল Nobel e-Museum(NeM)। ১৯০১ চনত আৰম্ভ হোৱা নোবেল বঁটাই ২০০১ চনত শতবৰ্ষ পূৰ্ণ কৰিলে। গতিকে ২০০১ চনৰ বৰ্ষটো হ'ল নোবেল শতবৰ্ষ।

# প্ৰেম পৰ্বত ৰবীন্দ্ৰ নাথ ঠাকুৰ
# ৰবীন্দ্ৰ নাথৰ ৰচনাত "নাৰীৰ মনৰ খবৰ"

বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ প্ৰণয় প্ৰসঙ্গ অৱলোকন কৰাটো বৰ দুৰূহ কাম। বিশাল ব্যক্তিত্বৰ অধিকাৰী ৰবীন্দ্ৰনাথ ঠাকুৰ। বিশ্বকবিজনা অকল ভাৰতীয় সভ্যতা সংস্কৃতি আৰু ঐতিহ্যৰে নিপুন খনিকৰ নহয় তেওঁ এগৰাকী বিশ্বসাহিত্যৰো লব্ধ প্ৰতিষ্ঠিত সুনিপুণ প্ৰবক্তা। ৰবীন্দ্ৰ নাথৰ প্ৰণয় প্ৰসঙ্গটো আজিও স্পষ্টৰূপে প্ৰচাৰৰ আলোকলৈ অহা নাই। কাজেই তেওঁৰ প্ৰেমৰ পৰ্বটি ধূসৰিত। প্ৰেমক ধূসৰিত পৃষ্ঠাৰ পৰাই ৰবীন্দ্ৰ নাথৰ প্ৰণয় পৰ্বটি আলোক পাঠ কৰিবলৈ চেষ্টা কৰিছো।

প্ৰেমৰ সংজ্ঞা বিশ্বকবিজনাই দিছে এনেদৰে 'পৃথিৱীত ভয়ক যদি কোনোবাই সম্পূৰ্ণ ৰূপে অতিক্ৰম কৰিব পাৰে, বিপদক তুচ্ছ কৰিব পাৰে, ক্ষমতাক অগ্ৰাহ্য কৰিব পাৰে, সেয়াই হ'ল "প্ৰেম".।

ৰবীন্দ্ৰ নাথ আছিল মূলত ঃ ৰোমাণ্টিক কবি, প্ৰেমৰ কবি। প্ৰেমৰ কবিতাই তেওঁ সৰহভাগ লিখিছে। প্ৰেমৰ সহস্ৰ বৰ্ণালী প্ৰতিবিম্বিত হৈছে তেওঁৰ বিপুল বিশাল কাব্য ভাণ্ডাৰত। তেওঁৰ প্ৰেম ভাৱনাত পাৰ্থিৱ আৰু আপাৰ্থিব প্ৰেমৰ চূড়ান্ত অভিব্যক্তি ঘটিছে।

## ৰবীন্দ্ৰনাথ, আন্নাৰ প্ৰেম

ৰবীন্দ্ৰনাথে কাব্য জীৱনত প্ৰথম খোজ দিয়াৰ পৰা মৰণ কাললৈকে লিখা প্ৰায় সকলোবোৰ বাছকবনীয়া কবিতাই প্ৰেমৰ ৰামধেনুৰ সাত ৰঙেৰে ৰঞ্জিত।

তেওঁৰ প্ৰেম ব্যঞ্জনাত আটাইবোৰ ৰূপকেই স্থান পাইছে। সেইবোৰত আমি বিচাৰি পাওঁ বিধে বিধে ৰং আৰু সুৰভি, হাঁহি আৰু অশ্ৰু, আনন্দ আৰু বেদনা, প্ৰেম, বিবাহ, বিচ্ছেদ সকলোৰে এক মিশ্ৰিত সত্ত্বা। য'ত উন্মেষ ঘটিছে কেৱল প্ৰেমৰ। তেওঁৰ দৰে তীব্ৰ অতীন্দ্ৰিয় অনুভূতিসম্পন্ন কবি বিৰল। তেওঁ কৈছিল "স্নেহ হেনো বিষম বস্তু"।

কবি ৰবীন্দ্ৰ নাথৰ বয়স তেতিয়া 'টুইট চিক্সটিন'। দেহ মনত যৌৱনৰ অদমনীয় পৰশ। প্ৰেমত পৰাৰ সময়। যৌৱনৰ প্ৰথম ভুলটো কৰাৰ সময়। পিতৃ মহৰ্ষি দেবেন্দ্ৰনাথ আৰু পৰিয়ালৰ অন্যান্যসকলে কবিক বিলাতলৈ শিক্ষা লাভৰ কাৰণে পঠোৱাৰ আগতে আহমদাবাদত থকা কবিৰ 'মেজ দাদা' সত্যেন্দ্ৰ নাথ ঠাকুৰৰ ওচৰলৈ পঠাই দিছিল — ইংৰাজী আচাৰ ব্যৱহাৰ আদিৰ পাঠ লবৰ বাবে। ককায়েক সত্যেন্দ্ৰ নাথ তেতিয়া ছেছন জজৰ পদত মকৰল হৈছিল। তেওঁৰ বোম্বাইত এজন বিশিষ্ট বন্ধু আছিল। নাম তেওঁৰ দাদোৰা পাণ্ডুৰংগ। সত্যেন্দ্ৰ নাথে ৰবীন্দ্ৰনাথক দুমাহৰ কাৰণে বোম্বাইৰ দাদোৰাৰ ওচৰলৈ পঠাই দিয়ে। ৰবীন্দ্ৰনাথে দাদোৰাৰ তনয়া আন্নাক লগ পায়। আন্না ইংলণ্ডত ডাঙৰ-দীঘল হৈছিল। আন্না যেনে — শিক্ষিতা আৰু প্ৰগতিশীলা তেনেদৰে সুন্দৰী আৰু সহৃদয়া। ষোল্ল বছৰীয়া নৱযুৱক কবিৰ লগত আন্নাই সহজেই সম্ভৱ স্থাপন কৰি পেলালে। কবিয়ে আন্নাক নিজৰ কবি জীৱনৰ পৰিচয় দিলে। কবিয়ে আন্নাক নতুন কাব্য 'কবি কাহিনী' ইংৰাজীত অনুবাদ কৰি শুনালে। কবিৰ প্ৰায় কবিতাই আন্নাৰ মুখস্থ হৈ গ'ল। আন্নাক লগ পাই, আন্নাৰ লগত কথা-বতৰা হৈ কবিয়ে এক পুলক অনুভৱ কৰিছিল। .... আন্নাই ইউৰোপীয় ঢঙৰ নিজৰ নামটো ভাল নাপাইছিল। আন্নাই কবিক এটা সুন্দৰ নাম দিবলৈ ক'লে আৰু সেই নামেৰেই আন্নাক মাতিবলৈ অনুৰোধ জনালে। আন্নাক নতুন নামেৰে নামাকৰণ কৰা হ'ল। কবিয়ে আন্নাৰ নাম থলে নলিনী। নলিনী নামটো সকলোৱে আদৰিলে। আনহাতে, কবিৰ গোপন হৃদয়ত নলিনীয়ে গোপনে বাহৰ পাতিলে। কবিয়ে তেওঁৰ একাধিক কবিতাত এই নামটো উল্লেখ কৰিছে। গীতটো স্থান অধিকাৰ কৰিলে নলিনীয়ে।

"শুন নলিনী, খোল গো আঁখি — " এই গীতটো আন্নাক লক্ষ্য কৰিয়েই যে লিখা হৈছিল এই কথা কবিয়ে নিজেই স্বীকাৰ কৰিছে।

"শুনেছি শুনেছি কি নাম তাহাৰ
শুনেছি শুনেছি তাহা
নলিনী, নলিনী, নলিনী — কেমন মধুৰ আহা।"

কাব্যাংশটিৰ আঁৰে আঁৰে নলিনীৰে আত্মপ্ৰকাশ। নলিনীৰে জয়গান। "জয়গান প্ৰেমৰ"।

স্বয়ং ৰবীন্দ্ৰনাথেই সেই তৰুণ বয়সৰ কথা আন্নাৰ কথা আন বহুতৰ আগত স্বীকাৰ কৰিছে এনেদৰে — "তেতিয়া মোৰ বয়স ষোল্ল বছৰ। মোক ইংৰাজীত কথা কোৱাৰ শিক্ষা গ্ৰহণ কৰিবৰ বাবে পঠোৱা হৈছিল বোম্বাইৰ এটি প্ৰসিদ্ধ মাৰাঠী পৰিয়াললৈ। সেই পৰিয়ালৰ নায়িকা এগৰাকী মাৰাঠী ষোড়শী। যেনেদৰে শিক্ষিতা, ঠিক তেনেদৰে চালাক, চতুৰ, বাক্‌পটু। ইয়াৰ উপৰি সেই বয়সতেই যুৱতীয়ে একাৰ বিলাত ফুৰি আহিছিল। সেই সময়ত যুৱতীসকলৰ বিলাতলৈ যোৱা আজিৰ দৰে সহজ সাধ্যতো বাদেই, আনকি নিয়মৰ পৰিপন্থীও নাছিল। মোৰ লগত তেওঁ প্ৰায়েই আড্ডা দিবলৈ আহে। মোৰ একেবাৰে ওচৰতে বহি কথোপকথনত ভাগ লয়। মোক বিমৰ্ষ দেখিলে, দিয়ে সান্তনা, প্ৰফুল্ল দেখিলে পিছফালৰ পৰা চকু মুদি ধৰে .....।

মৃত্যুৰ আগত কবিয়ে দিলীপ কুমাৰ ৰায়ক কৈছিল — সেই ছোৱালীজনীক (আন্নাক) মই জীৱনত কেতিয়াও পাহৰিব পৰা নাই আৰু তেওঁৰ আকৰ্ষণক কেতিয়াও উপেক্ষাৰ দৃষ্টিৰে চাব নোৱাৰিলো। ইয়াৰ পিছত মোৰ জীৱনত কেইবাটাও ঘটনাই খেলা খেলি গৈছে আৰু বিচিত্ৰ অনুভৱো মোৰ হৈছে, কিন্তু এটা কথা মই গৰ্বৰে ক'ব পাৰো কোনো ছোৱালীৰ ভালপোৱাক মই ভুলতো অৱজ্ঞাৰ চকুৰে চোৱা নাই। সেই ভালপোৱাৰ ৰূপ লাগে যেনেকুৱাই নহওক।'

এই কথাকেই কবিয়ে আন এঠাইত নিজৰ স্বভাৱগত ৰহস্যবাদী ভাবধাৰাৰে ব্যক্ত কৰিছে এনেদৰে — 'জীৱন যাত্ৰাত সংসাৰৰ কোনো অজ্ঞাত মহত্বৰ দ্বাৰা কেতিয়াবা কেতিয়াবা মনৰ দ্যুতিকা লাভ হয় আৰু সি হৃদয়ৰ প্ৰশস্ত ক্ষেত্ৰক অধিক প্ৰশস্ত কৰি যায়। সি নয়তাকৈয়ে আছে আৰু আজিও এদিন মাতিলেও তাৰ কোনো সন্ধান পোৱা নাযায়।

ৰবীন্দ্ৰনাথ ঠাকুৰে নিজৰ এক সংস্কৰণত এই হোৱালীজনীৰ (আন্না) কথা উল্লেখ কৰিছে। ইয়াৰ পৰা এইটো প্ৰতিপন্ন হয় যে ইজন সিজনৰ দ্বাৰা বাৰুকৈয়ে প্ৰভাবিত হৈছিল। অন্যান্য প্ৰমাণৰ পৰা জনা যায় কেৱল প্ৰভাবিত হোৱাই নহয়, ইজনে সিজনৰ প্ৰতি তীব্ৰ প্ৰেমাকাংক্ষাও পোষণ কৰিছিল। স্মৰ্তব্য যে পুৰুষে হেনো যৌবনৰ আদিম পুৱাতে যি নাৰীৰ লগত প্ৰথম প্ৰেমত পৰে তাক হেনো কোনো কালে নেপাহৰে। প্ৰতি মুহূৰ্ত্তে লৈ ফুৰে হেৰুৱা সুবাস হৃদয়ৰ নিভৃততম্‌কোণত।

ৰবীন্দ্ৰনাথৰ অতলান্ত ভাৱনাত্মক প্ৰেম বিভিন্ন নাৰীৰ প্ৰতি বিভিন্ন ৰূপত ব্যক্ত হৈছে। কবিতাৱলীৰ আঁৰে আঁৰে কোনো বাস্তৱ নাৰীয়ে যে কবি চিত্তৰ আলোকপটত প্ৰতিফলিত হৈ মানসপ্ৰিয়াৰ ৰূপ লৈছে — এইটো ধ্ৰুৱৰূপ।

বিশ্বকবিয়ে গাইছে—

“শুধ বিধাতাৰ সৃষ্টি নহ তুমি নাৰী,
পুৰুষ্ গড়েছে তোমাৰ
প্ৰেম অধিকাৰী
আপন অন্তৰ হতে .....
লজ্জা দিয়ে, সজ্জা দিয়ে, দিয়েক ভাবনা
অৰ্দ্ধেক মানবী তুমি
অৰ্দ্ধেক কল্পনা।”

.... নাৰী বিধাতাৰ সৃষ্টিৰ মাধুৰ্যমণ্ডিত এটি নাম। যাৰ সত্তাৰ নৱ উন্মেষ ঘটে বিশ্বমণ্ডিত পুৰুষৰ কল্পনা আৰু অতি বাস্তৱ স্পৰ্শত।

প্ৰেম কৰা ৰীতিৰ বিষয়ে বিখ্যাত ডেল কাৰ্নেগিয়ে কৈছে — “কোনো যুৱতীক আপোনাৰ প্ৰেমত পৰিবৰ বাবে কি কৰিব লাগিব শুনিবানে? তেতিয়াহলে সেই গোপন ৰহস্যটো কৈ দিওঁ শুনক। মই এইটো ধাৰ কৰিছো ডৰোথি ডিক্সৰ ওচৰৰ পৰা। তেওঁ এবাৰ বিয়া পাগল এজনৰ সৈতে দেখা কৰিছিল। ব্যক্তিজনে তেইশবাৰ সুন্দৰীসকলৰ হৃদয় জয় কৰিছিল। ডৰোথিয়ে তেওঁৰ পৰা প্ৰেমত পৰা কৌশলৰ বিষয়ে জানিব বিচাৰিলে। ..... দিনৰ আগে ক'লে ইয়াৰ ৰহস্য

বুলিবলৈ একেবাৰেই নাই, আপুনি যিটো কৰিব লাগিব, সেইটো হ'ল যুৱতী গৰাকীৰ সম্বন্ধে অনৰ্গল কেৱল কৈ যাওক, নাইবা যুৱকৰ সম্বন্ধে। দেখিব ঘণ্টাৰ পিছত ঘণ্টা ধৰি তেওঁ কেৱল শুনিয়েই আছে। বেশেষকৈ যুৱকজন। বচ, তাতেই কাম হ'ল।"

সম্ভৱত এনে কৌশলৰ অভাৱতেই আন্নাৰ লগত ৰবীন্দ্ৰনাথৰ প্ৰেম স্থায়ী নহ'ল। হোৱাহেঁতেন হয়তো ৰবীন্দ্ৰনাথো জোঁৱাই হ'লহেঁতেন মহাৰাষ্ট্ৰৰ।

যৌৱনাৱস্থাত ৰবীন্দ্ৰনাথে সেই নাৰীগৰাকীৰ প্ৰতি এনে তীব্ৰ প্ৰেমাকৰ্ষণ অনুভৱ কৰিছিল যে তেওঁ নহৈ আন কোনোবা হোৱ হ'লে অন্য এক কাণ্ডই কৰি পেলালেহেঁতেন। কবিয়ে যেতিয়া জানিব পাৰিলে যে যাৰ প্ৰতি তেওঁ আকৃষ্ট হৈছে, তেওঁ কবিক ভাল নেপায়। তেতিয়া কবিয়ে কবিতা এটাকে লিখি পেলালে। কবিতাৰ শিৰোনামা হ'লে ৰাহুলৰ প্ৰেম। কবিয়ে কৈছে —

"শুনিবলৈ পাইছো তুমি মোক নিবিচৰা। তুমি নিবিচাৰিলেও মোৰ প্ৰাণে লোৰ শিকলিৰ দৰে তোমাৰ চৰণক চিৰকাল আঁকোৱালি থাকিব। তুমি পৃথিৱীৰ য'লৈকে যাবা, য'তেই বহিবা, য'তেই থিয় হ'বা, শীত হওক, বসন্ত হওক, দিন হওক, ৰাতি হওক, মোৰ জিঞ্জিৰিয়ে তোমাৰ চৰণত শব্দৰ ঝনঝননি তুলিয়ে থাকিব।"

এনেদৰেই অনেক কবিতাও ৰবীন্দ্ৰনাথে নাৰীৰ প্ৰতি আসক্তিৰ নিদৰ্শন দেখুৱাইছে।

কবিয়ে নিজে স্বীকাৰ কৰিছে এনেদৰে — "...... এদিন সন্ধ্যাবেলা হঠাতে আন্না মোৰ কোঠাত উপস্থিত হ'ল। জোনাক ৰাতি। চাৰিওফালে অপৰূপ পোহৰ আৰু বতাহ। কিন্তু যেতিয়া মই ভাবিছো কেৱল ঘৰৰ কথা। .... আন্নাই বহি ক'লে — "কি ভাবিছা, ইমান আকাশ পাতল।" — তেওঁৰ ধৰণ কৰণ জনা সত্ত্বেও মোৰ যেন এটা বেলেগ ভাব হ'ল। .... উঁহু কৰিয়েই প্ৰশ্নৰ উত্তৰ দিলো। আন্না সন্তুষ্ট নহ'ল। তেওঁ ক'লে, "মোৰ হাতত ধৰি টানা, টাগঅৱৰ্বাৰত কোন জিকে চাওঁ?" মই এই শক্তি পৰীক্ষাত সন্মত হওঁ নহওঁতেই তেওঁ হঠাৎ শ্লথভাৱে হাৰ মনা সত্ত্বেও মোৰ নহ'ল পুলক, ৰোমাঞ্চ/নুখুলিল ৰসাজ্ঞ দৃষ্টিশক্তি।

## ৰবীন্দ্ৰগুৰুৰ সংসাৰ

প্ৰেম মধুৰ যদিও সংসাৰ গধুৰ। ৰবীন্দ্ৰ নাথ ঠাকুৰে এবাৰেই বিয়া কৰাইছিল। পত্নীৰ নাম হ'ল — 'মৃণালিনী'। পত্নী হিচাপে মৃণালিনীয়ে তেওঁক সম্পূৰ্ণ আস্থা আৰু বিশ্বাসযোগ্যতা দিব নোবাৰিছিল। মৃণালিনী দেবীলৈ ৰবীন্দ্ৰ নাথে লিখিছিল— "তোমাৰ সন্ধ্যাৰ মনৰ ভাব জগতত মোৰ কি একো অধিকাৰ নাই ? মই কি কেৱল দিনৰ বাবেহে। সূৰ্য অস্ত যোৱাৰ লগে লগে তোমাৰ মনৰ পৰা মোৰ দৃষ্টিও অস্ত যাবনে ? ...... কিন্তু জোৰ কৰি তোমাক পীড়ন কৰিবলৈ মোৰ ভয় হয়। সকলোৰেই নিজা ৰুচি আৰু অনুৰাগ তথা আধিকাৰৰ কথা আছে।' .... আকৌ তেওঁ লিখিছে, .... সিহঁতে ভাল-বেয়াৰ মাজেৰে নানা ৰকমেৰে গঢ় লৈ নিজ নিজ জীৱনত কাম কৰি যাব, সিহঁত আমাৰ সন্তান যদিও সিহঁত স্বতন্ত্ৰ। ..... কেৱল কৰ্তব্য কৰিয়েই প্ৰফুল্লিত হ'ব লাগিব ফল নাপালেও প্ৰফুল্লতা বজাই ৰাখিব লাগিব।"

কবিগুৰু জনাই প্ৰেম সম্পৰ্ক ৰখা আন নাৰী কেইগৰাকী হ'ল কাদম্বৰী ৰাণু, ভিক্টোৰিয়া ওকাম্পো আদি।

কবিয়ে গাইছে —

প্ৰেমৰ আনন্দ থাকে, শুধু একটিক্ষণ,
প্ৰেমৰ বেদনা থাকে, সমস্ত জীৱন।"

*"পত্নীৰ স'তে বিবাহ-বিচ্ছেদ হোৱাৰ বাবেহে সুৰদাস হৈছিলগৈ বিখ্যাত কবি।"*

*— প্ৰবাদ*

## ৰবীন্দ্ৰনাথৰ ৰচনাত নাৰীৰ মনৰ খবৰ

ৰবীন্দ্ৰনাথৰ দীঘলীয়া কাব্য পৰিক্ৰমাৰ অৱতৰণিকা পৰ্যায়ত ৰচিত 'বনফুল', কবি কাহিনী, 'ভগ্ন হৃদয়' প্ৰভৃতি কাব্যত হৃদয়াবেগৰ আতিশয্যা, ব্যৰ্থপ্ৰেমৰ হতাশা আৰু ৰোমাণ্টিক বিষাদ ফুটি উঠিছে। শেক্সপীয়েৰে লিখিছিল — "প্ৰেম অন্ধ।' সেই অন্ধ প্ৰেমৰ বশৱৰ্তী হৈছিল আম্না। আনকি নিজৰ বিপৰীত অস্তিত্বকো পাহৰি গৈছিল। এতিয়া সেয়ে প্ৰেমৰ অন্ধত্ব, প্ৰেমৰ বিয়োগ পৰিস্থিতি হিচাপেই গ্ৰাহ্য।'

ৰবীন্দ্ৰনাথে কৈছিল— "প্ৰেমত বেদনাহে স্থায়ী। প্ৰেমত সুখৰ লগতে দুখো বিৰাজমান।"

"প্ৰেমর মুক্ত বিহঙ্ককে দাম্পত্যের খাচায়
আবদ্ধ করলে তার অপমৃত্যু ঘটে।"

খলিল জিব্রানৰ 'প্ৰফেট'ত পোৱা যায় — 'ইটোৱে সিটোক ভাল পাবা কিন্তু প্ৰেমক বন্ধন কৰি নলবা।'

ব্যৰ্থ বা অব্যৰ্থ প্ৰেমৰ পৰিণতিতেই সৃষ্টি হৈছে কালজয়ী কাব্য মহাকাব্য, গীত-কবিতা। ৰবীন্দ্ৰনাথৰ বহুতো কবিতা, বহুতো গীত-অব্যৰ্থ প্ৰেমৰ পৰিণতিতেই পৰিস্ফুত।

অনেক কবিতাত কবিয়ে নাৰীৰ প্ৰতি আসক্তিৰ নিদৰ্শন দেখুৱাইছে। কিন্তু দুই এটা কবিতাৰ বাহিৰে বাকীবোৰ প্ৰেমমূলক কবিতা কোন প্ৰেমযাত্ৰীক উদ্দেশ্য কৰি লিখা হৈছে তাক জানিবৰ উপায় নাই। কবিৰ তেৰ বছৰ বয়সৰ পৰা ওঠৰ বছৰ বয়সৰ ভিতৰত ৰচিত বহুতো কবিতাত অস্থিৰ কিশোৰ হৃদয়ৰ আবেগ চাঞ্চল্য আৰু আকুলতাৰ বহিঃপ্ৰকাশ ঘটা দেখা যায়।

সুন্দৰী নাৰীসকল বৃদ্ধা হোৱাটো পৃথিৱীৰে যেন এক বীৰাট ট্ৰেজেদি। চাৰি গৰাকীকৈ নাৰীক বিবাহ কৰোৱা প্ৰেমৰ মাজতেই জীৱনৰ সাৰ্থকতাৰ সন্ধান বিচৰা নবেল বঁটা লাভ কৰা আৰ্নেষ্ট হেমিংৱে কৈছিল — "এটা কথা ভাবিলেই মই বৰকৈ দুখ পাওঁ যে এসময়ত যিসকল নাৰী মোৰ বন্ধু আছিল, প্ৰেমিকা সহচাৰী আছিল তেওঁলোক এতিয়া বৃদ্ধা হ'বলৈ ধৰিছে। সুন্দৰী নাৰীসকল বৃদ্ধা হোৱাটো মোৰো সহ্য নহয়।"পৃথিৱীৰ প্ৰেমৰ মূল উৎস নাৰীসকল চিৰযৌৱন হৈ থকাটোৱেই আছিল তেওঁৰ কাম্য।

হেমিংৱেৰ দৰে ৰবীন্দ্ৰনাথেও নাৰীৰ প্ৰেম আৰু সৌন্দৰ্যত তেওঁ পৃথিৱীৰ অৰ্থহীনতাৰ পৰা মুক্তি বিচাৰিছিল সেই অপূৰ্ব সৌন্দৰ্যৰ দৃষ্টিৰে পৃথিৱীখনকো চাইছিল। প্ৰেমৰ মাজতেই জীৱনৰ সাৰ্থকতাৰ সন্ধান কৰিছিল। প্ৰেমে তেওঁক যিমানেই আঘাত নিদিয়ক লাগে তথাপি তেওঁৰ বাবে প্ৰেম হ'ল জীৱনত সৰ্বশ্ৰেষ্ঠ আশীৰ্বাদ।

অতীন্দ্ৰিয়বাদী বা ৰহস্যবাদী কবি হলেও ৰবীন্দ্ৰনাথৰ কাব্যত মানুহৰ প্ৰেম, প্ৰীতি, আশা অনুকম্পাৰ শাশ্বত মূল্য আছে। এই মূল্যাংকনৰ পথত তেওঁ

ইন্দ্ৰিয়প্ৰীতি আৰু দেহজ প্ৰেমকো সামৰি লৈছে। ভাৰতীয় প্ৰেম চৰ্চাৰ প্ৰথম সোপানেই হ'ল দেহজ প্ৰেম আৰু ইন্দ্ৰিয় প্ৰীতি। প্ৰাচীন অৰ্বাচিন বহু কবিয়েই এই প্ৰেম চৰ্চাৰ পথত নাৰীৰ প্ৰতি গভীৰ অনুকম্পা প্ৰদৰ্শন কৰিছে। মহাকবি কালিদাসেই আছিল যাৰ বিস্ময়কৰ প্ৰবক্তা। নাৰীৰ অঙ্গ প্ৰত্যাঙ্গাদিৰ বৰ্ণনাৰ ক্ষেত্ৰত কালিদাসৰ দৰে ৰবীন্দ্ৰনাথেও কৰিছে। ৰবীন্দ্ৰনাথে কৈছিল— "পৃথিৱীৰ সকলো সৌন্দৰ্য অকল নাৰী দেহতে থুঁপ খাই আছে।"

তেওঁ আকৌ কৈছে — "নাৰী কেৱল বিধাতাৰে সৃষ্টি নহয়, পুৰুষে নিজ অন্তৰৰ পৰা সৌন্দৰ্য সৃষ্টি কৰি প্ৰিয়তমাৰ গাত আৰোপন কৰাতহে নাৰী সুন্দৰী। প্ৰেমৰ লগতো নাৰীৰ সৌন্দৰ্যৰ সম্পৰ্ক আছে। বিচ্ছেদিত প্ৰেমিকা সদায় কুৰূপ, লাগিলে তেওঁ যিমান ধুনীয়া নহওক। অৰ্থাৎ — প্ৰিয়তমক হেৰুওৱাৰ পিছত নাৰী আৰু বেছি সময় ধুনীয়া হৈ নাথাকে। তেওঁৰ সৌন্দৰ্য সুদূৰতে মাৰ যায়, কাৰণ সৌন্দৰ্য প্ৰিয়তমৰহে উপহাৰ। প্ৰিয়তমৰ দৃষ্টিয়েহে নাৰীৰ সৌন্দৰ্যক তুলি ধৰি আৰোপিত কৰে, আয়নাত দেখা সৌন্দৰ্য মাথোন ভুৱা।"

"কড়ি ও কোমল'ত ৰবীন্দ্ৰনাথে এক চতুৰ্দশপদী কবিতাত নাৰীৰ এক অঙ্গৰ পৃথক পৃথক বৰ্ণনা দিছে। 'কড়ি ও কোমল'ত প্ৰেম কবিতাৰ দৃষ্টিনন্দন পৰিক্ৰমা দৃষ্টিগোচৰ হোৱা দেখা যায়। সৌন্দৰ্যৰ পূজাৰী কবিৰ প্ৰেম আৰু সৌন্দৰ্যানুৰাগ কড়ি ও কোমলত অতি পৰিচ্ছিন্নভাৱে ফুটি উঠিছে। বিশেষতঃ প্ৰেম মহৎ, প্ৰেম স্বৰ্গীয়, প্ৰেম অসীম অনন্ত এনে ভাবনাই কাব্যখনত ক্ৰমে স্থান লাভ কৰিছে। কড়ি ও কোমল'ত ৰবীন্দ্ৰনাথে দেহজ ৰূপ বৰ্ণনাত তাক কেৱল ইন্দ্ৰিয় গ্ৰাহ্য পৰিধিতে আবদ্ধ নেৰাখি ইন্দ্ৰিয়াতীত এক অলৌকিক অনুভূতিৰ আলোকেৰে উদ্ভাসিত কৰি তুলিছে। কবিয়ে কৈছে —

"হে সখি, মোৰ হৃদয়-বতাহ কুসুম কাৰাগাৰত বন্দী হৈ গৈছে। এই বন্দী প্ৰাণক মুক্তি দিয়া যাতে উষাৰ নিৰ্মল আলোক আৰু উন্মুক্ত আকাশ দৰ্শন কৰিব পাৰো।"

কাব্যগ্ৰন্থখনৰ 'প্ৰাণ কবিতাটিৰ উপলক্ষ কৰি কবিয়ে কৈছে "মোৰ কবিতা এতিয়া মানুহৰ দুৱাৰত উপস্থিত হৈছেহি। নাৰীৰ বহুলতা, অধৰ, স্তন আৰু অন্যান্য অঙ্গাদিৰ সৰস বৰ্ণনা কবিয়ে কৰিছে, কিন্তু ক্ৰমান্বয়ে আগুৱাই কবিৰ দেহতত্ত্বৰ ভাবতত্ত্বত আৰু ভাবতত্ত্বৰ নিৰ্লিপ্ত মুক্তিত সমাহাৰ হৈছে।

'কড়ি ও কোমল' ৰ পিছত কবিৰ কাপৰ পৰা নিৰ্গত হৈছিল 'মানসী' (১৮৯০) নামৰ কাব্য। কবিৰ নবীন বীক্ষাত যি নাৰী অপৰূপ সৌন্দৰ্যৰে মণ্ডিত হৈ উজলি উঠিছিল, সেই নাৰীৰ সৌন্দৰ্য আৰু প্ৰেমৰ বন্দনা গীতি আছে 'কড়ি ও কোমল'ত। 'মানসী'ত সেই নাৰী প্ৰেম বিচিত্ৰ ছন্দ আৰু ৰূপত সমুচ্চৰিত হৈছে। মানস প্ৰিয়াৰ প্ৰতি কবিৰ প্ৰেম নিবেদন আৰু প্ৰেমৰ সংশয় প্ৰত্যয়, সুখ-দুখ, হৰ্ষ-বিষাদময় বিচিত্ৰ লীলা স্পষ্টৰূপে প্ৰতিভাত হৈছে।

নাৰী আৰু পুৰুষৰ সমষ্টিয়েই হ'ল মানৱ সমাজ। নাৰীক বাদ দি মানৱ সমাজৰ অস্তিত্ব কেতিয়াও কল্পনা কৰিব নোৱাৰি। নাৰীৰ প্ৰেম আৰু সৌন্দৰ্যই পুৰুষৰ বাবে প্ৰেৰণা। এটা আকৰ্ষণীয় নাৰী দেহ সৌন্দৰ্যৰ প্ৰতীক, — যি সৌন্দৰ্য একোটা জীৱন্ত শিল্প।

এজন জাপানী কবিয়ে কৈছে — "নাৰী সৌন্দৰ্যই যাৰ হৃদয় গলাব নোৱাৰে, সি মাটিৰ বুদ্ধ নহয়, কাঠৰ বুদ্ধ নহয়, — শিলৰ বুদ্ধ।

'কলিযুগৰ বিশ্বামিত্ৰ' স্বৰূপ ৰবীন্দ্ৰ নাথৰো মেনকা স্বৰূপ সুন্দৰী নাৰীসকলে হৃদয় দুৱাৰত টুকুৰিয়াই গৈছিল। মনত অনুভৱ কৰিছিল এক অজান পুলক। দেহ-মন ৰোমাঞ্চিত হৈছিল কোনোবা অনামিকাৰ ৰূপ-গন্ধ স্পৰ্শত। কবিৰ কাপৰ পৰা তেতিয়া নিৰ্গত হৈছিল—

"নাৰী তুমি শ্ৰেষ্ঠ সৃষ্টি এই অৱনীৰ,<br>
গোলাপে গঠিত তোমাৰ ভিতৰ বাহিৰ,<br>
মাঝে মাঝে সবিস্ময়ে তাই মনে হয়<br>
তুমিতো গোলাপ ছাড়া অন্য কিছু নয়।"

কালিদাসৰ 'শকুন্তলা'ৰ শ্লোক এটি ৰবীন্দ্ৰনাথে অনুবাদ কৰিছে এনেদৰে য'ত নাৰীৰ সৌন্দৰ্য প্ৰকাশ পাইছে।

"অধৰ কিসলয় ৰাঙিমা আঁকা<br>
যুগল বাহু যেন কোমল শাখা<br>
হৃদয় লোভনীয় কুসুমহেন<br>
অনুতে যৌৱন ফুটিছে যেন।"

ঋষি বিশ্বামিত্ৰাৰো হেনো ভুল হৈছিল। সেয়ে কবিয়ে গাইছে — উহ্

নাৰী তুমি কি স্নেহৰ প্ৰতিমূৰ্ত্তি! তোমাৰ কোমল পৰশত, তোমাৰ স্নেহৰ আলিঙ্গনত পাষানো মমৰ দৰে গলি যায়। নাৰী হৃদয় স্বৰূপ কি? কবি বৰ্ণিত

"বজ্ৰাদপি কঠোৰাণি মৃদুপি কুসুমাদপি"

ফুলতকৈ কোমল আৰু অৱস্থা বিশেষে বজ্ৰতকৈ কঠোৰ। বহুতে কয় — নাৰীৰ জীৱনটো 'লিটমাছ্'ৰ দৰে, সময়ৰ সতে ৰং সলায়?

ৰবীন্দ্ৰনাথৰ 'মানসী' কাব্যত 'ব্যক্ত প্ৰেম', 'গুপ্ত প্ৰেম' আৰু 'অপেক্ষা' এই তিনিটা কবিতাত নাৰী প্ৰেমৰ যি বৈশিষ্ট্য ৰূপায়িত হৈছে, সেয়া 'নাৰীৰ উক্তি', কবিতাৰেই পৰিপূৰক বুলিব পাৰি। 'নাৰীৰ উক্তি'ত নাৰীমনৰ যি মাধুৰ্যৰ দিশটো উন্মোচিত হৈছে, তাৰো মূলকথা দেহবাদ নহয়, গভীৰতাৰ আত্মিক মিলনৰ আকাংক্ষা।

"অপবিত্ৰ ও কৰপৰশ
সঙ্গে ওৰ হৃদয় নহিলে।" (নাৰীৰ উক্তি)

'মানসী' নামাকৰণটো অতিশয় তাৎপৰ্যপূৰ্ণ। কবি মানসৰ প্ৰেম কল্পনাই মানস প্ৰতিমা। এই প্ৰতিমাৰ অধিষ্ঠান কবিৰ মানসলোক।

কবিয়ে মানসীত গাইছে —

"পড়েছে তোমাৰ পৰে প্ৰদীপ্ত বাসনা
অৰ্ধেক মানৱী তুমি অৰ্ধেক কল্পনা। (মানসী)

কবিৰ মানসী হ'ল আধা কল্পনা আৰু আধা বাস্তৱ। 'মানসী' কাব্যৰ কোনো কোনো কবিতাত কোনো বিশেষ নাৰীৰ অৱয়বী উপস্থিতি লক্ষ্য কৰা গ'লেও, অৱশেষত সেই নাৰীদেহৰ সীমা অতিক্ৰমি দেহাতীত ভাৱমূৰ্তিলৈ উত্তীৰ্ণ হৈছে। স্বৰূপাৰ্থত ৰবীন্দ্ৰ প্ৰেম ভাবনাৰে বিশিষ্ট লক্ষণ।

মানুহৰ আত্মা অনন্ত আৰু অসীম। দেহৰ মাজত থাকিলেও ই দেহৰ সৈতে সংপৃক্ত নহয়। দেহৰ মাজৰ পৰাই আত্মাৰ জ্যোতি অপৰূপ সৌন্দৰ্যৰূপে প্ৰতিভাত হৈ উঠে। কবিৰ দৃষ্টিত সুখ মানুহৰ উপলব্ধিৰ বস্তু। দুখৰ মাজতো যিজনে সুখৰ সন্ধান কৰিব পাৰে তেওঁহে প্ৰকৃততে বিচাৰি পায় এই পৃথিৱীত সুখৰ প্ৰশান্তি।

বাহ্যিক সুখ কচু পাতৰ পানীৰ দৰে খন্তেকীয়া। আভ্যন্তৰীণ সুখেই হ'ল মানুহৰ জীৱনৰ চৰম সুখ। প্ৰেমৰ ক্ষেত্ৰতো দৈহিক প্ৰেমত উত্তাপ আছে পোহৰ নাই তৃপ্তি আছে স্থায়ীত্ব নাই, ঐকান্তিক প্ৰেমেই প্ৰকৃত প্ৰেম। স্থায়ী মহৎ প্ৰেম।

ৰবীন্দ্ৰনাথৰ 'ৰাজ্য ও ৰাণী' (১৮৮৯) আৰু 'বিসৰ্জন' (১৮৯১) নাটক দুখনতো প্ৰেমৰ সীমা অসীম তত্ত্ব প্ৰকাশিত হৈছে। সীমাৰ বন্ধনত বন্দী প্ৰেম কিদৰে অসীম অনন্ত প্ৰেম ভাবনাত মুক্তিলাভ কৰে। 'বিসৰ্জন' নাটকত কবিয়ে তাকেই প্ৰতিপন্ন কৰিব বিচাৰিছে।

ৰবীন্দ্ৰ নাথৰ ছদ্ম নামবোৰ হ'ল অকপট চন্দ্ৰ ভাস্কৰ, ভানু সিংহ, আন্নাকালী পাকড়নী, দিকশূন্য ভট্টাচাৰ্য "ভানু সিংহ" ছদ্মনামেৰে ৰবীন্দ্ৰনাথে বিদ্যাপতিৰ শৈলীৰ ব্ৰজবুলিত বহুতো কবিতা ৰচনা কৰিছিল। ৰবীন্দ্ৰনাথৰ সাহিত্য জীৱনৰ কীৰ্তিস্তম্ভ হ'ল 'গীতাঞ্জলী' ১৯১৩ চনত 'গীতাঞ্জলী'ৰ বাবে সাহিত্যৰ নোবেল বঁটা লাভ কৰে ৰবীন্দ্ৰ নাথ ঠাকুৰে।

ৰবীন্দ্ৰনাথে কৈছিল — "আমি পৃথিবীৰ কবি"। মানৱতাৰ পূজাৰী কবি ৰবীন্দ্ৰনাথে বিশ্বজনীন ৰূপত মানৱ প্ৰবাহক চাবলৈ বিচাৰিছে। বিশ্বজনীন ৰূপতেই কবিয়ে ব্যক্তি বিশেষৰ সুখ-দুখ, শোক-তাপ, প্ৰেম আৰু আনন্দ উপলব্ধি কৰি কৈশোৰ আৰু যৌৱন কালত তেওঁ মানৱ প্ৰেমত বিমুগ্ধ, মানুহৰ আনন্দ যজ্ঞৰ নিমন্ত্ৰণত অভিভূত, পৃথিৱীৰ দেশে দেশে, মানুহৰ ঘৰে ঘৰে আপোন দেশ আৰু ঘৰ বিচাৰি কবি ব্যাকুল। 'ভাৰততীৰ্থ' নামৰ কবিতাত কবিয়ে গাইছে —

"এই ভাৰতেৰ মহামানবেৰ সাগৰতীৰে....।"

ৰবীন্দ্ৰ জীৱনী যি সকলে পুংখানুপুংখভাৱে অধ্যয়ন কৰিছে, তেওঁলোকৰ বাবেও ৰবীন্দ্ৰনাথ চিন্তা আৰু চৰ্চাৰ ক্ষেত্ৰত আধুনিক ভাৰতৰ এক পৰম বিস্ময়। সাহিত্য, কলা, বিজ্ঞানৰ কিমান যে ধাৰা বিভিন্ন সুঁতিত প্ৰবাহিত হৈ একাকাৰ হৈ গৈছে ৰবীন্দ্ৰ প্ৰতিভাৰ সাগৰ সঙ্গমত। ৰবীন্দ্ৰনাথ যুগৰ বতাহে উৰুৱাই নিব নোৱাৰা বিশ্বৰ কবি। যিমান দিনলৈ ভাৰতীয় ভাষা-সংস্কৃতি, বাংলা ভাষা-সংস্কৃতি ঐতিহ্য থাকিব সিমান দিনলৈ কবি গুৰু ৰবীন্দ্ৰনাথ ঠাকুৰ থাকিব।

## প্ৰেম ৰোমাঞ্চৰ জালত বন্দী নেহৰু গান্ধী পৰিয়াল

# প্ৰেম পৰ্বত ইন্দিৰা প্ৰিয়দৰ্শিনী

### উপস্থাপন

"Indira Gandhi was firm like mountain, deep like Ocean, Calm like the Moon and Iuminous like the Sun."

উক্তিষাৰ আছিল প্ৰাক্তন ৰাষ্ট্ৰপতি গিয়ানী জাইল সিঙৰ। সেইদৰে কোকিলকণ্ঠী লতা মঙ্গেশকাৰৰ ভাষাত — "ধৰিত্ৰীক যদি কাগজ হিচাপে লোৱা যায়, সাগৰক যদি চিয়াহী হিচাপে ধৰা যায় আৰু পৰ্বতৰাজ হিমালয়ক যদি কলম হিচাপে ধৰা হয় তথাপি ইন্দিৰা গান্ধীৰ গুণ গৰিমা লিখি শেষ কৰিব নোৱাৰি।"

বি. বি. চিৰ সমীক্ষাত সহস্ৰবাদৰ শ্ৰেষ্ঠ মহিলা হিচাপে পৰিগণিত হ'ল এই বিতৰ্কিত মহিলাগৰাকী। ইংলণ্ডৰ ৰাণী প্ৰথম এলিজাবেথ, নোবেল বঁটা বিজয়ী মাদাৰ টেৰেছা, মাৰ্গাৰেট থেচাৰ আদিৰ দৰে মহিলাক পিচ পেলাই শীৰ্ষস্থান লাভ কৰিছিল ইন্দিৰা গান্ধীয়ে।

ইন্দিৰা গান্ধীৰ জন্মৰ বৰ্ষটোৰ আছিল সমগ্ৰ বিশ্বৰ বাবে অতি তাৎপৰ্যপূৰ্ণ। তেওঁ জন্ম হৈছিল ১৯১৭ চনৰ ১৯ নবেম্বৰত এলাহাবাদৰ বিখ্যাত আনন্দ ভৱনত। পিতৃ বিশ্ববৰেণ্য নেতা জৱাহৰলাল নেহৰুৱে ইন্দিৰাক "বিপ্লৱৰ শিশু" বুলি কৈছিল। কাৰণ ১৯১৭ চনৰ ৰুচ বিপ্লৱৰ সময়তে তেওঁৰ জন্ম হৈছিল। সৰোজিনী নাইডুৱে তেওঁক "নৱ ভাৰতৰ আত্মা" বুলি আখ্যা দিছিল। বিদেশৰ বহুতো লোকে তেওঁক 'ভাৰতৰ ৰাণী' আৰু বিশ্বৰ আটাইতকৈ শক্তিশালী মহিলা বুলি অভিহিত কৰিছিল। কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে তেওঁৰ নাম দিছিল "প্ৰিয়দৰ্শিনী"। আইতাকৰ নামেৰে তেওঁৰ নাম ৰখা হৈছিল 'ইন্দিৰা'।

ইন্দিৰা গান্ধীয়ে যিটো বস্তু নিজৰ প্ৰাপ্য বুলি ভাবে সেই বস্তু পাবৰ বাবে তেওঁ বাঘিনীৰ দৰেই জপিয়াই পৰে। শৈশৱৰ পৰাই এনে এক লক্ষণ তেওঁৰ গাত

দেখা গৈছিল। তেওঁৰ শৈশৱ কালৰ এটি ঘটনা সিদ্ধাৰ্থ শংকৰ ৰায়ে কৈছিল "ইন্দিৰা গান্ধী" নামৰ কিতাপৰ লেখক পুপুল জয়কাৰক। সিদ্ধাৰ্থ শংকৰ ৰায়ৰ ককাক দেশবন্ধু চিত্ৰৰঞ্জন দাস আছিল মতিলাল নেহৰুৰ এজন নলে-গলে লগা বন্ধু। এদিন ককাক চিত্ৰৰঞ্জন দাসৰ লগত গৈছিল দুগ্ধপোষ্য সিদ্ধাৰ্থ। ইন্দিৰাৰ তেতিয়া পাঁচ বছৰত ভৰি দিছে। মতিলাল নেহৰুৱে সিদ্ধাৰ্থ ল'ৰা নে ছোৱালী সেইটো লক্ষ্য নকৰি এটি পুতলা উপহাৰ দিলে। প্ৰত্যুৎপন্নমতি ইন্দিৰাই এজন অচিনাকি ল'ৰাক পুতলা দিয়া দেখি একে চোচাই আহি পুতলাটো চিলনীয়ে থাপ মৰাদি মাৰি লৈ গ'ল। সিদ্ধাৰ্থৰ মাকে ঘটনাটো বিৱৰি কৈছিল— পুতলাটো দুয়ো টনা আজোৰা কৰোতে মূৰটো ইন্দিৰাৰ হাতত ছিঙি থাকি গ'ল আনহাতে ভৰি কেইটা থাকি গ'ল সিদ্ধাৰ্থৰ হাতত, বাকী অংশ ছিন্ন-ভিন্ন হৈ গ'ল। ..... ঘটনাটো সৰু কিন্তু গুৰুত্বপূৰ্ণ। অন্তত ইন্দিৰাৰ ক্ষেত্ৰত। সৰুৰে পৰাই তেওঁ এটা বস্তুক নিজৰ কৰি লোৱাৰ আশা, হেপাহ আৰু দৃঢ়তা পুহি ৰাখিছিল। যিটো তেওঁৰ ভৱিষ্যতৰ ৰাজনৈতিক জীৱনত প্ৰভাৱ পেলোৱা পৰিলক্ষিত হৈছিল। সেয়ে হয়তু পুপুল জয়কাৰে ইন্দিৰাক — "Down to earth mind" আখ্যা দিছিল।

## বিশ্বভাৰতীত ইন্দিৰা

ইন্দিৰাৰ শিক্ষাৰম্ভ হৈছিল এলাহাবাদৰ ছেণ্ট ছেছিলিয়া স্কুলত। তেওঁ ছেণ্ট মেৰী কনভেণ্টতো নাম ভৰ্তি কৰিছিল। তাৰ পাছত তেওঁ পিপ্‌লছ অন স্কুলত অধ্যয়ন কৰে। ১৯৩৪ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ শান্তি নিকেতনৰ বিশ্বভাৰতীত নাম ভৰ্তি কৰে। বিশ্বভাৰতীত তেওঁ কবিগুৰুৰ সান্নিধ্যলৈ আহে আৰু কবিগুৰুৰ তত্ত্বাবধানত সংগীত আৰু নৃত্যকলাৰ শিক্ষা লাভ কৰে। ১৯৩৫ চনত তেওঁ চুইজাৰলেণ্ডলৈ অধ্যয়ন কৰিবলৈ যায়। তাৰ পৰৱৰ্তী বছৰ ১৯৩৬ত তেওঁ অক্সফোৰ্ডলৈ যায়। কিছুদিন শান্তিনিকেতনত, কিছুদিন চুইজাৰলেণ্ডত, কিছুদিন অক্সফোৰ্ড বিশ্ববিদ্যালয়ত শিক্ষা লাভ কৰিছিল যদিও আনুষ্ঠানিক ভাৱে কোনো ডিগ্ৰী ইন্দিৰাৰ নাছিল। বিভিন্ন অসুবিধাৰ কাৰণে তেওঁ ডিগ্ৰী সম্পূৰ্ণ কৰিব নোৱাৰিলে।

সৰুৰে পৰাই এক নিঃসংগতাত ভুগিছিল ইন্দিৰাই। তেওঁৰ বাল্য অৱস্থাত দেউতাক নেহৰু বেছিভাগেই ব্যস্ত আছিল স্বাধীনতা সংগ্ৰামত কেতিয়াবা জেইলৰ ভিতৰত। অৱশ্যে নিসংগতাবোধে তেওঁক কৰি তুলিছিল অধিক আত্মনিৰ্ভৰশীল। শান্তিনিকেতনত থাকোতে তেওঁ বঙালী, জাৰ্মান, ফৰাচী আদি ভাষাও শিকি পেলাইছিল। ১২ বছৰ বয়সৰপৰা ইন্দিৰাই ডায়েৰী লিখিবলৈ লৈছিল। স্বাধীনতা আন্দোলনত অংশ গ্ৰহণ, বিশ্বভাৰতী শিক্ষা, বিদেশ ভ্ৰমণৰ অভিজ্ঞতা আদিয়ে তেওঁক সুন্দৰ ভবিষ্যত গঢ়াত সহায় কৰিছিল। আকৌ নেহৰুৱে জেলৰ পৰা প্ৰেৰণ কৰা মূল্যবান চিঠিবোৰে তেওঁক বিশেষভাৱে প্ৰেৰণা দিছিল।

## নেহৰু খুড়াৰ চিঠি

ইন্দিৰা প্ৰিয় দৰ্শিনীলৈ নেহৰু খুৰাই এখন চিঠিত লিখিছিল — "তুমি নিশ্চয় এলাহাবাদ দুৰ্গত থকা অশোকৰ শিলাস্তম্ভ বুৰঞ্জী পঢ়িবলৈ পাইছা। বহু বছৰ পূৰ্বে ভাৰতৰ এই মহান সম্ৰাটজনৰ কীৰ্তি কাহিনী এই স্তম্ভত খোদিত কৰা আছে। তুমি যদি লক্ষ্ণৌত থকা যাদুঘৰলৈ যোৱা, তাতো এনে বহু শিলালিপি বা শিলাস্তম্ভ দেখিবলৈ পাবা....।" বাল্যকালৰ আন এখন চিঠিত পোৱা যায় "ইতিহাস অধ্যয়ন কৰাটো ভাল অভ্যাস, কিন্তু ইতিহাস ৰচনাত সহায় কৰাটো অতি উত্তম।" চিঠিখনৰ এই শাৰী কথাই ইন্দিৰাক যেন সোঁৱৰাই দিছিল কিবা এটা কৰিবৰ বাবে আৰু ইন্দিৰাই কেৱল ইতিহাস ৰচনাত সহায় কৰিয়ে ক্ষান্ত নাথাকি, নিজেই ইতিহাস হৈ গ'ল।

স্বাধীনতা সংগ্ৰামত যেতিয়া ককাক, দেউতাক সকলো জপিয়াই পৰিছিল তেতিয়া ইন্দিৰাই তেওঁৰ বয়সৰ ল'ৰা-ছোৱালীক লৈ গঠন কৰিছিল 'বানৰ সেনা'। সাংঘাটিক ভাৱে সাহসী আছিল ইন্দিৰা। ইয়াৰ মূলতে তেওঁৰ পৰিশ্ৰম, নিষ্ঠা, সততা, কৰ্তৃত্বশীল আৰু নেহৰুৰ প্ৰেৰণা। ইন্দিৰা প্ৰিয়দৰ্শিনীলৈ নেহৰু খুৰাই লিখিছিল ঃ "সাহসী হ'বলৈ শিকা, বাকী কামবোৰ নিজে নিজে হৈ থাকিব। ভয়

বন্ধুটো বৰ বেয়া। কোনো কামেই গোপন নকৰিবা। যিকোনো সময়তে ধৈৰ্য অটুট ৰাখিবা। তেনে কৰিলে মাজনী, তুমি যি কোনো ঘটনাৰে সন্মুখীন হ'ব পাৰিবা।"

মহামানৱ মহাত্মা গান্ধীয়ে ইন্দিৰাক এবাৰ কৈছিল— "কিছুমানে কাম কৰে আৰু কিছুমানে আনে কামৰ বাবে প্ৰশংসা লাভ কৰে — ইন্দিৰা তুমি প্ৰথমটো হোৱা। মহাত্মাৰ এই উপদেশ ইন্দিৰাই পদে পদে পালন কৰিছিল, সেয়ে তেওঁ সকলো দিশতে প্ৰথম হৈছিল।

## ৰাজনীতিত ইন্দিৰা

একৈশ বছৰ বয়সত ইন্দিৰাই ৰাজনীতিৰ লগত জড়িত হৈ পৰে। স্বাধীনতা সংগ্ৰামত যোগদান কৰি তেওঁ জীৱনত প্ৰথমবাৰৰ বাবে তেৰমাহ কাৰবাস খাতিবলগীয়া হৈছিল। ১৯৪৭ চনৰ পৰা ইন্দিৰাই দিল্লীত দেউতাকৰ লগত থাকিবলৈ লৈছিল।

১৯৫৫ চনৰ পৰা তেওঁ নিখিল ভাৰত কংগ্ৰেছ ৱৰ্কিং কমিটীৰ সদস্যা পদৰ বাবে নিৰ্বাচিত হৈছিল। নাগপুৰত অনুষ্ঠিত ভাৰতীয় কংগ্ৰেছৰো তেওঁ সভানেত্ৰী হৈছিল। জৱাহৰলাল নেহৰুৰ হঠাৎ মৃত্যুৰ পাছত ইন্দিৰা লালবাহাদুৰ শাস্ত্ৰী মন্ত্ৰীসভাৰ 'তথ্য আৰু অনাতাঁৰ' মন্ত্ৰী হৈছিল। শাস্ত্ৰীৰ মৃত্যুৰ পাছতে অস্থায়িভাৱে গুলজাৰিলাল নন্দই সেই আসন পূৰণ কৰে যদিও পাছতে প্ৰধানমন্ত্ৰী হৈছিল — ইন্দিৰা গান্ধী। ১৯৬৭ চনত চতুৰ্থ সাধাৰণ নিৰ্বাচনত বিজয়ী হৈ দ্বিতীয়বাৰৰ কাৰণে ইন্দিৰা প্ৰধানমন্ত্ৰী হৈছিল। ১৯৭০-৭১ চনত ভাৰতৰ ওপৰত পাকিস্তানৰ আক্ৰমণ, তেতিয়াৰ পূব পাকিস্তানত হোৱা আন্দোলন আৰু তাৰেই ফলশ্ৰুতিৰূপে স্বাধীন বাংলাদেশ সৃষ্টি আদিত দেখুওৱা বিচক্ষণতাৰ বাবে আৰু এটা জটিল সন্ধিক্ষণত গতিশীল নেতৃত্বৰ বাবে তেওঁক ১৯৭৪ চনত ভাৰতৰ উচ্চতম সন্মান 'ভাৰত ৰত্ন' উপাধিৰে বিভূষিত কৰা হৈছিল।

প্ৰধানমন্ত্ৰীৰ কাৰ্যকালত তেওঁ বিভিন্ন দিশত যথেষ্ট সাফল্য লাভ কৰিছিল। প্ৰধানমন্ত্ৰীৰ কাৰ্যকালত তেওঁ বৈদেশিক ক্ষেত্ৰত ওচৰ-চুবুৰীয়া ৰাষ্ট্ৰৰ সৈতে সদ্ভাৱৰ সৃষ্টি কৰিবলৈ চেষ্টা কৰিছিল।

১৯৬৯ চনৰ ১৯ জুলাইত তেওঁ ১৪ টা বাণিজ্যিক বেংক ৰাষ্ট্ৰীয়কৰণ কৰিছিল। ১৯৭১ চনৰ ৯ আগষ্টত নতুন দিল্লীত ভাৰত ছোভিয়েত শান্তি, মৈত্ৰী আৰু সহযোগিতাৰ চুক্তি স্বাক্ষৰিত কৰিছিল। ১৯৭২ চনৰ ২০ নবেম্বৰত ভাৰত-ছোভিয়েতৰ আন এখন অৰ্থনৈতিক চুক্তিত স্বাক্ষৰিত কৰিছিল। ১৯৭৪ চনৰ ১৮ মে'ত ৰাজস্থানত শান্তিপূৰ্ণ উদ্দেশ্যত কৰা আণৱিক বিস্ফোৰণ ভাৰতক এক নতুন যুগত প্ৰবেশ কৰোৱাৰ লগতে বিশ্বত ভাৰতবৰ্ষৰ ভাবমূৰ্তি উজ্জ্বল কৰে। তেওঁৰ 'গৰীব হাতাও" আঁচনি সৰ্বজন বিদিত।

চৰম বিপদৰ সময়তো নিজকে ধৈৰ্য, সংযত কৰি ৰখাৰ দুৰ্লভ, গুণ দেখা গৈছিল ইন্দিৰাৰ গাত। আদৰৰ পুত্ৰ সঞ্জয় গান্ধীৰ মৃত্যুৰ সময়ত অন্য দহ গৰাকী মাতৃৰ দৰে তেওঁ হতাশাত, বা মানসিক ভাৱে ভাগি পৰা নাছিল। বৰঞ্চ শ্মশানথলিত যেতিয়া চিতাৰ জুই জ্বলি আছিল তেতিয়া ইন্দিৰা অসমৰ পৰিস্থিতিৰ বিষয়ে আলোচনা কৰিছিল চন্দ্ৰশেখৰৰ লগত। শ্মশান থলিত গোট খোৱা ৰাজনৈতিক নেতা সকলৰ ভিতৰত এজন আছিল অটল বিহাৰী বাজপেয়ী। বাজপেয়ী ইন্দিৰাৰ দুখত সমভাগী হ'বলৈ তেওঁৰ ওচৰলৈ গ'ল। কিন্তু অটল বিহাৰী বাজপেয়ী আচৰিত হৈছিল ইন্দিৰা গান্ধীৰ ধৈৰ্য দেখি।

এইগৰাকী মহান নেত্ৰীৰ জীৱনলৈও অন্ধকাৰ নামি আহিছিল। দলৰ পৰা চন্দ্ৰচেখৰ, মোহন ধাৰিয়া প্ৰমুখ্যে বহু নেতা আঁতৰি গ'ল। দলৰ অপ্ৰতিদ্বন্দ্বী নেত্ৰী হোৱা সত্বেও এক নিৰাপত্তাহীনতাত ভুগিছিল ইন্দিৰা গান্ধীয়ে। জয়প্ৰকাশ নাৰায়ণে ইন্দিৰাৰ আদৰ্শক চোকা সমালোচনা কৰিবলৈ ধৰিলে।

১৯৭৫ চনৰ ২৬ জুনত দেশত "জৰুৰী অৱস্থা" ঘোষণা হয়। ১৯৭৭ চনত লোকসভা ভংগ কৰি দিয়া হয়। ইন্দিৰা বিৰোধি নেতাসকলে "জনতা পাৰ্টি" গঠন কৰে। ১৯৭৭ চনত জনতা দলৰ হাতত ইন্দিৰা পৰাজয় হয়। মোৰাৰজী দেশাই প্ৰধানমন্ত্ৰী হয়। ১৯৭৭ চনৰ ৩ অক্টোবৰত দুৰ্নীতিৰ অভিযোগত ইন্দিৰা গ্ৰেপ্তাৰ হয়। ১৯৭৮ চনত কংগ্ৰেছত পুনৰ বিভাজন হয়। ১৯৮০ চনত দেশত পুনৰ নিৰ্বাচন হয়। এইবাৰ ইন্দিৰাই বিপুল ভোটত জয় লাভ কৰি ভাৰতৰ প্ৰধানমন্ত্ৰী হয়।

ক্ষমতাৰ উচ্চ শিখৰত উঠা সত্বেও নিঃসংগতাই তেওঁৰ লগ এৰা নাছিল। এই নিঃসংগতা দূৰ কৰিবলৈ তেওঁ কবিতা পঢ়িছিল, কিতাপ লিখিছিল। ইন্দিৰাৰ কেইবাখনো কিতাপ বিদেশত প্ৰকাশ হৈছে।

## জীৱন নাটৰ যৱনিকা

১৯৪৮ চনৰ ৩১ অক্টোবৰৰ দিনা পুৱা তেওঁ ওলাই আহিছিল — এক টেলিভিছন সাক্ষাৎকাৰ দিবলৈ। অহাৰ বাটত এপাহ তলসৰা ফুল দেখি তেওঁ সেই পাহ হাতত তুলি ললে আৰু ওচৰৰে গছ এজোপাত তুলি দিলে যাতে মানুহৰ গছকত ফুলপাহ নষ্ট নহয়। সেই নিৰ্মম ৰাতিপুৱাটোতে তেওঁৰে দুজন দেহ ৰক্ষীৰ গুলীত ইন্দিৰা গান্ধি মাটিত বাগৰি পৰিল — ঠিক সেই ফুলপাহৰ দৰে। অৱসান ঘটিল এগৰাকী বিদুষী মহিলাৰ ঘটনা বহুল জীৱন।

'সহস্ৰবাদৰ নাৰী' হিচাপে তেওঁ লৈ যি সন্মান প্ৰদান কৰা হৈছে সি বিতৰ্কিত হ'লেও ভাৰতীয় ৰাজনীতিত ইন্দিৰা গান্ধীৰ ভূমিকা অনস্বীকাৰ্য।

## প্ৰেম পৰ্বত ইন্দিৰা গান্ধী

ইন্দিৰা গান্ধীৰ প্ৰথম ৰোমাণ্টিক অভিজ্ঞতা তথা প্ৰথম প্ৰেম আৰম্ভ হয় শান্তি নিকেতনত থাকোতেই। শান্তি নিকেতনত থাকোতেই তেওঁ জাৰ্মান, ফৰাচী, আৰু বঙালী ভাষা শিকিছিল। তেওঁ ফৰাচী ভাষা শিকিছিল এজন জাৰ্মান অধ্যাপকৰ পৰা। সেই অধ্যাপকজন ক্ৰমশঃ ইন্দিৰাৰ গুণগ্ৰাহী হৈ পৰিছিল আৰু এদিন তেওঁ ইন্দিৰাক প্ৰেম নিবেদনো কৰিছিল। যৌৱনৰ উপাসক সৌন্দৰ্যৰ পূজাৰী জাৰ্মান অধ্যাপকজনৰ মুখতে ইন্দিৰাই প্ৰথম শুনিছিল তেওঁৰ ৰূপ-যৌৱনৰ বন্দনা। স্বাভাৱিকতে প্ৰথমবাৰৰ বাবে শুনা অধ্যাপকৰ কথাকেইটাত ইন্দিৰা পুলকিত হৈছিল। তেওঁ আবেগিক হৈ পৰিছিল। অৱশ্যে জাৰ্মান অধ্যাপকৰ লগত বেছি দিন ৰোমাণ্টিক সম্পৰ্ক গঢ়ি নুতুলিলে।

চুইজাৰলেণ্ড, অক্সফোৰ্ডত থকা সময়ত ইন্দিৰা ফিৰোজ গান্ধী নামৰ এজন পাৰ্চী যুৱকৰ সান্নিধ্যলৈ আহে। অৱশ্যে এই ৰোমাণ্টিক সম্পৰ্কত জৱাহৰলাল নেহৰুৰ আপত্তি আছিল, কিন্তু তেওঁৰ আপত্তি থকাৰ সত্বেও ইন্দিৰাই ফিৰোজৰ লগত বিয়াত বহিল।

জৱাহৰলাল নেহৰুৱে কেতিয়াও ভাব নাছিল যে জীৱনৰ এটা ডাঙৰ চূড়ান্ত সিদ্ধান্ত ইন্দিৰাই নিজেই লব। বিবাহৰ নিচিনা জীৱনৰ ডাঙৰ সিদ্ধান্তও তেওঁ নিজেই ল'লে। অৱশেষত অপত্য স্নেহত আপ্লুত হৈ নেহৰুৱে অনিচ্ছা স্বত্বেও এই বিযাত সন্মতি জনালে। অৱশ্যে পৰস্পৰৰ বিবাহ স্থায়ী নহ'ল। দাম্পত্য জীৱনত আহি পৰিল বিশৃংখলতা দুয়োৰে মাজত সংঘাত আৰম্ভ হ'ল। এটা সময়ত দুয়োৰে ভিতৰত যোগাযোগেই বিচ্ছিন্ন হৈ পৰিল। ইয়াৰ পৰিণাম স্বৰূপে ফিৰোজ গান্ধীয়ে সংসদৰ মজিয়াত নেহৰুক এদিন বিব্ৰত কৰিছিল।

লেখক কেথৰীণ ফ্ৰেঙ্কৰ দ্বাৰা লিখিত ইন্দিৰা গান্ধীৰ জীৱনী "ইন্দিৰাঃ লাইফ অফ ইন্দিৰা নেহৰু গান্ধী" গ্ৰন্থত ফিৰোজ গান্ধীৰ সৈতে ইন্দিৰাৰ বিপদৰ বিস্তাৰিত বৰ্ণনা আছে। পিতৃ নেহৰুৰ ডায়েৰীৰ উদ্ধৃতি দি গ্ৰন্থখনত উল্লেখ আছে যে ১৯৪০ চনৰ আৰম্ভণিতে ইন্দিৰাৰ অৱস্থা ভাল নাছিল। কাৰণ তেওঁ ফিৰোজৰ প্ৰেমত একেবাৰে অন্ধ আৰু পাগল হৈ পৰিছিল আৰু আনন্দ ভৱন এৰি মৌচুৰীত থাকিবলৈ লৈছিল। ১৯৩৫ চনত কমলা নেহৰুৰ মৃত্যু হয়। কমলা নেহৰুৱে অন্তিম সময়ত ইন্দিৰা ফিৰোজক অতি নিকট অৱস্থাত দেখা পাই নেহৰুক কৈছিল যে যাতে ইন্দিৰাই ফিৰোজৰ সৈতে বিবাহত নবহে তালৈ লক্ষ্য ৰাখিবা। ইন্দিৰাক পিতৃ নেহৰুৱে এই দিশত সতৰ্ক কৰি দিছিল।

১৯৪০ চন। ইন্দিৰা এলাহাবাদলৈ ঘূৰি আহে। অৱশ্যে ততাতৈয়াকৈ নিজৰ কাপোৰ কানি বেগত ভৰাই মুম্বাইৰ অভিমুখে ৰাওনা হয়। তেওঁৰ আশালৈ পিতৃ নেহৰুৱে নিৰাশ আনি দিয়াত তেওঁ মহাত্মা গান্ধীৰ শৰণাপন্ন হয়। আৰম্ভণিতে মহাত্মা গন্ধীয়ে ইন্দিৰাক এই বিবাহৰ পৰা বিৰত থাকিবলৈ উপদেশ দিয়ে; কিন্তু পিচত ইন্দিৰাৰ জেদৰ ওচৰত তেওঁ হাৰ মানিব লগা হয়। মহাত্মা গান্ধীয়ে ইন্দিৰাৰ প্ৰতি ফিৰোজৰ যৌন ভাৱনাৰ বিষয়ে সোধ পোছ কৰে।

মহাত্মা গান্ধীয়ে বাৰম্বাৰ এই কথাত জোৰ দিয়ে যে যৌন ভাৱনা কেতিয়াও বিয়াৰ আধাৰ হ'ব নোৱাৰে, এটা সময়ত গান্ধীয়ে আৱিষ্কাৰ কৰিলে যে ইন্দিৰাই ফিৰোজক সঁচাকৈয়ে ভাল পায়, আৰু তেওঁ ইন্দিৰাক বিবাহৰ সন্মতি দিয়ে। অৱশ্যে মহাত্মাই ইন্দিৰাক এই বুলিও কৈছিল যে তেওঁলোকৰ এই আকৰ্ষণ যদি দৈহিক

নহয় তেন্তে দুয়ো বিয়াৰ পিচত ব্ৰহ্মচাৰ্য জীৱন পালন কৰাই ভাল। বাপুজীৰ এই পৰামৰ্শ তেওঁ সম্পুৰ্ণভাৱে উপেক্ষা কৰে আৰু কয় যে বিবাহৰ পাছত এনেধৰণৰ জীৱন কটোৱা মানে বিচ্ছেদ-বিড়ম্বনা আদিক নিমন্ত্ৰণ কৰা। বাপুজীয়ে এই প্ৰসংগত ফিৰোজৰ লগতো কথা-বতৰা হয়। তেওঁ ইন্দিৰাক বুজালে যে এই বিবাহ যেন নেহৰুৰ অনুমতি সাপেক্ষেহে অনুষ্ঠিত হয। মহাত্মা গান্ধীয়ে বিচাৰিছিল যে — জৱাহৰলাল নেহৰুৰ জীয়ৰীৰ বিয়া মহা ধুম ধামেৰে অনুষ্ঠিত হওক আৰু ইয়াক এক সাৰ্বজনীন সমাৰোহ হিচাপে উদ্‌যাপিত কৰিব লাগে।

সেই সময়তে ইন্দিৰা আনন্দ ভৱনলৈ উভতি আহে। আনন্দ ভৱনত ইন্দিৰাৰ খুড়ীয়েক বিজয়লক্ষ্মী পণ্ডিতৰ সৈতে তৰ্ক-বিতৰ্ক হয়। বিজযলক্ষ্মী পণ্ডিতে ইন্দিৰাৰ বিয়াৰ প্ৰসংগত আক্ৰমণাত্মক ৰূপ ধাৰণ কৰে। তেওঁ ইন্দিৰাক কৈছিল যে তেওঁ ফিৰোজক প্ৰেমিক বনাই ৰাখি আন পাত্ৰৰ লগত বিয়াত বহা উচিত। সেই সময়ত আনন্দভৱনৰ পৰিবেশ অতি বেয়া হৈ পৰিছিল। অৱশেষত বাপুজীয়ে নেহৰুকে আদি কৰি সকলোকে সৈমান কৰোৱাই। ১৯৪১ চনত ফিৰোজ ইন্দিৰাৰ বিয়াখন অনুষ্ঠিত হয়। ইন্দিৰা গান্ধীৰ প্ৰসংগত যি বিতৰ্ক জড়িত হৈ আছে তাৰ ভিতৰত ফিৰোজৰ সৈতে বিবাহৰ সিদ্ধান্ত সকলোতকৈ বিতৰ্কমূলক।

বিবাহোত্তৰ কালত ফিৰোজ-ইন্দিৰাৰ সম্পৰ্ক বৰ ভাল নাছিল। ১৯৪২ চনৰ ছেপ্টেম্বৰ মাহত ইন্দিৰা এবাৰ জেললৈ যাবলগীয়া হৈছিল। ১৯৪৪ চনৰ ২০ আগষ্টত মুম্বাইত প্ৰথম পুত্ৰৰ ৰাজীৱৰ আৰু ১৯৪৪ চনৰ ১৪ ডিচেম্বৰত দ্বিতীয়পুত্ৰ সঞ্জয়ৰ জন্ম হয়।

কেথৰীণ ফ্ৰেঙ্কৰ গ্ৰন্থখনত বিতংভাৱে উল্লেখ পাইছে ফিৰোজ ইন্দিৰাৰ বিবাহোত্তৰ প্ৰেম সম্পৰ্কৰ কথা। ১৯৫৭ চন। সাধাৰণ নিৰ্বাচনত ইন্দিৰা যথেষ্ট সক্ৰিয় আছিল। নিজে পাৰ্থী হিচাপে প্ৰতিদ্বন্দিতাত নমা নাছিল যদিও পাৰ্টিৰ বাবে দেহে-কেহে খাটিছিল। সেই সময়তে দুয়োৰে সম্পৰ্কত ফাঁট মেলিবলৈ ধৰিছিল। ফিৰোজ গান্ধীৰ চৰিত্ৰ সম্পৰ্কত ফ্ৰেঙ্কে লিখিছে প্ৰকৃতাৰ্থত ক'বলৈ হ'লে ফিৰোজ নিজৰ সম্পূৰ্ণ জীৱনটিত তিৰোতা সেৰুৱা আছিল। তেওঁ বাৰ বছৰ পৰ্যন্ত কমলা নেহৰুৰ সহায়ক হিচাপে কাম কৰিছিল। ধৰ্মপৰায়ণ কমলা নেহৰুৰ প্ৰতি তেওঁৰ আস্থা, সমৰ্পণ বুজি পোৱাটো দুৰুহ কথা আছিল।

ফিৰোজ আছিল মহিলাৰ প্ৰতি আসক্ত পৰায়ণ ব্যক্তি। বিবাহোত্তৰ কালত ফিৰোজ গান্ধী অন্য কোনো কোনো মহিলাৰ প্ৰতি আসক্ত হ'ল। ইয়াৰ ভিতৰত ভাৰতীয় সংসদৰ 'গ্লেমাৰ গাৰ্ল' ৰূপে খ্যাত তাৰকেশ্বৰী সিন্‌হা, উত্তৰ প্ৰদেশৰ এক মন্ত্ৰীৰ জীয়ৰী মেহমুনা চুলতানা, ইন্দিৰা গান্ধীৰ সৈতে দিল্লীৰ শৰণাৰ্থী শিবিৰত কাম কৰা মহিলা সুভদ্ৰা দত্ত জোশী, আকাশবাণীত কাম কৰা এগৰাকী নেপালী মহিলা আৰু কেৰেলাৰ উচ্চ বৰ্গৰ এগৰাকী বিবাহিতা মহিলাৰ নাম উল্লেখযোগ্য।

ইন্দিৰা গান্ধীৰ জীৱনৰ প্ৰেম পৰ্বৰ অন্য এটা দিশ আছিল পিতৃ জৱাহৰলালে নেহৰুৰ সচিব এম. অ' মঁতাইৰ সৈতে প্ৰেম। জৱাহৰলাল নেহৰুৰ ৰাষ্ট্ৰীয় জীৱনৰ বিশালতাত 'Confidencial asistant' হিচাপে কাম কৰা মঁাতাই খোদ বাৰ বছৰ পৰ্যন্ত ইন্দিৰা গান্ধীৰ লগত প্ৰেম সম্বন্ধ থকা বুলি স্বীকাৰ কৰিছিল। নেহৰুজীৰ জীৱনী লিখা ইতিহাসবিদ সৰ্বপল্লী গোপালে লিখিছে যে দুয়োৰে সম্বন্ধ নিৰ্ধাৰিত সীমাতকৈ বহুদূৰ আগবাঢ়িছিল। নেহৰু পৰিয়ালৰ আন এজন নিকটতম ব্যক্তি বি. কে. নেহৰুৱে লিখিছিল যে মঁাতাই আৰু ইন্দিৰাৰ প্ৰেম সম্বন্ধ যথেষ্ট ওচৰৰ আছিল। মঁাতাই ইন্দিৰাৰ ৰোমাণ্টিক সম্পৰ্কক লৈ সেই সময়ত ৰাজনৈতিক মহলত এক গৰম বতাহ বলিছিল। বহুতো গুজৱ ৰটনা হৈছিল। এবাৰ লোকসভাত কোনো এজন সাংসদে ৰহণ সানি কৈয়েই পেলালে যে মঁাতাই হে নেহৰুৰ প্ৰকৃত জোঁৱাই।

উল্লেখ্য যে সচৰাচৰ এম. অ' মঁাতাই নেহৰুৰ জীৱনী লিখিছিল। মঁাতাই লিখা কিতাপখনৰ নাম হৈছে— 'ৰেমিনিচ্ছনছেঁছ অৱ নেহৰু ইৰা' (Reminiscence of Nehru Era)। বিশেষ সূত্ৰে জনা যায় যে সেই কিতাপখনত "চি" নামৰ এটি অধ্যায় আছিল। কিতাপখন ছপাশালালৈ দিয়াৰ আগমুহূৰ্ত্তত সেই অধ্যায়টি বাদ দিয়া হয়। অৱশ্যে ইন্দিৰা গান্ধীৰ সৰু বোৱাৰীয়েক মেনকা গান্ধীয়ে সেই গুপুত অধ্যায়টিৰ কপি বিৰোধী দলৰ মাজত বিতৰণ কৰিছিল। মঁাতাই ইন্দিৰাৰ প্ৰেম কাহিনী পোহৰলৈ আহিল। স্মৰ্তব্য যে সেই অধ্যায়টিতেই মঁাতাই ইন্দিৰা গান্ধীৰ সৈতে থকা নিজৰ প্ৰেম ৰোমাঞ্চৰ খবৰ বৰ্ণনা কৰিছিল। মঁাতাই বিশ্বাস কৰিছিল যে ইন্দিৰা গান্ধীয়ে তেওঁৰ সৈতে প্ৰেম কৰিছিল আৰু দুয়োৰে সম্বন্ধই সীমা

চেৰাই গৈছিল। অৱশ্যে সেই 'চি' অধ্যায়টি তেওঁৰ কিতাপত নাছিল আৰু যেতিয়া মেনকাই তাক বিতৰণ কৰিছিল তেতিয়া মাঁতাই এই সংসাৰত জীয়াই থকা নাছিল। নেহৰু পৰিয়ালৰ সান্নিধ্যত থকা লোকৰ বাবে এই প্ৰেম সন্দেহৰ অৱকাশ নাছিল যদিও সেই অধ্যায়টিৰ প্ৰমাণ যোগ্যতা সিদ্ধ নহ'ল।

বহুতে অভিযোগ কৰা দেখা যায় যে মাঁতাই আছিল এজন লগুৱা সাংবাদিক। চৰিত্ৰদোষৰ বাবেই সন্দেহজনক পৰিস্থিতিত নেহৰুৱে মাঁতাইক কামৰ পৰা খেদিছিল। খেদা খোৱাৰ পিছৰে পৰা তেওঁ নেহৰু পৰিয়ালৰ ওপৰত প্ৰতিশোধ লবলৈ ছেগ চাই আছিল। নেহৰু মৃত্যুৰ পাছত সেই সুযোগ আহিল। জৰুৰীকালনী অৱস্থাৰ পাছত তেওঁ মুধাফুটা সাংবাদিকৰ ভাও ধৰি ইন্দিৰা গান্ধীৰ বিৰুদ্ধে খোলাকটি গোটাই গুজব গ্ৰন্থৰ প্ৰণেতা হ'ল। ইন্দিৰা গান্ধীৰ আন এজন জীৱনীকাৰ ইন্দৰ মালহোত্ৰাই প্ৰথমেই মাঁতাইৰ ওপৰত অভিযোগ তুলিছিল যে তেওঁ মাথোঁ ইন্দিৰাকেই নহয়, বৰঞ্চ তেওঁৰ পিতৃ নেহৰুকো বদনাম কৰাৰ চেষ্টা কৰিছে। তেওঁ "ইন্দিৰা গান্ধীঃ এ পাৰ্ছনেল এণ্ড পলিটিকেল বায়োগ্ৰাফী"ত মাঁতাইৰ কিতাপৰ কথা উল্লেখ কৰি কৈছে যে নেহৰু আৰু ইন্দিৰাৰ ভাৱমূৰ্তি বিনষ্ট কৰাৰ চেষ্টা কৰিছে আৰু দুয়োৰে অশ্লীল অভিযোগ আনিছে।

নেহৰুৰ ব্যক্তিগত সচিব এম, অ মাঁতায়ে তেওঁৰ আত্মজীৱনী "মাই ডেজ উইথ নেহৰু'ত ইন্দিৰা গান্ধীৰ প্ৰসঙ্গত মন্তব্য কৰিছে যে — "ইন্দিৰাৰ যৌন আকাংক্ষা বৰ তীব্ৰ আছিল। ইন্দিৰা আৰু মোৰ মাজত প্ৰেম মানসিক স্তৰৰ পৰা দৈহিক স্তৰলৈ গতি কৰিছিল, ফলস্বৰূপে ইন্দিৰাই গৰ্ভ ধাৰণ কৰে আৰু শেষত গৰ্ভপাত কৰিবলগীয়া হয়।" তেওঁৰ মতে ইন্দিৰা গান্ধী আৰু তেওঁৰ মাজত হেনো বাৰ বছৰ ধৰি সম্পৰ্ক আছিল।

ইন্দিৰা গান্ধীৰ প্ৰেম সম্পৰ্ক চলিছিল বহুকেইজন পুৰুষৰ লগত। শান্তি নিকেতনত লগ পোৱা জাৰ্মান শিক্ষক ফ্ৰেংক অবাৰড'ফ হ'ল ইন্দিৰাৰ জীৱনলৈ অহা প্ৰথম পুৰুষ। সুদৰ্শন ব্যক্তি ফ্ৰেংক অবাৰড'ফ জাৰ্মান হলেও ফৰাচী ভাষাৰ ওপৰত তেওঁৰ বেচ দখল আছিল। ইন্দিৰা আছিল সেইসময়ত ফ্ৰেংক অবাৰড'ফৰ প্ৰিয় ছাত্ৰী। গুৰুৱে শিষ্যক ফৰাচী শিকোৱাৰ লগতে প্ৰেমৰ আদি পাঠো শিকালে

পৰস্পৰে অনুভৱ কৰিলে প্ৰেমৰ মাদকতা। পান কৰিলে প্ৰেমৰ মদিৰা। অৱশ্যে পৰস্পৰৰ এই প্ৰেম বেছি দিন নিটিকিল। কবিগুৰু ৰবী ঠাকুৰৰ হস্তক্ষেপত এই প্ৰেমত সিমানতে যতি পৰে।

ৰাজ পৰিয়ালৰ ল'ৰা আৰু ইন্দিৰা গান্ধী মন্ত্ৰীসভাৰ সদস্য দীনেশ সিং। ইন্দিৰাই ধৰা দিয়া বহু পুৰুষৰ মাজত এজন হ'ল দীনেশ সিং। তেওঁ আছিল কংগ্ৰেছৰ এগৰাকী সদস্য। দুয়োৰে মাজত প্ৰেম চলা বুলি বহুতো গুজৱ ৰতনা হৈছিল।

ইন্দিৰা প্ৰিয়দৰ্শিনী আকৃষ্ট হৈছিল ধীৰেন্দ্ৰ ব্ৰহ্মাচাৰীৰ প্ৰতি। ইন্দিৰাই ডৰথী নৰমানলৈ লিখা এখন চিঠিত লিখিছিল—

"মই এগৰাকী অতি সুন্দৰ সুঠাম যোগীৰ তত্বাবধানত যোগ শিকিবলৈ লৈছো। ধীৰেন্দ্ৰ ব্ৰহ্মাচাৰী নামৰ এই যোগীজনৰ যাদুময়ী শৰীৰৰ আকৰ্ষণতেই মোৰ দৰে বহুতে যোগ শিকিবলৈ লয়......।' এই ব্ৰহ্মাব্ৰত পালন কৰা ব্ৰহ্মাচাৰী জনেও ইন্দিৰাৰ ৰূপ-লাৱণ্যৰ ওচৰত পাগল হৈছিল। কথাতে কয় — ৰূপৰ বিদ্যুতে সন্ন্যাসীকো মতিভ্ৰম কৰে। বেদ-বেদান্তত পাৰ্গত পণ্ডিতেও আওবাটে খোজ লয়। নাৰীৰ ৰূপৰ বাবেই সদাশিৱৰ ধ্যান ভংগ হৈছিল। বিশ্বামিত্ৰ ঋষিৰো ভুল হৈছিল। সেইদৰে ধীৰেন্দ্ৰ ব্ৰহ্মাচাৰীয়েও যেন ভুল কৰিছিল নাৰীৰ দেহ আৰু প্ৰণয়ৰ ভাজত প্ৰেমৰ মদিৰা পাণ কৰি তেওঁ একপ্ৰকাৰে মতলীয়া হৈ পৰিছিল। সেই সময়ত নেহৰুৰ ঘৰলৈ সঘন অহা যোৱা থকা ব্যক্তিসকলে কৈছিল যে ঘণ্টাৰ পাছত ঘণ্টা ইন্দিৰাৰ স'তে একেটা কোঠাতে দুৱাৰ মাৰি সোমাই থাকিছিল ধীৰেন্দ্ৰ ব্ৰহ্মাচাৰী। বহুতৰ ধাৰণা যে ব্ৰহ্মাচাৰী প্ৰকৃততে যোগী নহয় ভোগীহে। তেওঁ ইন্দিৰাক যোগ শিকোৱা নাছিল শিকাইছিল যৌনতাৰ লীলা খেলাহে।

কেথেৰীণ ফ্ৰেংকৰ — "ইন্দিৰা দ্য লাইফ অব ইন্দিৰা নেহৰু গান্ধী" গ্ৰন্থতো ইন্দিৰাৰ জীৱনৰ বহুতো গুপুত অধ্যায় প্ৰকাশ পাইছে। লেখকে ইন্দিৰাৰ স্বামী ফিৰোজ গান্ধীৰ শাহু কমলা নেহৰুৰ সৈতে সম্পৰ্ক আছিল বুলিও উল্লেখ কৰিছে। ফ্ৰেঙ্কো স্বীকাৰ কৰিছে ইন্দিৰাৰ জীৱনী লিখাৰ সময়ত ছোনিয়াৰ পৰা যথেষ্ট সহযোগ পাইছে।

## ইন্দিৰাই মেনকাক বেয়া ব্যৱহাৰ কৰিছিল

বিখ্যাত 'মিডনাইটছ চিলড্ৰেন', 'ছাটানিক ভাৰ্চেজ'ৰ লেখক ছলমান ৰুশ্বডীয়ে "মিডনাইট চিলড্ৰেন'ত সঞ্জয় গান্ধীৰ উদ্ধৃতি দি কৈছিল যে ফিৰোজ গান্ধীৰ মৃত্যুৰ অন্তৰালত ইন্দিৰা গান্ধীৰ হাত আছিল। তেতিয়া ইন্দিৰা গান্ধীয়ে ইয়াৰ আইনগত ব্যৱস্থা লৈছিল যদিও গ্ৰন্থখনক বুকাৰ বঁটা পোৱাৰ পৰা বিৰত ৰাখিব পৰা নাছিল আৰু গ্ৰন্থখনৰ বিক্ৰীৰ সংখ্যাই অভিলেখ সৃষ্টি কৰিছিল।

সঞ্জয় গান্ধীৰ মৃত্যুৰ পাছত মেনকা গান্ধীক ঘৰৰ পৰা উলিয়াই দিয়া ঘটনাটোও ইন্দিৰা গান্ধীৰ জীৱনত অন্য এক বিতৰ্কিত বিষয়। সঞ্জয়ৰ আকস্মিক মৃত্যুৰ পিছত ৰাজীৱ গান্ধীক পাইলতৰ চাকৰি এৰুৱাই নিজৰ লগত ৰাখি, ৰাজনৈতিক দীক্ষা দি তেওঁক আমেথী ছিটৰ বাবে লোকসভাৰ নিৰ্বাচন যুঁজিবলৈ পঠিয়ায়। মেনকাই এই কথাত ৰাজী নাছিল। তেওঁ নিজে আমেথীৰ পৰা নিৰ্বাচন খেলিব বিচাৰিছিল। অথচ তেতিয়া মেনকাৰ বয়স আছিল মাত্ৰ তেইশ বছৰ। মেনকাই সেই নিৰ্বাচনত ৰাজীৱ গান্ধীৰ বিৰুদ্ধে কাম কৰিছিল। ইয়াৰ মাজতে মেনকাৰ সম্বন্ধ ছোনিয়াৰ লগতো বেয়া হ'য়।

বিশিষ্ট লিখক খুছৱন্ত সিঙে কৈছিল যে প্ৰয়াত প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে বোৱাৰীয়েক মেনকা গান্ধীক "গাৱলীয়া শাহুৰ দৰে" ই বেয়া ব্যৱহাৰ কৰিছিল। আনহাতে ছোনিয়াক তেওঁ ভাল ব্যৱহাৰ কৰিছিল।"

বি. বি. চিৰ 'ফেচ টু ফেচ' শিতানৰ এক সাক্ষাৎকাৰত খুছৱন্ত সিঙে কয় যে — মেনকা গান্ধী ইন্দিৰা গন্ধীৰ ঘৰত প্ৰবেশ কৰাৰ দিনৰে পৰা ক'ৰবাত গণ্ডগোল লাগিল। মই ভাবো শ্ৰীমতী গান্ধীয়ে মেনকাক ভাল পোৱা নাছিল। তেওঁ ভাবিছিল তেওঁৰ পুত্ৰই তেওঁলোকতকৈ কম মৰ্যাদাসম্পন্ন পৰিয়ালৰ ছোৱালী বিয়া কৰালে। কিন্তু বাস্তৱিকতে সেই কথা সত্য নহয়। মেনকাৰ পৰিয়ালটো সম্মানীয় আছিল। তেওঁৰ ককাকক বৃটিছে 'নাইট' উপাধি প্ৰধান কৰিছিল। তেওঁ কৈছিল— "মেনকাই প্ৰায়েই তেওঁৰ ওচৰত আপত্তি জনায় যে ইন্দিৰা গান্ধীয়ে তেওঁক ছোনিয়াৰ সন্মুখতে লঘু কৰে। এবাৰ বৃটেইনৰ প্ৰধান মন্ত্ৰী মাৰ্গাৰেট থেচাৰৰ

আগমন উপলক্ষে ইন্দিৰা গান্ধীয়ে এটা পাৰ্টীৰ আয়োজন কৰিছিল। সেই পাৰ্টীত ছোনিয়া আৰু ৰাজীৱ মূল টেবুলত বহিছিল। আনহাতে মেনকাক বহিবলৈ দিয়া হৈছিল আন এখন টেবুলত। মেনকাই মোক কৈছিল যে পণ্ডিত নেহৰুৰ কোনো সামগ্ৰী কলম বা ঘড়ী ছোনিয়ালৈ আগবঢ়াই ইন্দিৰাই কৈছিল মোৰ দেউতাৰ এই বিপদ বস্তু তুমি স্মৃতি হিচাপে ৰাখি থোৱা। মেনকাৰ সন্মুখতে তেনেকৈ কৈছিল যদিও মেনকাক তেনে কোনো বস্তু দিয়া নাছিল। এইবিলাক আঘাত পোৱা কথা।

সঞ্জয় গান্ধীৰ সৈতে ঘনিষ্ঠ সম্পৰ্ক থকা খুছৱন্ত সিঙে সঞ্জয় সম্পৰ্ক কয় যে — তেওঁ কিছু পৰিমাণে 'দয়া মায়াহীন নিপীড়ণকাৰী' আৰু 'মৰম লগা গুণ্ডা' ইন্দিৰাই তেওঁলৈ ভয় কৰিছিল। জৰুৰীকালীন সময়ত আৰু ১৯৮০ চনত তেওঁৰ মৃত্যু হোৱাৰ আগলৈকে সঞ্জয় গান্ধীয়েই ভাৰতৰ শাসন কৰিছিল। তেওঁ কিছুপৰিমাণে গুণ্ডা আৰু কিছু পৰিমাণে সজ কৰ্মচাৰী আছিল। সঞ্জয় ধৈৰ্যশীল আছিল।

ইন্দিৰা গান্ধীসম্পৰ্কে সিঙে কয় যে মই তেওঁক ১৯৩০ চনৰ পৰা জানিছিলো। তেওঁ বৰ মৰ্যদা সম্পন্ন আৰু কৰ্তৃত্বশীল আছিল, যিটো মই আনৰ ক্ষেত্ৰত দেখা নাছিলো।"

## প্ৰেম পৰ্বত

# এডুইনা আৰু নেহৰু

বিশ্বৰ বিখ্যাত ব্যক্তিত্বপূৰ্ণ আৰু প্ৰতিভাপূৰ্ণ লোকসকলৰ জীৱনৰ বিষয়ে জানিবলৈ মানুহ অধিক আগ্ৰহশীল। তেওঁলোকৰ শৈশৱ, তেওঁলোকৰ কিশোৰ, যৌৱন, কৰ্মজীৱন, তেওঁলোকৰ প্ৰিয় বন্ধু-বান্ধৱী আৰু তেওঁলোকৰ ৰোমাণ্টিক অভিজ্ঞতা প্ৰেম ৰোমাঞ্চ বিবাহ আদিৰ বিষয়ে জানিবলৈ মানুহৰ মন বেছি ইচ্ছুক।

ভাৰতত জীৱনী কাহিনী, তথা আত্মকথা খুওব কমেইহে লিখা হয়। প্ৰকৃততে জীৱনী লিখিবলৈ সত্যতা আৰু সাহসৰো প্ৰয়োজন। এই সাহস ভাৰতীয় লিখকৰ হয়তো কম। তথাপি মাজে সময়ে প্ৰকাশিত জীৱন কাহিনীয়ে বিতৰ্কৰ সৃষ্টি নকৰা নহয়। মহাত্মা গান্ধীৰ 'সত্য ...'; মেদেলিন মেছনৰ 'লেডী মাউণ্টবেটেন আৰু গান্ধীজী', কেথৰীণ ক্লিমেণ্টৰ 'এডুইন আৰু নেহৰু'ৰ প্ৰেম প্ৰসংগৰ গ্ৰন্থই যথেষ্ট বিতৰ্কৰ সৃষ্টি কৰিছিল।

দেশ-বিদেশৰ কেইবাজনো লিখকে গান্ধী আৰু নেহৰুৰ জীৱনী লিখিছে। য'ত ঠাই পাইছে তেওঁলোকৰ ৰাজনৈতিক কৰ্মজীৱনৰ উপৰিও তিতা-মিঠা প্ৰেমৰ কাহিনী। এতিয়া স্বাধীন ভাৰতৰ প্ৰথম প্ৰধান মন্ত্ৰী পণ্ডিত জবাহৰলাল নেহৰু আৰু ভাৰতবৰ্ষৰ বৃটিছৰ শেষ ভাইচৰয় লৰ্ড মাউণ্টবেটেনৰ পত্নী এডুইনা মাউণ্টবেটেনৰ প্ৰেম সম্বন্ধীয় কাহিনীলৈ আহো। গ্ৰন্থকাৰ কেথেৰিণ ক্লিমেণ্ট (Catherine Clement) হৈছে এগৰাকী ফৰাচী মহিলা যি পেৰিচ ইউনিভাৰচিটীত অধ্যাপনা কৰিছিল। তেঁৱেই লিখিছে "এডুইনা আৰু নেহৰু" (Edwina and Nehru) উপন্যাসৰ কাহিনী আৰম্ভ হৈছে ১৯২২ চনত। উপন্যাসৰ ঘটনাৰ পটভূমি ১৯২২ চনৰ পৰা ১৯৪৮ চনলৈকে। ১৯২২ চনৰ শান্তিপ্ৰিয় জনতাই কৰা প্ৰথম অসহযোগ আন্দোলনেই উপন্যাসৰ কাহিনী সূচনা। গ্ৰন্থখনৰ শতকৰা ৮০ ভাগ নেহৰু আৰু গান্ধীয়ে চলোৱা স্বাধীনতা সংগ্ৰামৰ বৰ্ণনা। প্ৰথম

অৱস্থাত মাউণ্টবেটেন প্ৰথম ভাইচৰয় আৰু পিছত গৱৰ্ণৰ জেনেৰেল হিচাপে তেওঁৰ শাসন-নীতিৰ কথা।

লৰ্ড মাউণ্টবেটেন আৰু এডুইনাই মহাযুদ্ধ নভঙালৈকে এটা মুক্ত জীৱন উপভোগ কৰিছিল। তেওঁলোকৰ দুগৰাকী কন্যা সন্তান আছিল। কিন্তু নিজৰ নিজৰ উপভোগ্য জীৱনৰ মাজত ব্যস্ত থাকোতে ছোৱালী দুগৰাকীক দুয়ো অপত্যস্নেহ বিলাব পৰা নাছিল আৰু চোৱা-চিতা কৰিব নোৱাৰিছিল। এডুইনা দেখাত হাঁহি মাতি ফূৰ্তি কৰি বিভিন্ন পাৰ্টি আদিত ভাগ ল'লেও প্ৰকৃততে তেওঁ আছিল এগৰাকী অসুখী তিৰোতা। তেওঁ নিজৰ আবেগিক মনটোক ঘৃণা নকৰাও নহয়।

এডুইনা আৰু নেহৰুৰ কাহিনীও এটা চুটি গল্পৰ দৰেই। প্ৰেমিক-প্ৰেমিকা দুখন দেশৰ, প্ৰথম দৰ্শনতে একে সময়তে ইজনে সিজনৰ প্ৰতি অসীম আবেগেৰে আকৰ্ষিত হৈছে। দুয়ো প্ৰথম দেখা-দেখি হৈছে — চিঙ্গাপুৰত।

এডুইনা-নেহৰুৰ প্ৰেমে পূৰ্ণতাপ্ৰাপ্তি লাভ কৰাত সফল নহ'ল। ইয়াৰ কাৰণ হ'ল এডুইনাই বিয়া কৰাইছিল স্বয়ং ইংলণ্ডৰ মহাৰাণী ভিক্টোৰিয়াৰ ভতিজাকক আৰু সেয়ে নেহৰুৰ বাবে তেওঁক এৰিব নোৱাৰে।

প্ৰশ্ন হয় 'যাঠী বছৰ বয়সীয়া নেহৰু আবেগিক অন্তৰে পঞ্চাশ বছৰীয়া এডুইনাৰ সৈতে গোপনে আলোচনাত সঁচাকৈয়ে মিলিত হৈছিল নে? নেহৰুৱে সঁচাকৈয়ে জোনাক নিশা, বাগিচাৰ মাটিত শুই শুই এডুইনাৰ চিন্তান মগ্ন হৈ প্ৰেমৰ মিঠা সপোন ৰচিছিল নে?

১৯৪৮ চনৰ ৩০ জানুৱাৰীত গান্ধী নাথুৰামৰ হাতত মৃত্যু হোৱাৰ পাছত দহন কাৰ্য সমাপনৰ অন্তত এডুইনা গান্ধিৰ মৰিশালিলৈ গৈছে। কাৰণ নেহৰু আৰু এডুইনাৰ সুখ-দুখৰ দীঘলীয়া সময়ৰ সমভাগী তথা মধ্যস্থতাকাৰী আছিল গান্ধী। 'Edwina and Nehru' ত উল্লেখিত মতে চিতাৰ কাষলৈ এডুইনাই গৈ দেখিছে যে বগা শাৰী পিন্ধা এগৰাকী বুঢ়ী মানুহে গান্ধীৰ চিতাভস্মৰ ছাই বুটলিছে, কিন্তু তাত কেইটামান শগুণ আৰু গেলা পঁচা দ্ৰব্য খোৱা চৰাইৰ বাদে অন্য কোনো মানুহ নাই। সেই সময়তে নেহৰুৱে কিছু ৰঙা গোলাপ লৈ গান্ধীৰ চিতাত দিছেহি। নেহৰুৱে ঘটি এটাত চিতাভস্ম ভৰাই লৈ এডুইনালৈ আগবঢ়াই দি কৈছে — "লোৱা ভয় নকৰিবা। বাপু গোটেই পৃথিবীৰ"

বিশ্ব সাহিত্যত এনে কিছুমান গ্ৰন্থ আছে যিবোৰ নৰ-নাৰী মধুৰ সম্পৰ্কক লৈয়ে ৰচিত। আমেৰিকাৰ প্ৰাক্তন ৰাষ্ট্ৰপতি পত্নী জেকুইলিন কেনেডিৰ সৈতেও নেহৰুৰ সম্পৰ্ক আছিল বুলি বহুতে মন্তব্য কৰে। প্ৰশ্ন হয়— নেহৰুৰ এড্‌ৱিনা বা জেকুইলিন কেনেডিৰ লগত সঁচাকৈয়ে সম্পৰ্ক আছিল নেকি? নে এইবোৰ উপন্যাসৰ ৰোমাঞ্চিত কাল্পনীক কাহিনী? এম. অ. মাঁতাইয়ে লিখা ৰেমিনিছনছেঁছ অৱ নেহৰু ইৰা (Reminiscence of Nehru Era) নামৰ কিতাপখনতো নেহৰু আৰু লেডী মাউণ্টবেটনৰ প্ৰেম ৰোমাঞ্চে ঠাই পাইছে। বহুতে গন্থখনক এখন বিকৃত যৌন গ্ৰন্থী (পৰ্ণোগ্ৰাফী) বুলি আখ্যা দিছে। গ্ৰন্থখনত পুৰুষ আৰু নাৰীৰ বন্ধুত্বক কেৱল যৌনতাৰে নামান্তৰ মাথো বুলি আখ্যা দিছে। নেহৰু আৰু লেডী (পামেলা) মাউণ্টবেটেনৰ বন্ধুত্বক প্ৰেম ৰোমাঞ্চৰ শাৰীলৈ লৈ যোৱা হৈছে। গ্ৰন্থখনত ছুইমিং কষ্টিউম পিন্ধা লেডী মাউণ্টবেটেনৰ গালৰ ডিম্পল, স্তন যুগলৰ বৰ্ণনাক বহুতে যৌনগন্ধী বুলি আখ্যা দিছে।

****

নেহৰু সম্পৰ্কত বিদেশী লেখক ষ্টেনলী ৱলপৰ্টৰ মত হ'ল যে নেহৰুৱে এড্‌ৱিনাৰ পুৰুষ সুলভ ৰূপৰ বাবে প্ৰেমত পৰিছিল।

এনেকুৱা এক জটিল সময়ত এড্‌ৱিনা-নেহৰুৰ জীৱনত প্ৰবেশ কৰিছিল যি সময়ত জৱাহৰলাল নেহৰুৱে নিসংগতাৰে কটাইছিল। আনহাতে নিচেই কণমানিতে এড্‌ৱিনাই মাকক হেৰুৱাই নিসংগতাৰে দিন কটাইছি। সেয়ে এড্‌ৱিনা আছিল সদায় সংবেদনশীল তথা গভীৰ অন্তৰদৃষ্টি সম্পন্ন নাৰী। Richard Hough নামৰ লেখকগৰাকীয়ে 'Mount batten : Hero of our time" নামৰ গ্ৰন্থত লিখিছে Nehru became quite simply Edwina's first and only great love....." তেওঁৰ মতে পত্নী কমলা নেহৰুৰ মৃত্যুৰ পাছত তেওঁ অতি নিসংগতাৰে দিন কটাইছে আৰু এড্‌ৱিনাই তেওঁৰ জীৱনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ সময়ত লগ দিলেহি। তেওঁ আৰু কৈছে — "Edwina's centry into his life way like a miracle, swift beautiful and total meeting all her needs."

নেহৰু-এডুইনাৰ প্ৰেম মানৱ ইতিহাসৰ এক অবিস্মৰণীয় ঘটনা। এডুইনাই ভাৰতবৰ্ষৰ জনসাধাৰণৰ নামত নিজকে বিলীন কৰি দিছিল। ৰাতিপুৱা ছয়বজাৰ পৰা ৰাতি বাৰ বজালৈ ভাৰতবৰ্ষৰ সেৱাৰ বাবে তেওঁ নিজৰ দেহ-মন এৰি দিছিল। ৰিফিউজি কেম্প, হাস্পতাল আদিত খোৱা পানীৰপৰা আৰম্ভ কৰি সকলোবোৰ সমস্যাৰ তদাৰক কৰিছিল। এনেবোৰ কাৰ্যৰ পৰা বুজিব পাৰি এডুইনাৰ প্ৰেম কিমান উচ্চ আছিল।

নেহৰু, এডুইনা আৰু মাউণ্টবেটেনে নিয়মিত ভাৱে চিঠি পত্ৰৰ আদান-প্ৰদান কৰিছিল। এডুইনাৰ মৃত্যুৰ পাছত নেহৰুৱে তেওঁলৈ লিখা চিঠিবোৰ সযতনে মাউণ্টবেটেনে সাঁচি ৰাখিছিল। এই চিঠিৰ ওজন হৈছিলগৈ ত্ৰিশ কিলোগ্ৰাম। এডুনাইও নেহৰুলৈ সমানে বহুতো কাব্যিক পত্ৰ লিখিছিল। এডুইনাৰ বৰ জীয়েক পমিলাই মাকৰ মৃত্যুৰ পিছত চিঠিৰে ভৰা বাকচটো লৈ গৈছিল। মাউণ্টবেটেনে জানিব পাৰি উত্তেজিত হৈ পৰিছিল আৰু জীয়েকক কৈছিল '..to return the treasuretrove of "love letters" । মাউণ্টবেটেনে নেহৰুৰ চিঠিবোৰক love letters বুলি বিনাদ্বিধাই কৈছিল।

নেহৰু এডুইনাৰ প্ৰেম ইমানেই গাঢ়ৰ পৰা গাঢ়তৰ হৈ পৰিছিল যে দীৰ্ঘদিনৰ বাবে ইজনে সিজনক এৰি থকাটো অসম্ভৱ হৈ পৰিছিল। সঘনে ভাৰতলৈ অহাৰ সুযোগ উলিয়াবৰ কাৰণে লেডী মাউণ্টবেটেনে বিভিন্ন সামাজিক সংস্থা Red Cross, St. John Ambulance আদিৰ লগত যোগাযোগ ৰাখিছিল আৰু এইবোৰৰ কামত কেইবাবাৰো ভাৰতলৈ আহিছিল। ১৯৬০ চনৰ ২১ ফেব্ৰুৱাৰীৰ দিনা "Jesslton Hospital" ত লেডী মাউণ্টবেটেন ওৰফে এডুইনাৰ মৃত্যু হয়। এডুইনাৰ মৃত্যুৰ সংবাদে নেহৰুক জোকাৰি গৈছিল। এডুইনাক এৰি নেহৰুও বেছি দিন জীয়াই নাথাকিল। ১৯৬৪ চনত নেহৰুও মৃত্যু হয়।

আজি বিভিন্ন জীৱনী লেখকৰ হাতত নেহৰুৰ প্ৰেমিকাৰ তালিকা দীঘলীয়া হৈ গৈ আছে। ১৯৩৭ চনত কমলা নেহৰুৰ মৃত্যুৰ পাছত নেহৰুৰ সৰোজিনী নাইডুৰ জীয়েক পদ্মজা নাইডুৰ প্ৰেমত পৰে। বিখ্যাত ভাৰতীয় জীৱনীকাৰ বি. আৰ. নন্দাই নেহৰু আৰু পদ্মজা নাইডুৰ সম্পৰ্কৰ কথা অস্বীকাৰ কৰে। "I met Padmaja, she was very unattactive" । সুদৰ্শন পণ্ডিত, বিচক্ষণ ৰাজনীতিজ্ঞ নেহৰুৰ প্ৰেমিকাৰ তালিকাত মৃদুলা চাৰভাইৰ দৰে নাৰীৰ নামো আছে।

# সুন্দৰী নাৰীৰ সান্নিধ্যত ছলমান ৰুশ্বদি

*পৃথিৱীত যদি কোনোবা প্ৰকৃত নিঃস্বাৰ্থ বন্ধু হ'ব পাৰে, তেন্তে সেয়া পতি-পত্নীহে হ'ব পাৰে। পুৰুষৰ স'তে পুৰুষৰ আৰু নাৰীৰ স'তে নাৰীৰ যি বন্ধুত্ব হয়, তাত এদিন নহয় এদিন স্বাৰ্থৰ কথা আহি পৰিবই।　　　জুলিয়া বাৰ্টন।*

জীৱিত কালতে কিম্বদন্তিত পৰিণত হোৱা বিশ্বৰ বিখ্যাত ব্যক্তি তথা বিতৰ্কিত-সাহিত্যিক সকলৰ ভিতৰত ছলমান ৰুশ্বদি অন্যতম। বিতৰ্কিত ঔপন্যাসিক জনাৰ কিতাপ মানেই কোটি কোটি টকাৰ ব্যৱসায়। জন্মসূত্ৰে ভাৰতীয় এই বিতৰ্কিত লিখক জনাৰ ইংৰাজী প্ৰীতি অপৰিসীম।

বিশ্ববিখ্যাত লেখকজন তেওঁৰ 'দ্য মুৰদ লাষ্ট ছাই' নামৰ উপন্যাসখনৰ বাবে লণ্ডনৰ বিশেষ সন্মানজনক বঁটা — 'অথৰ অৱ দ্য ইয়েৰ' লাভ কৰিছিল বিগত শতিকাটোৰ শেষৰফালে।

'মিডনাইটছ্ চিলড্ৰেন', ছাটানিক ভাৰ্চেজ ' শ্বেম আদি গ্ৰন্থবোৰক লৈ দেশ বিদেশত বিতৰ্কৰ শেষ নাই। মিডনাইটছ্ চিলড্ৰেন হ'ল ৰুশ্বদিৰ এখন বিখ্যাত উপন্যাস। ভাৰতীয় ৰাজনীতিৰ পটভূমিত ৰচিত উপন্যাসখনত ৰুশ্বদিয়ে স্বৰাজোত্তৰ ভাৰতৰ কণ্টকাকীৰ্ণ সামাজিক-ৰাজনৈতিক পেক্ষাপটত জনসাধাৰণৰ অস্তিত্বৰ সংকটক সুন্দৰ ভাবে ফুটাই তুলিছে। ১৯৮১ চনত মিডলাইটছ্ চিলড্ৰেন'ৰ বাবে 'বুকাৰ বঁটা' লাভ কৰে ৰুশ্বদিয়।

মিডনাইটছ্ চিলড্ৰেন খনত প্ৰয়াত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীৰ বিৰুদ্ধে মন্তব্য থকাৰ অভিযোগত নিষিদ্ধ কৰা হৈছেল। গ্ৰন্থখনৰ বিক্ৰীৰ সংখ্যাই অভিলেখ সৃষ্টি কৰিছিল। সেইদৰে শ্বেম' নামৰ উপন্যাসখনত পাকিস্থানক তাচ্ছিল্য কৰা বুলি অভিযোগত সেই গ্ৰন্থ পাকিস্থানত নিষিদ্ধ কৰা হৈছিল। এই বিখ্যাত লেখক গৰাকীৰ জীৱনলৈ এসময়ত সংশয় আৰু সংঘাত নামি আহিছিল। ১৯৮৯ চনৰ ফেব্ৰুৱাৰীৰ মাহৰ কথা। ইৰাণৰ ধৰ্মীয় নেতা আয়াতুল্লা খোমেইনিয়ে এই গৰাকী প্ৰথিতযশা

সাহিত্যিকৰ বিৰুদ্ধে মৃত্যুদণ্ডৰ ফতোৱা জাৰি কৰিছিল। ৰুশ্বডিৰ বিৰুদ্ধে খোমেইনি আৰু ইৰাণবাসীৰ অভিযোগ আছিল এনেধৰণৰ। 'ৰুশ্বডিয়ে তেওঁৰ বিতৰ্কিত উপন্যাস 'দ্য ছাটানিক্ ভাৰ্ছেছ'ত ইচ্ছাকৃত ভাৱে অৱমাননাৰ লগতে ইছলামৰ নিন্দা কৰি মৰ্যাদা হানি কৰিছে। হজৰত মহম্মদক অপমান কৰিছে। তেওঁ সৃষ্টিশীলতাৰ পথত চয়তানৰ পদাৱলী অনুসৰণ কৰিছে। গতিকে তেওঁক মৃত্যুদণ্ড দিব লাগে।'

চলমান ৰুশ্বদিৰ 'চাটাটনিক ভাৰ্ছেছ' কেইবাখনো দেশত নিষিদ্ধ হোৱাৰ লগতে লেখককো মৌলবাদীসকলে মৃত্যুদণ্ডৰ ফতোৱা জাৰি কৰিছিল। 'চাটানিক ভাৰ্ছেছ'ত যিটো 'ব্যাল' নামৰ চৰিত্ৰৰ উপস্থাপন কৰা হৈছে সেই চৰিত্ৰটোৱে কেইবাজনীও বেশ্যা আনি, বেশ্যাহঁতৰ নামকৰণ কৰিছে ধৰ্মগুৰু হজৰত মহম্মদৰ পত্নীসকলৰ নামেৰে আৰু যিবোৰ নষ্ট চৰিত্ৰই সেই নাৰীসকলৰ শৰীৰ উপভোগ কৰিছে, সিহঁতে মহম্মদৰ পত্নীক উপভোগ কৰা যেন পাইছে।

বিখ্যাত লিখকজনাৰ বিৰুদ্ধে ফতোৱা জাৰি হোৱাৰ পাছত সমগ্ৰ ইৰাণবাসীৰ মাজত ধৰ্মীয় অনুভূতিৰ সাৰ্বজনীনতাই প্ৰতিসমৰ্থনৰ ঢৌ উঠিল— 'ৰুশ্বডিক মৃত্যুদণ্ড দিব লাগে।' জীৱনৰ নিৰাপত্তাক লৈ অসহায় হৈ পৰিল ৰুশ্বডি। তেওঁ দেশান্তৰিত হ'ল। তেওঁ আত্মগোপন কৰিবলৈ বাধ্য হ'ল, তথাপিও খোমেইনিৰ ওচৰত বশ্যতা স্বীকাৰ নকৰিলে। আনহাতে ইৰাণৰ শাসকীয় পক্ষয়ো নিজৰ স্থিতিত অলৰ-অচল হৈ থাকিল। হত্যাকাৰীক খোমোইনিয়ে পুৰস্কাৰ দিয়াৰ কথাও ঘোষণা কৰে। ৰুশ্বডিৰ বাবে সময়খিনি আছিল বৰ দুঃসময়। ইফালে বাতৰি প্ৰচাৰ হ'ল যে ছলমান ৰুশ্বডিৰ হত্যাকাৰীক বাসস্থানৰ সুবিধা দিব ইৰাণৰ এখন গাঁৱৰ গাওঁবাসীয়ে। উত্তৰ ইৰাণৰ 'কিয়াপে' গাঁৱৰ বাসিন্দাসকলে অভিমত দিলে যে — ভাৰতীয় বংশোদ্ভৱ ইংৰাজ লেখকজনক হত্যা কৰিলে হত্যাকাৰীক তেওঁলোকৰ গাঁৱত নিৰাপদে যুগ-যুগান্তৰ বসবাস কৰাৰ অধিকাৰ প্ৰদান কৰা হ'ব। হত্যাকাৰীলৈ আগবঢ়োৱা হ'ল ৪৫০০ বৰ্গ মিটাৰ এলেকাৰ শস্যক্ষেত্ৰ, ১৫০০ বৰ্গ মিটাৰৰ বাগিচা সহ এটা আবাসগৃহ আৰু অন্যান্য আৰু সা-সুবিধা। ফাৰ্চী ভাষাৰ কাকত 'কাহান'ত এই বাতৰি প্ৰকাশ হৈছিল।

ভাৰতীয় বংশোদ্ভৱ এই ইংৰাজী ঔপন্যাসিকগৰাকীৰ প্ৰতি ভাৰত চৰকাৰৰ ভূমিকা পুতৌ লগা । ভাৰত চৰকাৰে তেওঁৰ নিৰাপত্তা প্ৰদানৰ ক্ষেত্ৰত আশাজনক,

পদক্ষেপ নল'লে। ভাৰতলৈ অহাৰ ক্ষেত্ৰত তেওঁক বাধা দিয়ে। আনকি লণ্ডনত থকা নেহৰু চেণ্টাৰত প্ৰবেশৰ ক্ষেত্ৰতো ভাৰত চৰকাৰে নিষেধাজ্ঞা জাৰি কৰিছিল। এই নিষেধাজ্ঞা বিগত দহ বছৰেই বলৱৎ আছিল। অথচ ভাৰতৰ স্বৰ্ণ জয়ন্তীবৰ্ষত আন্তঃৰাষ্ট্ৰীয় 'টাইম' আলোচনীত ভাৰতবৰ্ষৰ বিষয়ে ৰুশ্বডিয়েই লিখিব লগা হৈছিল। আনহাতে নিউয়ৰ্কৰ ভাৰতৰ স্বৰ্ণ জয়ন্তী পালন কৰাৰ সময়ত ৰুশ্বডি তাত থকা স্বত্বেও তেওঁক এবাৰো আমন্ত্ৰণ কৰা নহ'ল। বিশ্ববাসীয়ে আজি ভাৰতৰ সম্পৰ্কত ৰুশ্বডিৰ পৰা তত্বগধূৰ লেখনি বিচাৰে। ৰুশ্বডিৰ 'মিডনাইটছ চিল্ড্ৰেন'ৰ আধাৰত নিৰ্মিত চিনেমাখনো ৰিলিজ দিয়াৰ অনুমতি নিদিলে তেওঁৰ জন্মভূমিয়ে।' এক সাক্ষাৎকাৰত লেখকজনাই মন্তব্য কৰিছে এনেদৰে —

'লেখক হিচাপে আমি ভাৰতক যে কিবা উপহাৰ দিব পাৰিছিলো তাৰ স্বীকৃতি নাপালো।'

যি সময়ত বিখ্যাত লেখকজনাক বন্দী কৰাৰ বাবে ইৰাণবাসী 'সচেষ্ট হৈ পৰিছিল, যি সময়ত ভাৰত চৰকাৰে তেওঁৰ নিৰাপত্তা প্ৰদানৰ ক্ষেত্ৰত আশাজনক পদক্ষেপ লোৱা নাছিল। সেই সময়ত ব্ৰিটিছ চৰকাৰে তেওঁক নিৰাপত্তা ক্ষেত্ৰত বাস্তৱমুখী পদক্ষেপ লৈছিল। যাৰ বাবে তেওঁৰ চিন্তাশীল জীৱনটোৰ বৌদ্ধিক চিন্তাক সংশয়ৰ মাজেদি হ'লেও চলাই নিয়াত সুবিধা পাইছিল। তেওঁৰ লিখনিৰ পৃষ্ঠপোষক বৃটিছ চৰকাৰেই। ৰুশ্বডিয়ে কৈছিল— ভাৰতীয় সাহিত্য মানে ইংৰাজী ভাষাত লিখা — সাহিত্যাকে বুজিব লাগিব।' লণ্ডনৰ 'জনাথান কেপ' নামৰ প্ৰকাশক গোষ্ঠীয়ে প্ৰকাশ কৰা ৰুশ্বডিৰ 'ডি গ্ৰাউণ্ড পেনিথ হাৰ ফিট' নামৰ উপন্যাসখনৰ বিষয়বস্তু হ'ল ধ্ৰুপদী পাশ্চাত্য সংগীত।

তাৎপৰ্যপূৰ্ণভাবে ১৯৯৮ চনৰ শেষৰ ফালে ইৰাণ চৰকাৰে স্বয়ং ছলমান ৰুশ্বদিৰ বিৰুদ্ধে জাৰি কৰা মৃতুদণ্ডৰ ফতোৱা প্ৰত্যাহাৰ কৰে। ইৰাণৰ ৰাষ্ট্ৰপতি আয়াতুল্লা ৰুহোল্লা খোমেইনিয়ে দীৰ্ঘদিনৰ পূৰ্বে জাৰি কৰা ৰুশ্বডি হত্যাৰ ফতোৱা প্ৰত্যাহাৰ কৰা ঘটনাক বিশ্বজুৰি স্বাগতম জনোৱা হৈছিল। ৰুশ্বডি মুক্ত হ'ল। জীৱনৰ সংশয় তথা ৯ বছৰ আত্মগোপন কৰি থকাৰ পৰা নিৰাপত্তাৰক্ষীৰ সৈতে ৰাজপথলৈ ওলাই আহিছিল ঔপন্যাসিক গৰাকী। কিন্তু ইৰাণ চৰকাৰৰ সিদ্ধান্তত দেশত তীব্ৰ বিৰোধীতা হয়। খোমেইনিক সেই সিদ্ধান্ত অব্যাহত ৰখাতো বিচাৰিছিল কিয়াপেৰ গাঁওবাসীয়ে। উল্লেখ যে মস্কোত ওপজা ফৰাচী নাগৰিক মুস্তাফা মাজেই

ৰুশ্বডিক হত্যা কৰাৰ পৰিকল্পনা কৰিছিল। কিন্তু ১৯৮৯ চনত লণ্ডনৰ এখন হোটেলত বোমা বিস্ফোৰণৰ ফলত তেওঁৰ মৃত্যু হয়।

স্মৰ্তব্য বৃটেইনে যদি ৰুশ্বডিৰ নিৰাপত্তা প্ৰদানত সচেষ্ট নহ'লহেঁতেন তথা ইউৰোপীয়ান ইউনিয়নৰ নৈতিক সমৰ্থন নাপালেহেঁতেন তেন্তে ভাৰতীয় বশোদ্ভৱ এই বিখ্যাত লেখক গৰাকীৰ জীৱন বিপন্ন হোৱাটো ধ্ৰুৱপ। ৰুশ্বডিৰ নিৰাপত্তাৰ বাবেই বৃটেনে বছৰি ১০ মিলিয়ন পাউণ্ড খৰছ কৰি তেওঁক ইৰাণি মৌলবাদীসকলৰ আক্ৰমণৰ পৰা ৰক্ষা কৰিছিল। উল্লেখ্য যে বহু বিলম্বনৰ পিছত, সুদীৰ্ঘ এক দশকৰ পিছত ইৰাণ চৰকাৰে ৰুশ্বডিৰ প্ৰতি সদয় হোৱাটো সন্তোষজনক—।

হেনৰী ডিৰে এষাৰ বৰ সুন্দৰ কথা কৈছিল। তেওঁ কৈছিল—

'জীৱনৰ পৰা যদি বুদ্ধিক বাদ দিয়া হয়, তেন্তে জীৱনটো নিশ্চয় কিছু ক্ষতিগ্ৰস্ত হ'ব, কিন্তু মানুহৰ যদি কোনো প্ৰেমৰ পাত্ৰ নাথাকে তেন্তে জীৱনটোৱেই ধ্বংস হৈ যাব।'

হেনৰী ডিৰ উক্ত কথাষাৰৰ যথেষ্ট তাৎপৰ্য আছে। প্ৰকৃতাৰ্থত 'প্ৰেমৰ পাত্ৰ' নাথাকিলে জীৱনটোৱেই মৰীচিকা' ঠিক 'ন লাইফ উইডাউট ৱাইফ বা ন' নলেজ উইডাউট কলেজ....ৰ দৰে। সেয়ে প্ৰত্যেক মানুহেই এজন প্ৰেমৰ পাত্ৰৰ সন্ধানত থাকে যাৰ পৰা অলপ সঁচা মৰম ভালপোৱা লাভ কৰিব পাৰে।

'প্ৰেম হৃদয়ৰ গভীৰতম তলিত থকা এক শ্বাশ্বত অনুভূতি যাৰ প্ৰকাশ স্বতঃস্ফূৰ্ত, যি ব্যাখ্যা কৰিব নোৱাৰি, একমাত্ৰ হৃদয়ংগমহে কৰিব পাৰি। প্ৰেম মাত্ৰ দুটা বৰ্ণৰ এটা মোহনীয় শব্দই নহয়। প্ৰেম হৃদয়জনিত বুলি আমাৰ দৃঢ়বিশ্বাস। 'Heart is the Source of love', হৃদয়েই প্ৰেমৰ উৎস, কথাষাৰ আজি 'আউট ডেটেড' (Out dated) হৈ গ'ল। ডা" মাইকেল লীৱিইজ নামৰ বিশেষজ্ঞ এজনে 'The Chemistry of love' নামৰ গ্ৰন্থত লিখিছে যে প্ৰেমৰ সৃষ্টি আমাৰ মগজুত ঘটা শক্তিশালী উত্তেজনাৰ ড্যাপামাইন (Dopamine) আৰু নৰিঅ নফ্ৰাইন' (Noreainephrine) ৰ পৰা সৃষ্টি হোৱা হেন্দোলনি।

প্ৰয়াত নীৰদ চি চৌধুৰীয়ে তেওঁৰ 'To live or not to live' নামৰ গ্ৰন্থত লিখিছে যে জীৱনৰ আটাইতকৈ শেহতীয়া সংযোজনেই হৈছে প্ৰেম।' বাৰ্ণাড শ্ব'ই তেওঁৰ 'Winning personality নামৰ গ্ৰন্থখনিত উল্লেখ কৰিছে— 'Selt reverence, self knowledge, self control these alone lead man to

sovereign power'— যদিহে প্ৰেমিক-প্ৰেমিকাই পৰস্পৰৰ আত্মজ্ঞান, আত্মসন্মান, আত্মনিয়ন্ত্ৰণ আদি গুণৰাজি বৃদ্ধি কৰিব পাৰে— তেনেহ'লে প্ৰতিজনেই অলৌকিক ক্ষমতাৰ অধিকাৰী হৈ পৰিব আৰু প্ৰেম হৈ পৰিব সুন্দৰ ব্যক্তিত্ব তথা সমাজৰ সু-সংগঠকৰ উৎস।' মহাকবি গ্যেটেই লিখি থৈ গৈছে — 'মই বাৰম্বাৰ প্ৰেমত পৰি ঘূৰাই পাইছিলো বসন্ত ঋতু। একমাত্ৰ নাৰীৰ মাজতেই মই বিচাৰি পাইছিলো বেদনাময প্ৰেম আৰু লগতে মুক্তিৰ আনন্দ।'

প্ৰেমৰ লগত নাৰীৰ নিবিড় সম্পৰ্ক। নাৰীক বিশ্বৰ চালিকা শক্তি বুলি গণ্য কৰা হয়। এজন ঋষিয়ে শাস্ত্ৰত কৈছে 'নানা নাৰীং নিস্ফলা লোকযাত্ৰা।' অৰ্থাৎ নাৰী বিনে জীৱন যাত্ৰা বিফল—। পাব্‌লো পিকাছোৱে কৈছিল—

'নাৰী বিহীন জীৱন ব্যৰ্থ। জীৱনৰ বাটত অষ্টাদশী গাভৰুৰ তপত চুমাৰ পৰশে জীৱনক অধিক আশাবাদী কৰি তোলে, 'নাৰীক বাদ দিলে জীৱন হ'ব নোৱাৰে।'

বিপৰীত লিঙ্গৰ প্ৰতি আকৰ্ষণ হ'ল স্ৰষ্টাৰ পৰম কৌশল। সেয়ে জীৱনৰ সহজাত বৃত্তি। মানুহ হ'ল ৰূপ, ৰস, গন্ধ, স্পৰ্শ, শব্দৰ দাস, জীৱন্ত সত্বা। সেয়ে আজিও দেখা যায কোনোবা আশী বছৰীয়া স্বামীৰ অষ্টাদশী ভাৰ্যা। নেলচন মেণ্ডেলা, জহান উলফগেং গ্যেটে, পাবলো পিকাছো আদি জ্বলন্ত দৃষ্টান্ত।

নাৰীক বাদ দি কেতিয়াও কাব্যকাৰে কাব্যৰ স্বাদ বিলাব পৰা নাই, শিল্পীয়ে শিল্পৰ ৰূপ-ৰস দিব পৰা নাই, সাহিত্যিকে সৃষ্টিৰ স্পৰ্শ পোৱা নাই। নায়িকা বিহীন কাব্য বা সাহিত্যই কাৰো মনত পৰিতৃপ্তি সৃষ্টি কৰিব পৰা নাই। অৱশ্যে নাৰী এক নিপুণ অভিনেত্ৰী। নাৰীয়ে হেনো এচকুৰে হাঁহে আৰু আনটোৰে কান্দে। নাৰীৰ চকুপানী সহিব নোৱাৰি ভগৱান ৰামেও সোণৰ হৰিণাৰ পাছ লৈছিল।

নাৰীয়ে হ'ল স্বামীৰ বাবে প্ৰেম, প্ৰণয়, ৰোমাঞ্চ, আত্মদানৰ পাত্ৰী। নাৰীয়ে হেনো যৌৱনৰ আদিম পুৱাতে যি পুৰুষৰ লগত প্ৰথম প্ৰেমত পৰে তাক কোনোফালে নাপাহৰে।

নাৰী আৰু পাৰ্টী — এই দুটা বস্তুৰ লগত চলমান কৰ্ত্তাদিৰ গভীৰ সম্পৰ্ক। এই দুটাক বাদ দি কৰ্ত্তাদিৰ জীৱনেই অসম্পূৰ্ণ। সঘনে পাৰ্টীলৈ যোৱা আৰু সুন্দৰী নাৰীৰ সান্নিধ্যলৈ অহাতো তেওঁৰ এক নিচা বুলিয়েই ক'ব পাৰি। পশ্চিমৰ মানুহে কৰ্ত্তাদিৰ নামৰ আগত দুটা বিশ্লেষণ লগাইছে — লেডিজ মেন আৰু পাৰ্টী এনিমেল।

এনে এক পাৰ্টীতেই তেওঁ লগ পাইছিল এক ক'লা চুলিৰ ভাৰতীয় গাভৰুক। সুন্দৰীৰ নাম পদ্মা। পদ্মা লক্ষ্মী। প্ৰথম দৃষ্টিতেই পদ্মাৰ প্ৰেমত পৰিল মধ্য বয়সীয়া ৰুশ্বদি। নিতৌ সুন্দৰী নাৰীৰ সান্নিধ্যত থকা নতুন প্ৰেমৰ চিকাৰী ৰুশ্বদিয়ে পদ্মাৰ মাজতেই যেন বিচাৰি পালে এক ব্যতিক্ৰম প্ৰেমৰ সন্ধান।

মধ্য বয়সীয়া ৰুশ্বদি 'পদ্মা লক্ষ্মীৰ প্ৰতি আকৰ্ষিত হোৱাৰ মূলতেই হ'ল পদ্মাৰ গ্লেমাৰ। পদ্মা এগৰাকী সফল আৰু উচ্চাকাংক্ষী মডেল। কৈশোৰ আৰু যৌৱনৰ দোমোজাত পদ্মাই চেন্নাই এৰি আমেৰিকা পাইছিলগৈ। পদ্মাৰ মডেলিঙৰ কেৰিয়াৰ আৰম্ভ হৈছিল মাদ্ৰাজৰ কলেজত পঢ়ি থাকোতেই। কলেজ শেষ কৰি পদ্মা ইটালী পালেগৈ। তেওঁ ইংৰাজী, স্পেনিচ আৰু ইটালিয়ান ভাষা ক'ব পৰাটোৱেই আছিল পদ্মাৰ কেৰিয়াৰ গঢ়াৰ এক প্লাছ পইণ্ট। তেওঁৰ বিদ্যুৎ সদৃশ চাৱনিয়ে বহুতো পুৰুষৰ হৃদয় শৰবিদ্ধ কৰিছিল। কম দিনৰ ভিতৰতে পদ্মাই বেচ জনপ্ৰিয়তা লাভ কৰছিল ফটো সাংবাদিকসকলে পদ্মাৰ পিছ নেৰিছিল। ৯০ দশকৰ মাজভাগত ইটালিৰ 'হট' মডেলবোৰৰ ভিতৰত পদ্মাও এগৰাকী হৈ পৰিল। পেলেচ মডেলিং আৰু ইটালিয়ান টিভিত পদ্মাই 'টপলেছ' হৈ ধৰা দিলে। বিকিনি সুন্দৰী পদ্মাৰ নাম জনপ্ৰিয়তাৰ শীৰ্ষত আৰোহণ কৰিলে। ৰুশ্বদি আৰু পদ্মা — এই দুয়োজনৰ মাজত কিছু সাদৃশ্যও আছে। দুয়োজনেই লেখক। দুয়োৰে আগ্ৰহ অভিনয়ৰ প্ৰতি। অভিনয়ৰ কেৰিয়াৰৰ বাবে পদ্মাই চেষ্টা অব্যাহত ৰাখিছে। পদ্মাৰ শেষ সপোন হলিউড। ৰন্ধন প্ৰকৰণৰ ওপৰত পদ্মাৰ এখন গ্ৰন্থও প্ৰকাশ পাইছে। আনহাতে, জেক-পীয়েৰচনৰ 'ডাৰ্টী পিকচাৰ্ৰ্চৰ যোগেদি ৰুশ্বদি চেলুলয়ডৰ পৰ্দালৈ আহিছে। আকৌ ৰুশ্বদিৰ দৰে মৌলবাদী ইৰাণীহঁতে হাতোৰা মেলি পদ্মাক খেদি ফুৰিছে।

বহুতে ৰুশ্বদিক 'উৰণীয়া মৌ' বা 'জিৰণীয়া মৌ' আখ্যা দিয়ে। নাৰী আৰু প্ৰেম তেওঁৰ বাবে দেহৰ পোছাকৰ দৰেই। ইচ্ছা হ'লেই গাত মেৰাই লয় নতুন পোছাকযোৰ আৰু পুৰণা হ'লেই খুলি থয়। সেইদৰে মনৰ পছন্দৰ সুন্দৰী গাভৰুজনীও। পুৰণা হ'লে তেওঁৰ বাবে এলাগী হৈ পৰে।

ভাৰতত জন্মগ্ৰহণ কৰা লচ এঞ্জেলচত বসবাস কৰা ৩০ বছৰীয়া মডেল, অভিনেত্ৰী, সুন্দৰী পদ্মা লক্ষ্মীৰ প্ৰেমে হাত বাউলী মতাৰ আগতে প্ৰায় ৫৫ বছৰীয়া

ৰুশ্বদিক বহু সুন্দৰী ৰমণীয়ে হাত বাউলি মাতিছিল আৰু তেওঁলোকৰ হিয়াৰ আমন্ত্ৰণ উপেক্ষা নকৰি আতিথ্য গ্ৰহণ কৰিছিল। পদ্মাৰ পূৰ্ব ৰুশ্বদিৰ প্ৰেমিকাসকলৰ ভিতৰত ক্লেৰিচা লৰ্ড, বাৰিয়ানে বাগিনচ্, ৰবীন ডেভিডচন, এলিজাবেথ ৱেষ্ট আদি উল্লেখযোগ্য। প্ৰত্যেকৰে লগত সমাপ্ত কৰিছে একো একোটা প্ৰেমৰ 'এপিছড্'।

পদ্মাৰ পৰবঁলে অহাৰ আগতে ৰুশ্বদিয়ে সংসাৰ পাতিছিল তিনবাৰকৈ। কিন্তু এবাৰো সুখী নহ'ল। প্ৰথমা পত্নী ক্লেৰিছা লৰ্ডৰ সৈতে তেওঁ কটাইছিল জীৱনৰ ১১টা বছৰ। প্ৰথমা পত্নীৰ প্ৰেৰণাতেই তেওঁ ৰচনা কৰিছিল 'চাটানিক ভাচেছ' (Satanic verses)। ৰুশ্বদিৰ ঔৰসত ক্লেৰিছাৰ গৰ্ভত জন্ম লৈছিল পুত্ৰ জাফৰৰ। জাফৰৰ কাৰণেই বিখ্যাত লেখকগৰাকীয়ে ৰচনা কৰিছিল 'হাৰুণ এণ্ড দ্য চী অব ষ্ট'ৰিজ' নামৰ গ্ৰন্থখন।

ক্লেৰিচা লৰ্ডৰ পাছত আহিল 'লডেলেইডৰ ৰাইটাৰ্ছৰ উইকেট' লেখিকা ৰবীন ডেভিডচন। অষ্ট্ৰেলিয়ান লেখিকা ৰবীন আছিল এগৰাকী ছেক্সী দেহৰ অধিকাৰিণী। 'লাভ এটা ফাৰ্ষ্ট চাইট' ৰুশ্বদিয়ে উন্নত দেহ বল্লৰীৰ অধিকাৰিণী ৰবীনক বিয়াৰ ভুৱা প্ৰতিশ্ৰুতিও দি পেলালে। যাৰ ফলস্বৰূপে কৰ্তব্যপৰায়ণ আৰু মোহময়ী পত্নী ক্লেৰিছা আৰু পুত্ৰ জাফৰ ৰুশ্বদিৰ জীৱনৰ পৰা আঁতৰি যাবলৈ বাধ্য হ'ল। অৱশ্যে এই প্ৰেমৰ অভিযান মাত্ৰ দুটা বছৰতে অৱসান ঘটে। ৰবীন উভতি যায় অষ্ট্ৰেলিয়ালৈ।

ৰুশ্বদিৰ তৃতীয় বিবাহ সম্পন্ন হৈছিল এলিজাবেথ ৱেষ্টৰ সৈতে। এলিজাবেথৰ লগত ৰুশ্বদিৰ গোপন সম্পৰ্ক আছিল আঠ বছৰৰ অধিক কাল ধৰি। নিৰাপত্তাৰ খাতিৰতেই হেনো তেওঁ গোপনে ৰাখিছিল এলিজাবেথৰ পৰিচয়। বিয়াৰ আগতেই জন্ম হৈছিল সন্তান মিলানৰ। মিলানৰ জন্মৰ পাছতহে দুয়োৰে গোপনে বিবাহ কাৰ্য সম্পন্ন হয়। অৱশ্যে এটা সময়ত এলিজাবেথৰ দেহ বৈভৱ, এলিজাবেথৰ পতিভক্তিৰ প্ৰতিও আকৰ্ষিত নোহোৱা হ'ল ছলমান ৰুশ্বদি। ইয়াৰ আঁৰত নিশ্চয় কোনোবা সুন্দৰী, উচ্ছল প্ৰগলভা তম্বী তৰুণী, কলিজা কঁপোৱা যাৰ চাৱনি....।

ভাৰতীয় মূলৰ বিশিষ্ট সাহিত্যিক জনাৰ শেহতীয়া উপন্যাস 'ফিউৰী' অলপতে প্ৰকাশ পাইছে। ফেউৰী হ'ল এখন আত্মজীৱনীমূলক উপন্যাস 'য'ত ৰুশ্বদিৰ জীৱনৰ অন্যান্য মুহূৰ্তবিলাক প্ৰতিফলিত হৈছে।'

ফিউৰী — নায়ক ৫৫ বছৰীয়া মালিক চোলাংকাৰ জন্ম ভাৰতত। চোলাংকাই তেওঁৰ পত্নী এলিয়েনৰ আৰু তিনি বছৰীয়া পুত্ৰ সন্তানক ত্যাগ কৰে। আমেৰিকাত চোলাংকাই নীলা নামৰ এগৰাকী সুন্দৰীৰ প্ৰেমত পৰে। ৰুশ্বদিৰ জীৱনটোৰ ফালে লক্ষ্য কৰিলে দেখা যায় তেওঁ পত্নী এলিজাবেথ আৰু পুত্ৰ মিলানক ইতিমধ্যে ত্যাগ কৰিছে আৰু আকৰ্ষিত হৈছে সুন্দৰী মডেল পদ্মা লক্ষ্মী প্ৰতি। ফিউৰীত একাধিক হত্যা, মিলিটাৰী ৰাজ, নিউয়ৰ্কৰ ষ্ট্ৰীট লাইফ' আৰু অভিজাত জীৱনৰ পাৰ্টিৰ ছবিও অংকিত হৈছে। হলেগুত ফিউৰী প্ৰকাশ পায়।

ৰুশ্বদিয়ে নিৰ্বাসিত জীৱনৰ কালছোৱাতেই নাৰীসকলৰ সান্নিধ্যলৈ আহিছিল। বহুতৰ মতে নিৰ্বাসিত জীৱনৰ কালছোৱাতেই তেওঁ পত্নীৰ মৰমৰ পৰাও বঞ্চিত হৈছিল। পত্নী ক্লেৰিছা আৰু মেৰিয়ানে তেওঁক ত্যাগ কৰি নিজৰ ঘৰলৈ গুচি গৈছিল। সেই সময়ত মেৰিয়ানে গৰ্ভৱতী আছিল। নিজ চকুৰে পুত্ৰক দেখা নাপালেও জন্মৰ খবৰ তেওঁ পাইছিল। আত্মগোপন কৰি থাকোতেই সান্নিধ্যলৈ আহে এলিজাবেথৰ।

ৰুশ্বদিৰ বাবে পদ্মাৰ প্ৰেম এক ব্যতিক্ৰম। পদ্মা এনে এক প্ৰেম যাৰ বাবে তেওঁ শিশু সন্তানকো এৰিবলৈ কুণ্ঠাবোধ কৰা নাই। ৰুশ্বদিৰ মূৰৰ ওপৰত মৃত্যুৰ বিভিষীকা। বহুতো ইৰণীয়ে নিজৰ কিডনি বেচি ধন সংগ্ৰহ কৰি ৰুশ্বদিকক হত্যা কৰিব বুলি প্ৰতিজ্ঞাও কৰিছিল। তথাপিও তেওঁৰ প্ৰেম অচল-অটল। জীৱনৰ ভাটি বেলাও তেওঁৰ বুকুৰ মাজত এসাগৰ প্ৰেম।

সঁচাকৈয়ে প্ৰেমৰ কি যে মোহিনী আকৰ্ষণ! এজন মানুহৰ জীৱনত প্ৰেম এবাৰেই হয় নে বাৰে বাৰে হয় সেই লৈ বিতৰ্ক থাকিব পাৰে। কিন্তু বৰ্তমানৰ প্ৰেমাস্পদৰ প্ৰতি সকলো ব্যক্তিৰে আকৰ্ষণ অধিক। গতিকে বিশ্বখ্যাত লেখক ছালমান ৰুশ্বডিও ইয়াৰ ব্যতিক্ৰম নহয়। লেখক গৰাকীয়ে তেওঁৰ বৰ্তমান প্ৰেমিকা গৰাকীৰ বাবে যথেষ্ট ত্যাগ স্বীকাৰ কৰিছে।

ছালমান ৰুশ্বডিৰ এই 'সম্ভাব্য ত্যাগ'ৰ কথা যোৱা বেছ কিছুদিন ধৰি ব্ৰিটিছ প্ৰচাৰ মাধ্যমত চৰ্চিত হৈ আহিছিল। ৰুশ্বডিয়ে বৰ্তমান প্ৰেমিকাৰ স্থায়ী সান্নিধ্য পাবলৈ তৃতীয়া পত্নী এলিজাবেথক ত্যাগ কৰাৰ লগতে ইমানদিনে বাস কৰি অহা দেশ তথা নগৰখনকো ত্যাগ কৰিলে। 'ছটানিক ভাৰ্ছেছ'ৰ পৰৱতী সময়ত ইৰাণৰ

দ্বাৰা মৃত্যুদণ্ডৰ ফতোৱাৰ সন্মুখীন হোৱাৰ সময়ত লণ্ডনত বাস কৰি থকা ছালমান ৰুশ্বডিক ইংলেণ্ডে সৰ্বতো প্ৰকাৰে সুৰক্ষা আগবঢ়াই আহিছিল। আজি ৰুশ্বডিয়ে সেইখন দেশৰ আৰু বিপদৰ সময়তো সংগ এৰি নিদিয়া তৃতীয়া পত্নী এলিজাবেথক আৰু চাৰি বছৰীয়া দুগৰাকী পুত্ৰৰে সৈতে এৰি থৈ স্থায়ীভাৱে আমেৰিকাত বাস কৰিবলৈ ল'লে।

আমেৰিকাৰ কাকতসমূহতো ৰুশ্বডিৰ এই প্ৰেম কাহিনীৰ প্ৰচাৰত কোনো যতি পৰা নাছিল। প্ৰেমিকা গৰাকীকো এই প্ৰচাৰ মাধ্যমে ইতিমধ্যে সকলোৰে লগত চিনাকি কৰাই দিছে। ভাৰতীয় প্ৰচাৰ মাধ্যমো এইক্ষেত্ৰত পিচপৰি ৰোৱা নাই।

পদ্মালক্ষ্মী বৈদ্যনাথন। ৫ ফুট ৯ ইঞ্চি ওখ ত্ৰিশ বছৰীয়া এই যুৱতী গৰাকীৰ জন্ম চেন্নাইত। ভাৰতত জন্ম হোৱা সত্ত্বেও যুৱতীগৰাকীৰ বাহ্যিক চেহেৰাটো সাধাৰণ আমেৰিকান যুৱতীৰ দৰেই। পদ্মালক্ষ্মীয়ে ভাৰত আৰু আমেৰিকা দুয়োখন দেশতেই জীৱন কটাইছে। মাক-দেউতাকৰ বিবাহ বিচ্ছেদৰ পিচত মাকৰ সৈতে কেলিফৰ্ণিয়ালৈ গুচি যায়। কেলিফোৰ্ণিয়াত থিতাপি ল'বলৈ যুৱতী গৰাকীয়ে যথেষ্ট সংগ্ৰাম কৰিবলগীয়া হৈছে। পদ্মালক্ষ্মীৰ জীৱনলৈ কেৰিয়াৰ হিচাপে মডেলিঙৰ আগমন ঘটে নাটকীয়ভাৱে। ত্ৰয়োদশ শতিকাৰ স্পেনিচ নাটকৰ বিষয়ে অধ্যয়ন কৰিবলৈ স্পেইনলৈ গৈ থকাৰ সময়ত তাত নাটক আৰু চিনেমাজগতৰ কিছুমান গুৰুত্বপূৰ্ণ ব্যক্তিৰ সৈতে সাক্ষাৎ হয়। ওখ-পাখ সুঠাম চেহেৰাৰ যুৱতীগৰাকীয়ে সকলোৰে দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হ'ল। তাত থকা সময়ছোৱাতেই তেনেদৰে মডেলিঙৰ অফাৰ পালে। তাৰ পিচত নিউয়কৰ বিখ্যাত 'ফৰ্ড মডেলচ এজেন্সি'ৰ সৌজন্যত আৰমানি, মছকিনো, ৰালফ ল'ৰেণ, ভাৰ্ছেছ আদি বিখ্যাত ব্যৱসায়িক সংস্থাসমূহৰ বাবে মডেলিং কৰে। মডেলিঙৰ যোগেদি সুখ্যাতি অহাৰ পিচত হলিউডৰ কেইখনমান চলচিত্ৰতো অভিনয় কৰে। পদ্মালক্ষ্মীয়ে মডেলিং আৰু অভিনয়ৰ লগতে লেখা-মেলাৰ চৰ্চাও কৰে। মডেলিঙৰ লগত জড়িত বিষয়ত লিখি উলিওৱা পদ্মালক্ষ্মীৰ কিতাপখনৰ নাম হ'ল Easy Exotic : A Model's Low -Fat Recipes.'

পদ্মালক্ষ্মীয়ে অভিনয় কৰা চিনেমা এখন চোৱাৰ পিচতেই ছালমান ৰুশ্বডি পদ্মালক্ষ্মীৰ প্ৰতি আকৰ্ষিত হৈ পৰে তাৰ পিচত কোনো এক পাৰ্টিত দুয়োৰে

দেখা দেখি হয়। দুয়োৰে মাজত প্ৰেমৰ সম্পৰ্কই ঠাই লোৱা কথাটো প্ৰথমে জানিব পৰা হোৱা নাছিলো। মাথোঁ ৰুশ্বডিৰ সৈতে পদ্মালক্ষ্মীক অ'ত-ত'ত দেখিবলৈ পোৱাৰ পিচত সাংবাদিকৰ স্বাভাৱিক কৌতূহল বাঢ়ি গৈছিল দুয়োৰে প্ৰতি। বিশেষকৈ ৰুশ্বডিৰ লগত সুঠাম দেহৰ যুৱতী গৰাকীনো কোন, সেই লৈ সাংবাদিকসকলৰ কৌতূহলৰ অন্ত নাছিল। লণ্ডনৰ 'দ্যা টেলিগ্ৰাফ' নামৰ কাকতখনে দুয়োৰে কিছু যুগল ছবিৰে 'প্ৰেম কাহিনী', প্ৰচাৰেই কৰিলে। এই পশ্চিমীয়া সংবাদপত্ৰবোৰৰ মতে মানহাটন অনুষ্ঠিত হোৱা এক চিনেমাৰ প্ৰিমিয়াৰ অনুষ্ঠানত পদ্মালক্ষ্মীয়ে ৰুশ্বডিৰ আকৰ্ষণ কাঢ়ি নিয়ে। তেতিয়াই 'ৰুশ্বডিৰ নৱতম প্ৰেমিকা' শীৰ্ষকেৰে প্ৰেম কাহিনীৰ প্ৰচাৰ আৰম্ভ হৈ যায়।

সংবাদপত্ৰসমূহে যিয়েই লিখিবলৈ নলওক, ৰুশ্বডি কিন্তু ইতিমধ্যে পদ্মালক্ষ্মীৰ মায়াজালত বন্দী হৈ পৰিছিল। পোনপটীয়াকৈ আমেৰিকান ভাৰতীয় যুৱতীগৰাকীক প্ৰেম নিবেদন কৰিছিল। ৰুশ্বডিৰ প্ৰেম পদ্মালক্ষ্মীয়ে প্ৰত্যাখ্যান নকৰিলে। এই সম্পৰ্কত তেওঁৰ অভিমত হ'ল — ৰুশ্বডিৰ প্ৰেম স্বীকাৰ কৰি তেওঁ একো ভুল কৰা নাই। তদুপৰি কোনো কামৰ বাবে তেওঁৰ মধ্যস্থতাকাৰীৰ প্ৰয়োজন হোৱা নাই। আজিৰ সময় হ'ল, পুৰুষৰ লগত সমানে খোজ মিলাই চলাৰ সময়। তেওঁৰ এনে পুৰুষ ভাল লাগে, যাৰ ভিতৰত কিবা এটা কৰি দেখুওৱাৰ স্পৃহা থাকে আৰু পুৰুষ বুদ্ধিমান হয়। ৰুশ্বডিৰ ভিতৰত এই আটাইবোৰ গুণ আছে।

এবাৰ লগ পোৱাৰ পিচত যিকোনো পুৰুষেই প্ৰেমত পৰি যাব পৰা ব্যক্তিত্ব আৰু চেহেৰাৰ অধিকাৰী পদ্মালক্ষ্মীৰ প্ৰতি ৰুশ্বডিৰ প্ৰেম এতিয়ালৈ অন্ততঃ যথেষ্ট গভীৰ বুলি সকলোৱে জানিছে। সেয়ে সুদীৰ্ঘদিন বাস কৰি অহা দেশ তথা ঘৰ ত্যাগ কৰি আমেৰিকাৰ নিউয়ৰ্কত স্থায়ীভাৱে থাকিবলৈ গুচি আহিল।

কিন্তু পদ্মলক্ষ্মীৰ প্ৰতি ৰুশ্বডিৰ গভীৰ প্ৰেমৰ কথা স্বীকাৰ কৰি লোৱাৰ পাচতো লেখক গৰাকীৰ দোষ এটা উল্লেখ কৰা ভাল হ'ব। ৰুশ্বডি হ'ল এড্‌ভেঞ্চাৰ প্ৰিয়। তেওঁ লিখা কিতাপবোৰে সদায় বিতৰ্কত স্থান লাভ কৰি আহিছে। সেই বিতৰ্কই প্ৰচাৰ আনি দিয়ে। প্ৰচাৰৰ শীৰ্ষত থাকিব খোজা ৰুশ্বডিৰ এই প্ৰেমকাহিনীও অকল তেওঁৰ নিজৰ প্ৰচাৰৰ বাবে নহয়তো! কিয়নো ৰুশ্বডিৰ কিতাপ বিক্ৰী হৈ আহিছে প্ৰচাৰৰ বাবেই অধিক, উৎকৃষ্ট সাহিত্য কৰ্মৰ বাবে নহয়।

# সুন্দৰী নাৰীৰ কবলত খুশৱন্ত সিং

# বিতৰ্কৰ মাজত "দ্য কম্পেনী অৱ অ'মেন"

*নাৰী আৰু পুৰুষৰ মাজত বন্ধুত্ব হোৱাটো অসম্ভৱ হ'ব পাৰে অনুৰাগ, শত্ৰুতা, পূজা-প্ৰেম-কিন্তু বন্ধুত্ব নহয়।* *অস্কাৰ ওৱাইল্ড*

খুশৱন্ত সিং .....। বিভিন্ন সময়ত বিতৰ্কৰ মাজত সোমাই পৰা এমুখ দাড়িৰে ৮৬ বছৰীয়া 'যুৱক' মনৰ লিখক, বক্তাজনেই হ'ল স্বাধীন চেতীয়া খুশৱন্ত সিং। সাম্প্ৰতি ভাৰতীয় সাহিত্য জগতত যিসকল লেখকৰ জনপ্ৰিয়তা আটাইতকৈ বেছি সেইসকলৰ ভিতৰত খুশৱন্ত সিং অন্যতম। সংবাদ জগতত তেওঁক B.B. সাংবাদিক অৰ্থাৎ "Beltom and bosom" বুলি খ্যাত।

নাৰী আৰু মদৰ প্ৰতি তেওঁৰ দুৰ্বলতাৰ কথা সৰ্বজন বিদিত। খুশৱন্ত সিঙে এখন ৰাষ্ট্ৰীয় কাকতত নাৰী বন্ধুৰ প্ৰসংগত এনেদৰে মন্তব্য কৰিছে ঃ "মোৰ বহুত মহিলা বন্ধু আছে। অতীতত মোৰ লগত ভাল থকা বহুত মহিলাৰ সৈতে মই যোগাযোগ ৰক্ষা কৰি চলো। কিন্তু এটা কথা, যি মহিলাৰ প্ৰাণ চঞ্চলতা নাই, সজীৱতা নাই তেনে মহিলা অতি সুন্দৰী হ'লেও মই সহ্য কৰিব নোৱাৰোঁ।" সুন্দৰী নাৰীৰ প্ৰতি থকা দুৰ্বলতাৰ বাবে তেওঁৰ বদনামো আছে যথেষ্ট, অৱশ্যে তালৈ তেওঁৰ ভ্ৰূক্ষেপ নাই।

সুন্দৰী নাৰীসকল বৃদ্ধা হোৱাটো পৃথিৱীৰে যেন এক বিৰাট ট্ৰেজেডি। জীৱনৰ সৰহ সময় চিৰ যৌৱনা নাৰীৰ আৰাধনাত ব্যস্ত থকা সাহিত্যৰ নোবেল বঁটা বিজয়ী আৰ্ণেষ্ট হেমিংৱে নাৰীসকলৰ জীৱনলৈ বাৰ্দ্ধক্যৰ আগমনক সহ্য কৰিব পৰা নাছিল। জীৱনৰ ষাঠি বছৰ বয়সত তেওঁ কৈছিল— "মোৰ বয়স বাঢ়ি আহিছে। তথাপি মই তৰুণ। কিন্তু এটা কথা ভাবিলেই মই বৰকৈ দুখ পাওঁ যে এসময়ত যিসকল নাৰী মোৰ বন্ধু আছিল, প্ৰেমিকা, সহচাৰী আছিল তেওঁলোক এতিয়া

বৃদ্ধা হ'বলৈ ধৰিছে। সুন্দৰী নাৰীসকল বৃদ্ধা হোৱাটো মোৰ সহ্য নহয়।" শুনা যায় শেক্সপীয়েৰৰ ৰোমিঅ'ই জুলিয়েটক, ডাণ্টেই বিয়েট্ৰীছক যিমান ভাল পাইছিল, হেমিংৱে তেওঁৰ জীৱনলৈ অহা প্ৰতিগৰাকী নাৰীকে সিমানেই ভাল পাইছিল। চাৰিগৰাকী নাৰীক বিয়া কৰোৱা হেমিংৱে কিন্তু আন্ বহুতো নাৰীৰ সৈতে প্ৰেম কৰিছিল, বন্ধুত্ব গঢ়িছিল। খুশৱন্ত সিঙেও জীৱনৰ চাৰি কুৰি বছৰৰ অধিক সময়ত সুন্দৰী নাৰীৰ সঙ্গত সময় কটায় ঠিক হেমিংৱৰ দৰেই। এইখিনিতে ফৰাচী কবি ভালেৰিৰ এষাৰ কথা মনত পৰিছে। তেওঁ কৈছিল "যি পুৰুষ বা তিৰোতাক ভাল পোৱা সম্ভৱ নহয়। আমাৰ হৃদয়ত প্ৰেম জাগ্ৰত কৰে এনে পুৰুষ বা এনে তিৰোতাইহে যাৰ জীৱনৰ বা ব্যক্তিত্বৰ কিবা এটা অংশ চিৰকাল আমাৰ পৰা গোপন হৈ থাকে।"

* * * *

বৰ্তমানৰ পাকিস্তানৰ থৰ মৰুভূমিৰ কাষত হাদালি নামৰ গাওঁ এখনত খুশৱন্ত সিঙৰ জন্ম হৈছিল। গাওঁখনৰ বেছি সংখ্যক ইছলাম ধৰ্মী লোক আছিল। খুশৱন্ত সিঙৰ দেউতাক ওচৰত শোভা সিং সম্পূৰ্ণ চাহাবী ডাঙৰ মানুহ আছিল। একালৰ নুতন দিল্লীৰ আধা অংশ হেনো তেওঁৰে আছিল। স্বাধীনতাৰ আগত তেওঁ আছিল দেশৰ সকলোতকৈ ডাঙৰ আৰু ধনী কণ্টেক্টৰ। চেৰ শোভা সিঙৰ চাৰিজন পুত্ৰ আৰু এগৰাকী জীয়াৰী আছিল। অভিজাত মহলত তেওঁৰ স্থান আছিল উচ্চ। ৰাতি ডিনাৰৰ আগেয়ে তেওঁ নিয়মিত 'ডিনাৰ জেকেট' পিন্ধিছিল আৰু খোৱাৰ আগতে 'স্কচ' আছিল তেওঁৰ দৈনন্দিন জীৱনৰ অবিচ্ছিন্ন অংগ। চেৰ শোভা সিং বাচি থকালৈকে তেওঁৰ বিৰাট প্ৰাসাদপম ঘৰ 'বৈকুণ্ঠ'ত এই নিয়মৰ ব্যতিক্ৰম হোৱা নাছিল।

খুশৱন্ত সিঙে পুৱা চাৰি বজাত শোৱাপাটী এৰে আৰু চাৰে চাৰি বজাত লিখিবলৈ বহে। সন্ধ্যা সাত বজা পৰ্যন্ত দৈনিক প্ৰায় এঘাৰ ঘণ্টা তেওঁ লিখা-পঢ়া কৰে। সন্ধ্যা সাত বজাত হুইস্কিৰ গিলাচত চুমুক দিয়াটো তেওঁৰ নিত্য কৰ্ম। তাৰোপৰি জিমখানা ক্লাৱত টেনিছ খেলা, দৈনিক খবৰ কাগজ পঢ়া, ৰেডিঅ'ত কীৰ্তনৰ পাঠ শুনা, বাতৰি শুনা, সাঁতুৰিবলৈ যোৱা, নিয়মিত লেখা-মেলা কৰা

ইত্যাদি তেওঁৰ দৈনন্দিন কৰ্ম। পৃথিৱীৰ এনে কোনো ধৰ্ম নাই যাৰ বিষয়ে খুশৱন্ত সিঙৰ পাণ্ডিত্য নাই। দেশ-বিদেশৰ ৫০ খন পত্ৰিকাত আৰু কাকতত তেওঁৰ সাপ্তাহিক তিনিটা স্তম্ভ প্ৰকাশ পায়। উল্লেখযোগ্য যে তেঁৱেই হ'ল সকলোতকৈ বেছি পাৰিশ্ৰমিক পোৱা স্তম্ভকাৰ। তেওঁৰ মাহিলা আয় ৫০,০০০ টকা। খুশৱন্ত সিং আজিৰ পৃথিৱীৰ এজন ধনী লেখক।

খুশৱন্ত সিং 'dirty old man' আৰু ঘোৰ মদপী বুলি বদনাম আছে। সকলো সময়তে তেওঁক সুন্দৰী মহিলাই আৱৰি ৰাখে। সুন্দৰী নাৰীৰ সান্নিধ্য পালেই তেওঁৰ গাটো ৰিমৰিম কৰে। তেওঁৰ ৰসিকতা অশ্লীল বুলি বহুতে মন্তব্য কৰে। ভাৰত আৰু পাকিস্তানৰ পাৰ্থক্য ব্যাখ্যা দিবলৈ গৈ তেওঁ কৈছে 'ভাৰতত এজুম গাভৰু দেখিলে মই লক্ষ্য কৰো ইহঁতৰ মাজত আটাইতকৈ ধুনীয়া কোনজনী। পাকিস্তানৰ গাভৰুৰ জুম পালে মই নিজকে প্ৰশ্ন কৰো ইহঁতৰ মাজত দেখিবলৈ অলপ বেয়া কোনজনী।'

সাক্ষাৎ প্ৰসঙ্গত এবাৰ (হুমৰা ফুৰাইখ্যিয়ে সোধা প্ৰশ্নৰ উত্তৰত) খুশৱন্ত সিঙে কৈছিল বহু মহিলাই তেওঁৰ পৰা সুবিধা ল'ব বিচাৰে। মহিলাসকলে হেনো তেওঁক সাৱটি গুচি যায় তাৰ প্ৰত্যুত্তৰত। খুশৱন্ত সিঙৰ ভাষাত অৱশ্যে মহিলাসকলে সেইখিনি তেওঁৰ পত্নীৰ উপস্থিতিতে কৰে।

খুশৱন্ত সিঙৰ হেনো এটাই দুখ যে তেওঁ বহুত দেৰিকৈ লিখা আৰম্ভ কৰিলে। মূল্যবান সাতটা বছৰ তেওঁ লাহোৰ উচ্চ ন্যায়ালয়ত ওকালতি কৰি কটালে। স্তম্ভ লেখিকা শোভা দেই তেওঁক প্ৰশ্ন কৰিছিল— "খুশৱন্তজী, এই বয়সতো আপুনি ইমান লিখি আছে কিদৰে?"

খুশৱন্তই উত্তৰ দিছিল — "কলমৰ কাৰণে কোনেও এতিয়ালৈকে 'কনদম' উদ্ভাৱন কৰা নাই বাবে এতিয়াও উৎপাদনক্ষম হৈ আছো।" ইও এক অশ্লীলতা। মূলতঃ এগৰাকী সাংবাদিক হিচাপে বিখ্যাত আৰু জনাজাত খুশৱন্ত সিং এগৰাকী কৃতী সাহিত্যিকো। ভাৰতৰ দামী আৰু নামী লেখকসকলৰ অন্যতম সিঙৰ অসংখ্য প্ৰবন্ধ-পাতি দৈনিক দেশ-বিদেশৰ কাগত-পত্ৰত নিয়মিতভাৱেই প্ৰকাশ পাই আহিছে। জীৱনৰ আৰম্ভণিতে তেওঁ কেতিয়াও সাহিত্যিক বা লেখক হ'বলৈ বিচৰা নাছিল। ওকালতি কৰিবলৈ গৈ তেওঁ নিজৰ কোঠাত বহি গল্প-উপন্যাসৰ কিতাপ পঢ়ি সময় কটাইছিল। সেই কাৰণে তেওঁ ওকালতি বৃত্তিত সফল হ'ব নোৱাৰিলে।

ছাত্ৰ হিচাপেও তেওঁ মেধাবী ছাত্ৰ নাছিল। তেওঁ গণিতত প্ৰায়ে শূন্য পৰিছিল। তেওঁ পঢ়াত বেয়া আছিল যদিও অৱশেষত দেউতাকৰ ইচ্ছামতে বিলাতৰ পৰা আইনৰ ডিগ্ৰী গ্ৰহণ কৰে।

১৯৩৯ চনত খুশৱন্ত সিঙে কাৱাল মালিক নামৰ যুৱতী এগৰাকীকে বিয়া কৰায়। তেওঁৰ বিবাহ অনুষ্ঠানত মহম্মদ আলি জিন্নাৰ উপস্থিতিয়ে সকলোকে চমক খুৱাইছিল। জিন্না আছিল দেউতাকৰ অন্তৰংগ বন্ধু। সেই সময়ত তেওঁ লণ্ডনত বৈদেশিক বিভাগত চাকৰি এটা পায়। এটা সময়ত তেওঁ সেই চাকৰি ত্যাগ কৰি লেখা -মেলাতেই নিজকে মনোনিৱেশ কৰে। ইতিমধ্যে তেওঁৰ ভালেমান গল্প প্ৰকাশ পায়। ইতিমধ্যে তেওঁ আকাশবাণীত চাকৰি এটাও পায়। অৱশ্যে এই চাকৰিও তেওঁ ভাল নালাগিল। ১৯৬৭ চনত তেওঁ 'ইলাষ্ট্ৰেটেদ উইকলী' নামৰ বিখ্যাত কাকতৰ সম্পাদকৰূপে যোগদান কৰে। ১৯৭৯ চনলৈ তেওঁ এই পদত থাকে। এসময়ত তেওঁ 'হিন্দুস্তান টাইমছ' নামৰ কাকতৰ সম্পাদক হয়। সাহিত্যৰ পৃথিৱীত খুশৱন্ত সিং বহুতৰ বাবেই আদৰ্শ আৰু প্ৰেৰণাৰ উৎস।

খুশৱন্ত সিঙে ডঃ মনমোহন সিং আৰু নীৰদ চি চৌধুৰীক সন্মান কৰে। ডঃ মনমোহন সিঙে নিৰ্বাচনী প্ৰচাৰত ভাগ ল'বলৈও তেওঁ সময় উলিয়ায়। খুশৱন্ত সিং আৰু নীৰদ চি চৌধুৰীৰ এটা বিষয়ত দুয়োৰে বৰ মিল আছে— সেইটো হ'ল দুয়ো বিতৰ্কৰ মাজত সোমাই পৰি ভাল পায়। খুশৱন্ত সিঙৰ প্ৰায়বোৰ লেখনীয়েই বিতৰ্কিত। তেওঁৰ কিতাপ 'Sex, Scoth and Scholarship' প্ৰতি বছৰে নতুন সংস্কৰণত প্ৰকাশিত হৈ আছে। আন এখন কিতাপ 'Women and Men in my life' য়েও বিতৰ্কৰ জোঁৱাৰ তুলিছে।

জীৱনৰ ৮৬ বছৰ বয়সত খুশৱন্ত সিঙে লিখি উলিয়াইছে আন এখন বিতৰ্কিত আদি ৰসপূৰ্ণ উপন্যাস 'দ্য কম্পেনী অব অ'মেন'। অৰ্থাৎ নাৰীসংগ। 'দ্য কম্পেনী অব অ'মেন'এ ইতিমধ্যে যথেষ্ট হৈ-চৈৰ সৃষ্টি কৰিছে। উপন্যাসখন বহুতে 'ছেমি পৰ্ণগ্ৰাফী' বুলি মন্তব্য কৰিছে। উপন্যাসখনত কামনাৰ উগ্ৰ গোন্ধ থকা বুলি অভিযোগ উঠিছে।

'দ্য কম্পেনী অব অ'মেন'ৰ কেন্দ্ৰীয় চৰিত্ৰ হৈছে প্ৰিন্সটন বিশ্ববিদ্যালয়ৰ অধ্যাপক মোহন কুমাৰ। তেওঁৰ পৰিবাৰে ডিভোৰ্চ কৰাৰ পিছত কেইবাগৰাকীও নাৰীৰ লগত চমু সম্পৰ্ক গঢ়ি উঠে। উপন্যাসখনৰ শেষৰ ফালে তেওঁৰ এইছ

আই ভি (HIV) ৰ লক্ষণ দেখা যায় আৰু শ্লিপিং টেবলেট খাই আত্মহত্যা কৰে। উপন্যাসখনত সিঙে বহু ঠাইত আপত্তিজনক বৰ্ণনা উপস্থাপন কৰিছে।

'দ্য কম্পেনী অব অ'মেন'খনৰ উন্মোচনী সভাত হেনো মহিলাৰ সংখ্যাই সৰ্বাধিক। গ্ৰন্থ উন্মোচন সভাত প্ৰাক্তন কেন্দ্ৰীয় মন্ত্ৰী ডঃ মনোমোহন সিং, ভাৰতস্থ পাকিস্তানী হাই কমিছনাৰৰ পৰিয়াল আদি উপস্থিত আছিল। উন্মোচনী সভাখনত সমবেত মহিলাসকলে বৰ্ষীয়ান খুশৱন্ত সিঙক আলিঙ্গন, চুমাৰে অভিনন্দন জনাইছিল। উল্লেখযোগ্য যে তেওঁ পাকিস্তানী হাইকমিছনাৰৰ দুহিতাগৰাকীৰ গালত চুম্বন কৰে। খুশৱন্তৰ সেই চুমাৰে পাকিস্তানত তীব্ৰ প্ৰতিক্ৰিয়া সৃষ্টি হৈছিল বুলি বাতৰি প্ৰকাশ হৈছিল। এই প্ৰসঙ্গত খুশৱন্ত সিঙে মন্তব্য কৰিছে যে — 'হাইকমিছনাৰ কাজিৰ দেউতাক আৰু দদায়েক লণ্ডনৰ কিংছ কলেজত মোৰ সহপাঠী আছিল। তাৰোপৰি কাজি আৰু তেওঁৰ পৰিয়াল মোৰ ঘনিষ্ঠ বন্ধু। কাজি মোৰ ল'ৰা বয়সৰ। সেই হিচাপে কাজিৰ ছোৱালীক দিয়া চুমাটো পিতৃ সুলভ চুমাই নহয়, ই ককাসুলভ চুমাহে। কাৰণ কাজিৰ ছোৱালীজনী মোৰ নাতিনীতকৈও সৰু।"

৮৬ বছৰীয়া যদিও এই লিখকজন এতিয়া তৰুণ হৈয়ে আছে। 'দ্য কম্পেনী অব অ'মেন প্ৰকাশৰ প্ৰথম তিনি সপ্তাহতে ১০ হাজাৰ কপি বিক্ৰী হৈছে। এসময়ৰ 'ইলাষ্ট্ৰেটেদ উইকলী', 'হিন্দুস্তান টাইমছ'ৰ সম্পাদক খুশৱন্ত সিঙৰ দেশ বিভাজনৰ পটভূমিত ৰচিত 'ট্ৰেইন টু পাকিস্তান', শিখ জাতিৰ বুৰঞ্জী, নিজৰ আত্মজীৱনী আদি কিতাপবোৰৰ জনপ্ৰিয়তাও অসীম। তেওঁৰ কিতাপবিলাকো ভালেমান ভাষালৈ অনুদিত হৈছে। তেওঁৰ নিজৰ আত্মজীৱনীখনৰ কেইবাটাও মুদ্ৰন ইতিমধ্যে শেষ হৈ গৈছে।

বিভিন্ন সময়ত দেশ-বিদেশৰ বিভিন্ন ধৰণৰ চাকৰি কৰা, কাৱাল মালিক নামৰ সুন্দৰী নাৰী এগৰাকীক বিয়া কৰোৱা, বিবাহ অনুষ্ঠানত মহম্মদ আলি জিন্না উপস্থিত থকা, দেশ-বিদেশৰ কাগজ-পত্ৰত নিয়মিতভাৱে লেখা-মেলা কৰা, সুন্দৰী নাৰীৰ সান্নিধ্য ভালপোৱা মূলতঃ সাংবাদিক, সাহিত্যিক খুশৱন্ত সিঙৰ জীৱন ৰামধেনুৰ সাত ৰঙৰ দৰে বৰ্ণময়। স্পষ্টবাদী আৰু খোলা প্ৰকৃতিৰ খুশৱন্ত সিঙৰ যিদৰে আছে সুনাম সেইদৰে সুন্দৰী নাৰীৰ প্ৰতি থকা দুৰ্বলতাৰ বাবে তেঁওৰ বদনামো আছে যথেষ্ট। বিভিন্ন সময়ৰ সতে বিভিন্ন কাম কৰি বিতৰ্কৰ কেন্দ্ৰ বিন্দু হৈ পৰা খুশৱন্ত সিং সাহিত্যৰ জগতত এক উজ্জ্বল নক্ষত্ৰ। এক জীৱন্ত কিংবদন্তি"।

### মাও-চে-টুং আৰু ইয়াংকাইহুই

# প্ৰকৃত প্ৰেম আৰু আত্মত্যাগৰ বিৰল কাহিনী

## নাৰী আৰু প্ৰেৰণা

এজন বিখ্যাত কলাকাৰে কৈছিল — "এখন দেশৰ আত্মাক আৱিস্কাৰ কৰাৰ আগতে সেই দেশৰ নাৰী সকলক আৱিস্কাৰ কৰাৰ প্ৰয়োজন।"

*প্ৰতিজন সফল মানুহৰ অন্তৰালত থাকে এগৰাকী নাৰী।*

■ *প্ৰবচন।*

যুগে যুগে নাৰীয়ে মাতৃৰূপে, ভগ্নীৰূপে, পত্নীৰূপে বা কেতিয়াবা প্ৰেমিকাৰূপে পুৰুষক পদে পদে দি আহিছে প্ৰেৰণা। বিশ্বৰ প্ৰতিগৰাকী মহান মনীষা সকলৰ মহৎ সৃষ্টিৰ আঁৰত যে একোগৰাকী মহীয়সী নাৰীৰ ত্যাগ আৰু প্ৰেৰণা অন্তঃনিৰ্হিত হৈ আছে সেয়া সকলোৱে একেমুখে স্বীকাৰ কৰিবই লাগিব। বিশ্ববিশ্ৰুত কাৰ্লমাৰ্ক্সৰ মহৎ সৃষ্টি ৰাজিৰ মূলতে আছিল জেনি মাৰ্ক্সৰ প্ৰেম, ত্যাগ আৰু প্ৰেৰণা। লেলিনে কৈছিল — 'বিপ্লৱত সফলতা নাহে যদি তাত নাৰীয়ে সহযোগ নকৰে।' বিপ্লৱী নেতাজনক মাৰ্ক্সবাদক আগুৱাই নিয়াত সহযাত্ৰী ৰূপে অফুৰন্ত কৰ্মপ্ৰেৰণা তথা উদ্দীপনা যোগাইছিল নাদেজদা ক্ৰুপস্কায়াৰ নামৰ এগৰাকী মহীয়সী নাৰীয়ে। সেইদৰে নেলচন মেণ্ডেলাক বিপ্লৱৰ জয়যাত্ৰাত প্ৰেৰণা যোগাইছিল উইনী মেণ্ডেলাই। আজীৱন বিপ্লৱী চেগুয়েভাৰাৰ প্ৰেৰণা আছিল আলাইডা নামৰ এগৰাকী নাৰী। ফেচিষ্ট এক নায়কত্ববাদী ৰাষ্ট্ৰ প্ৰতিষ্ঠাতা মুছোলীনীৰ প্ৰেয়সী ক্লাৰা পিট্টাচী আছিল তেওঁৰ প্ৰেৰণা। প্ৰতিটো মহান সৃষ্টিৰ

আৰত থাকে এগৰাকী সুহৃদয়া নাৰীৰ উৎসাহ, উদ্দীপনা আৰু প্ৰেৰণা — কথাষাৰ একেবাৰেই সঁচা। মহাত্মা গান্ধীৰ সুদীৰ্ঘ স্বাধীনতা আন্দোলন তথা সংগ্ৰামময় জীৱনৰ প্ৰেৰণাদাত্ৰী আছিল কস্তুৰবা গান্ধী। সংগ্ৰামী বিষ্ণু ৰাভাক মোহিনীৰ দৰে তেজস্বিনী, বুদ্ধিমতী সংগ্ৰামী নাৰীয়েআৰু কনকলতাৰ দৰে পতিপৰায়ন সহচাৰী নাৰীয়ে সংগ্ৰামী সত্বাক ত্বৰান্বিত কৰিছিল। পদাপানী ওৰফে গদাধৰ সিংহ ৰজা হোৱাৰ মুলতে আছিল পত্নী জয়মতীৰ প্ৰেম, প্ৰেৰণা আৰু আত্মত্যাগ। বহল মনৰ নাৰী জয়মতীয়ে যদি স্বামীৰ কাৰণে আত্মাবলিদান নিদিলেহেঁতেন তেন্তে হয়তো গদাপানীৰ অৱস্থা আন দহজন আহোম ৰাজকোঁৱৰৰ দৰে অংগক্ষত হ'লহেঁতেন। জয়মতীৰ প্ৰেম, সাহস আৰু আত্মাত্যাগৰ কাহিনী এই পাৰ্থিৱ জগতত বিৰল।

## চীন দেশৰ জয়মতী গৰাকী

প্ৰেম, প্ৰেৰণা আৰু আত্মত্যাগৰ আন এক বিৰল চৰিত্ৰ হ'ল মহান বিপ্লৱী নেতা মাও-চেৎটুঙৰ সহধৰ্মিনী ইয়াংকাইহুই। চীনদেশত সাম্যবাদ প্ৰতিষ্ঠা কৰা বিপ্লৱী কমিউনিষ্ট নেতা মাও-ক কোনে নাজানে? মাওৰ জীৱন মানেই সংগ্ৰামী জীৱন। মাওৰ জীৱন আছিল দৰিদ্ৰ, নিপীড়িত সৰ্বহাৰাজনৰ মুক্তিৰ বাবে উছৰ্গিত। সংগ্ৰামেই যাৰ জীৱন — সেইজন মাওৰ কৰ্মপ্ৰেৰণাৰ অন্তৰালত আছিল এগৰাকী নাৰী, তেঁৱেই হ'ল ইয়াংকাইহুই। যাৰ প্ৰেম হৈছে জীৱনৰ অন্য এক নাম। প্ৰেম, ভালপোৱা আৰু আত্মত্যাগেৰে যি গৰাকী নাৰীয়ে মাওক চীনৰ দুখীয়া নিছলা মাটিহীন জুৰুলা কোটি কোটি জনতাৰ ওচৰত পৰিচয় কৰাই দিছিল তেঁৱেই হ'ল 'চীনদেশৰ জয়মতী' ইয়াংকাইহুই।

প্ৰেম ... ! প্ৰত্যেকজন মানুহৰ বৰ চিনাকি আৰু স্পৰ্শকাতৰ এই শব্দ। সৌৰজগতৰ — মধ্যাকৰ্ষণ শক্তিৰ লগত মানৱ প্ৰেমৰ আকৰ্ষণক তুলনা কৰিব পাৰি। প্ৰেমৰ গভীৰতা আৰু প্ৰচণ্ড আত্মিক শক্তিয়ে আজি বিশ্বৰ সকলো প্ৰান্তৰে জয় কৰিছে। প্ৰেমৰ ইতিহাস অতি প্ৰাচীন। বিশ্বৰ সকলো প্ৰাণীৰ জীৱন গাঁথাৰ লগত প্ৰেমৰ সম্পৰ্ক আছে।

প্ৰেমে বহু মনীষীৰ জীৱন ধন্য কৰি গৈছে। বহুলোকে প্ৰেমময় জীৱনৰ সফলতাৰ লগে লগে জীৱনতো সাফল্য লাভ কৰে। প্ৰেমিকাৰ ৰসাল উৎসাহবোৰে পদে প্ৰতি প্ৰেৰণা যোগায়। পৃথিৱীৰ সকলো ভাল কামকে প্ৰকৃততে প্ৰেমে উদ্‌গনি দিয়ে। প্ৰেম প্ৰচণ্ড শক্তিশালী। পৃথিৱী বাচি থকালৈকে প্ৰেম জীয়াই থাকিব। কোনো বন্ধনে প্ৰেম নামৰ 'চুপাৰ চাইক্ল'ন'টোক বন্দী কৰি ৰাখিব নোৱাৰে।

সেয়েহে ইয়াক বাধা দিয়াতকৈ সৃষ্টিশীল কামত নিয়োগ কৰাহে বুদ্ধিমানৰ কাম। কাৰণ বিবাহিত, অবিবাহিত, বিবাহ বহিঃভূৰ্ত, প্ৰেমেই হওক বা মনস্তত প্ৰেমেই হওক প্ৰেমে মানুহক সৃষ্টিশীল কামৰ বাবে অনুপ্ৰাণিত কৰে।

প্ৰেমৰ আভিধানিক অৰ্থ 'ভালপোৱা' যদিও ইয়াৰ প্ৰাথমিক অৰ্থই স্নেহ-প্ৰীতি, আকৰ্ষণ, অনুৰাগ, মৰম, যৌন আসক্তি আদি দিশবোৰ বহন কৰে। প্ৰেম হ'বলৈ হ'লে মনৰ সমস্ত ভাব অনুভূতিৰ পূৰ্ণাংগ মিলন অপৰিহাৰ্য। মনৰ মিল নাথাকিলে প্ৰেম কেতিয়াও দীৰ্ঘম্যাদী নহয়। মানৱ জীৱনত প্ৰেমে এক নিৰ্দিষ্ট সময়ত পোখা মেলিলেও ই জীৱনৰ অন্তিম দিনলৈ লহ্‌পহীয়াকৈ জীয়াই থাকে।

মহিমাময়ী ইয়াংকাইহুই জন্ম হৈছিল চীনদেশৰ হুনান প্ৰদেশৰ পান্‌টডাং নামৰ গাঁৱত। দেউতাক ইয়াংহুৱেই চুঙ আছিল সেই সময়ৰ হুনান প্ৰদেশৰ এজন চিন্তাশীল ব্যক্তি আৰু পেশাত শিক্ষক। সেই সময়ত মাও আছিল তেওঁৰ ছাত্ৰ। মাও আৰু হুই পৰিয়ালটোৰ মাজত সঘনে আহ-যাহ আছিল। ১৯১৮ চনত ইয়াংকাইহুইৰ দেউতাক পিকিং বিশ্ববিদ্যালয়ৰ অধ্যাপক হয় আৰু কাইহুইহঁত সপৰিয়ালে পিকিঙলৈ উঠি যায়। সেই বিশ্ববিদ্যালয়ত মাওক অধ্যাপকে চাকৰি এটাত নিযুক্তি দিয়ে। পিকিঙৰ ঘৰখনত মাৰ্ক্সবাদৰ ওপৰত নিতৌ আলোচনা, অধ্যয়ন, গৱেষণা আদি চলিবলৈ ধৰিলে। বিপ্লৱী মনোভাবাপন্ন ইয়াংকাইহুয়ে মাৰ্ক্সবাদী চিন্তা ধাৰাক, গভীৰভাৱে শিকি পেলালে। মাৰ্ক্সবাদৰ ওপৰত গভীৰ জ্ঞান লাভ কৰি ইয়াংকাইহুয়ে সেই সময়ৰ চীনৰ সামাজিক ধ্যান ধাৰণাৰ বিৰুদ্ধে নাৰী সমাজক সংঘবদ্ধ কৰি সামন্তবাদ আৰু সাম্ৰাজ্যবাদ বিৰোধী সংগ্ৰামৰ উত্তাল জোৱাৰৰ সৃষ্টি কৰিলে। মাও-চেৎটুঙে চাংচাত স্থাপন কৰা 'প্ৰগেছিভ বুক হাউচ'ৰ দেউলীয়া পুঁজিলৈ ইয়াংকাইহুয়ে দেউতাকৰ শ্ৰাদ্ধত উঠা একাংশ ধন দি হুনান

ছাত্ৰ সন্থাক অধিক সক্ৰিয় কৰি তুলিলে। মাওৰ নেতৃত্বত কমিউনিষ্ট সকলৰ দ্বাৰা গঠিত চীনা কমিউনিষ্ট পাৰ্টিৰ মহিলা সদস্যা আছিল কেৱল ইয়াংকাইহুই। বিপ্লৱৰ মাজতে মাও আৰু ইয়াংকাইহুইৰ মাজত প্ৰেমে বাৰুকৈয়ে খোপনি পুতিছিল। ১৯২০ চনত সংগ্ৰামী জীৱনৰ মাজেৰে গভীৰ প্ৰেম আৰু ভালপোৱাৰ নিদৰ্শনত মাও আৰু ইয়াংকাইহুইৰ মাজত শুভ বিবাহ সম্পন্ন হয়। চীনত স্বেচ্ছাচাৰী শাসক আৰু প্ৰতিক্ৰিয়াশীলহঁতৰ বিৰুদ্ধে জনগণৰ হৈ অস্ত্ৰ তুলিবলৈ মাও আৰু তেওঁৰ সতীৰ্থ কমৰেড চৌ এন লাইয়ে প্ৰতিষ্ঠা কৰা অনুষ্ঠানত ইয়াংকাইহুয়েও প্ৰশিক্ষণ ল'লে। কৃষকসকলৰ দ্বাৰা 'জনগণৰ সশস্ত্ৰ বিপ্লৱ'ৰ জৰিয়তে শোষকৰ বিৰুদ্ধে পাৰ্যমানে যুঁজ দিবলৈ ধৰিলে। অত্যাচাৰী চিয়াংকাইচেখৰ মাফিয়াবোৰেও কৃষকৰ ওপৰত নিৰ্মম হত্যালীলা চলালে। অত্যাচাৰীহঁতে ইয়াংকাইহুইক ১,০০০ টকাৰ বিনিময়ত উৰাই দিবলৈ নিৰ্দেশ দিলে। ১৯৩০ চনৰ ২৪ অক্টোবৰৰ নিশা অত্যাচাৰীহঁতে ইয়াংকাইহুইক বন্দী কৰিলে। মাও তেতিয়া পলাতক অৱস্থাত আছিল। ইয়াংকাইহুইৰ ওপৰত অত্যাচাৰ চলিল। তথাপি তেওঁ স্বামী মাওৰ বতৰা নিদিলে। ওখ পাহাৰৰ বুকুত ইয়াংকাইহুইৰ ওপৰত উপৰ্যুপৰি অত্যাচাৰ চলিল। ১৯৩০ চনৰ ১৪ নবেম্বৰত তেওঁ হাঁহি হাঁহি মৃত্যুক সাৱটি ল'লে।

# টমাছ আলভা এডিছন

*‘জীৱনৰ সুখ উপভোগ কৰিবলৈ হ’লে আনকো সেই সুখৰ সমভাগী হ’বলৈ দিব লাগিব। এনে কৰাটো কেৱল উদাৰতাই নহয় বুদ্ধিমানৰো কাম।’*

*— এ পি কিউৰাচ*

এ পি কিউৰাচৰ সুৰতে সুৰ মিলাই ক’ব পাৰি যে বিশ্ববিখ্যাত বিজ্ঞানীসকলৰ জীৱনত নাৰী, প্ৰেম, ভালপোৱা আদিৰ স্থান উৰ্ধ্বত। বিজ্ঞানীসকলৰ ব্যক্তিগত পাৰিবাৰিক জীৱনবোৰ কেতিয়াবা কেতিয়াবা খুউব বৈচিত্ৰ্যপূৰ্ণ হোৱা দেখা যায়। তেওঁলোকৰ সময়হীন জীৱন পৰিক্ৰমাতো বহু ক্ষেত্ৰতে দেখা যায় ব্যক্তিগত সুখ, দুখ, প্ৰেম-ভালপোৱা, ৰোমাঞ্চ বিবাহ আদি মজাৰ কাহিনীবোৰ।

## বিজ্ঞানী আৰু সৌন্দৰ্য

ৰোমাণ্টিক ভাবধাৰাৰ কবি-সাহিত্যিকসকল যিদৰে সৌন্দৰ্যপ্ৰেমী, সোন্দৰ্যৰ সাধক সেইদৰে বিজ্ঞানীসকলেও সৌন্দৰ্যক উপেক্ষা কৰা নাই। অৱশ্যে বিজ্ঞানী হ’লেই যে সৌন্দৰ্য, প্ৰেম, ভালপোৱা, ৰোমাঞ্চ আদি ভাল পাব নালাগিব বা সন্ন্যাসী হ’ব লাগিব তাৰ কোনো মানে নাই।

মানুহ মাত্ৰে সৌন্দৰ্য পিপাসু। অনাবিল সৌন্দৰ্যৰ ভাণ্ডাৰ ধুনীয়া ৰমনীয় পৃথিৱীখন জীৱশ্ৰেষ্ঠ মানৱে সুন্দৰ ৰূপত চাই নয়ন আৰু মন সাৰ্থক কৰিব বিচাৰে। মানুহৰ নয়নমণি শান্ত হয় ঘোৰ নীলা আকাশৰ উদাৰতাত, নীল যেন সাগৰৰ মহানতাত, বিনন্দীয়া পৃথিৱীৰ ছায়া ঘন অৰণ্যৰ মাজত, শিলে শিলে ঠেকা খাই নদীৰ বুকুত মিলি যোৱা নিজৰা, ঝৰ্ণাৰ প্ৰাচুৰ্যতাত, বহুতো গোপন কথা সাঁচি ৰখা পাহাৰৰ গোপন ভাঁজত।’

বিজ্ঞানে যিদৰে ধ্বংস কৰে সেইদৰে বিজ্ঞানে সৃষ্টিও কৰে। একো একোজন বিজ্ঞানী একো একোজন সৃষ্টিকৰ্তা। বিজ্ঞানৰ নতুন নতুন সৃষ্টিয়ে তেওঁলোকৰ মনত আমোদ দিয়ে। ১৯৬৫ চনত পদাৰ্থ বিজ্ঞানত নোবেল বঁটা বিজয়ী আমেৰিকাৰ পদাৰ্থবিদ ৰিচাৰ্ড ফাইনম্যানে কৈছিল, 'অনেকেভাবে, যে বিজ্ঞানে প্ৰকৃতিৰ সৌন্দৰ্য কমাই দিয়ে, নবঢ়ায়। গোপাল সুন্দৰ। কিন্তু তাক তৰপে তৰপে চাবলৈ গ'লে অথবা অণু-পৰমাণু বিশ্লেষণ কৰিলে সৌন্দৰ্য কমি যাব কিয়? কোনে কয় যে সৌন্দৰ্য কেৱল বিশাল মাত্ৰাতহে উপস্থিত, সূক্ষ্ম মাত্ৰাত নহয়। বিজ্ঞানৰ আবিষ্কাৰে ফুলৰ চমক বঢ়ায়', বঢ়ায় — ৰহস্য কিম্বা আকৰ্ষণ। বিজ্ঞানে যোগ কৰে, বিয়োগ নহয়।'

..... এজন বীজগণিতৰ অধ্যাপক, যি বিৰাট বিৰাট ফৰ্মুলা তৈয়াৰ কৰে, তেওঁ দিন-ৰাত এজাক সুন্দৰী গাভৰুৰ লগত ক্লাবত নাচি থাকে। অধ্যাপকৰ অশান্ত হাত গাভৰুহঁতৰ কঁকালত। সুৰা আৰু নাৰীৰ মাজতে অধ্যাপকে যেন বিচাৰি পায় বীজগণিতৰ বিৰাট বিৰাট ফৰ্মুলাবিলাক। বীজগণিতৰ ফৰ্মুলা অধ্যাপকে মুখেৰে কৈ যায় বাকী সহকাৰীসকলে কাগজত লিখি যায়।

এদিন সহকাৰী অধ্যাপকসকলৰ ফালৰ পৰা তেওঁক প্ৰশ্ন কৰা হ'ল— 'ইমান টান টান অংকৰ ফৰ্মুলাবোৰ তেওঁ কোন সময়ত উদ্ভাৱন কৰে?'

অধ্যাপকৰ উত্তৰ — 'সৌন্দৰ্যই মোৰ ফৰ্মুলা সৃষ্টিৰ উৎস। সৌন্দৰ্যৰ হিচাপ-নিকাচ কৰোতেই মোৰ অংক কৰা আৰম্ভ হৈ যায়। মই যেতিয়া এজনীৰ পাছত এজনী ৰূপহীৰ কঁকালত ধৰি নাচি থাকো, তেতিয়া বিচাৰ কৰো — কোন কিমান বেছি ধুনীয়া। যদি বেছি ধুনীয়া তেন্তে কিহৰ বাবে? যদি নাকটো, চকু দুটা, ওঁঠ বা আন কিবা অংগ, এইবোৰ সুন্দৰ বুলি কোৱাৰ উৎস ক'ত? কিহৰ সমষ্টিত ধুনীয়া হ'ব পাৰে? মানুহৰ দেহটোত যিবোৰ 'ডট' আছে, মানে অণু আছে সেই অণুবোৰৰ সমষ্টি যদি যথাযথ হয়, সমপাত অনুপাতবোৰ শুদ্ধভাবে গঠিত হয় তেন্তে সুন্দৰ বুলি কোৱাত কোনো অসুবিধা নাথাকে। সেইবোৰ — বিচাৰ কৰোতেই মোৰ ফৰ্মুলাটোৰ উদ্ভৱ হয়। সকলো কামৰে যদি প্ৰ'পৰশ্বনেট (proportionate) ঠিক হয়, সিয়েই সুন্দৰ। এয়াই হ'ল বিখ্যাত বীজগণিতৰ অধ্যাপক জনাৰ সৌন্দৰ্যৰ মাজেৰে সৃষ্টিৰ ৰহস্য।

# বৈজ্ঞানিক দৃষ্টিত প্ৰেম

গ্লোবেল ভিলেজলৈ ৰূপান্তৰিত পৃথিৱীৰ মানুহৰ বাবে চেটেলাইট চিভি, ইণ্টাৰনেট, ই-মেইল, কম্পিউটাৰ, ম'বাইল ফোন, যন্ত্ৰ মানৱ আদিৰ ৰিভলিউচনে আৰু অত্যাধুনিক প্ৰযুক্তি বিদ্যা তথা যান্ত্ৰিক যুগে প্ৰেমৰ সংজ্ঞা সলনি কৰি পেলাইছে। বৈজ্ঞানিকসকলে মানুহৰ দেহমস্তকৰ প্ৰেমৰ অনুভূতিটোকো তৰপে তৰপে বিশ্লেষণ কৰি চাইছে। বিজ্ঞানীসকলৰ দৃষ্টিত প্ৰেম হ'ল, অণু-পৰমাণৰ এক জটিল কীৰ্ত্তি। প্ৰেম হ'ল অণু-পৰমাণুৰ এক বিচিত্ৰ খেল।

আমেৰিকাৰ বিজ্ঞানী ডঃ ড'নাল্ড, এফ ক্লিন, মাইকেল আৰু লিয়েবেথে উল্লেখ কৰিছে যে এমফেটামাইন (Amphetamine) আৰু ফিনাইল ইথাইল-এমিন (Phenyl-Ethyl-Amin) চমুকৈ পি ই এ এই দুবিধ পৰিপূৰক ৰসায়নিক পদাৰ্থই আমাৰ প্ৰেমৰ অনুভূতিক বিশেষভাৱে নিয়ন্ত্ৰণ কৰে। বৈজ্ঞানিকসকলৰ মতে প্ৰেমৰ ৰোমাঞ্চিত সময়ত এই এমফেটামইন বৃদ্ধি পায় বা এমফেটামাইন অপসাৰণ হয়। যাৰ ফলত নাৰী-পুৰুষ অস্থিৰ হয়।

. বৈজ্ঞানিকসকলে গৱেষণাৰ দ্বাৰা প্ৰমাণ কৰিছে যে এই ৰসায়ন সংঘটিত হয় এটি পদাৰ্থৰ দ্বাৰা। পদাৰ্থবিধৰ নাম হ'ল — অক্সিটোচিন (Oxitosin)। এই অক্সিটোচিনৰ উৎস হ'ল 'মস্তিষ্ক'। সাধাৰণতে মস্তিষ্কত এই অক্সিটোচিন উৎপাদিত হয়। অক্সিটোচিনে প্ৰায়ে মাংসপেশী আৰু স্নায়ুক চঞ্চল কৰি তোলে। পুৰুষৰ ক্ষেত্ৰত মৈথুনৰ সময়ত মস্তিষ্কত এই অক্সিটোচিনৰ পৰিমাণ তিনিৰ পৰা পাঁচ গু ণ বৃদ্ধি পায়। নাৰীৰ ক্ষেত্ৰত এই অক্সিটোচিনৰ জৰায়ু সংকোচন, স্তনলৈ দুগ্ধ অহা, সন্তানটিক আদৰ কৰা আদি কাৰ্যত সহায় কৰে। অক্সিটোচিনৰ মাত্ৰা পুৰুষতকৈ নাৰীৰ বেছি। বিজ্ঞানীসকলে প্ৰাণীৰ দেহত এই অইক্সটোচিন প্ৰয়োগ কৰি দেখা পাইছিল যে স্ত্ৰী আৰু পুৰুষৰ মাজত ঘনিষ্ঠতা হঠাৎ বৃদ্ধি পাইছে। প্ৰকৃততে যিসময়ত জীৱই প্ৰ'টজৱা (Protozoa) ৰ পৰা মেট'জৱা (Metozoa) লৈ উন্নীত হৈছিল সেই সময়ৰ পৰাই কামনা আৰম্ভণি হৈছিল আৰু তেতিয়াই স্ত্ৰী প্ৰজাতি আৰু পুৰুষ প্ৰজাতিৰ পৰম্পৰৰ মাজত এক বিশেষ আকৰ্ষণৰো সূচনা হৈছিল।

যন্ত্ৰসৰ্বস্ব জটিল পৃথিৱীখনত বিজ্ঞানে কৰা নাই কি? মানুহৰ অনুভূতিটোকো বিজ্ঞানে ক'ৰ পৰা ক'লৈ লৈ গৈছে ভাবিলে আচৰিত হ'ব লাগে। ই-মেইলৰ সহায়ত স্বামী-স্ত্ৰী বা প্ৰেম পিয়াসী কোনো প্ৰেমিক-প্ৰেমিকাই নিৰ্দিষ্ট সময় আৰু স্থান ঠিক কৰি লৈ শ শ কিঃ মিঃ দূৰত থাকিও 'ভাৰ্চুৱেল ছেক্স' কৰিব পাৰে। ভাৰ্চুৱেল ৰিয়েলিটি অৰ্থাৎ আপাত-বাস্তৱ বা কল্পিত বাস্তৱ প্ৰযুক্তিৰ দ্বাৰা মানুহে সক্ৰিয় নোহোৱাকৈ বা দ্বিতীয় ব্যক্তিৰ উপস্থিতিৰ অবিহনেও বাস্তৱ অভিজ্ঞতাৰ সোৱাদ গ্ৰহণ কৰিব পাৰে। অৰ্থাৎ একবিংশ শতিকাত প্ৰেমৰ অনুভূতি পৰ্যন্ত যন্ত্ৰই দান কৰিব। 'ছেক্সবট' নামৰ অতি আকৰ্ষণীয় ৰবটে নতুন প্ৰজন্মক যৌন জীৱনৰ সোৱাদ দিব। আজিৰ যুগত উন্নত দেশ দুখনমানৰ নতুন প্ৰজন্মৰ দুই-এক ব্যস্ত হৈ পৰিছে ইণ্টাৰনেট ভাৰ্চুৱেল ৰিয়েলিটিৰ জৰিয়তে নিজৰ প্ৰিয়জনৰ সৈতে প্ৰেম ৰোমাঞ্চ কৰাত।

আমেৰিকাৰ 'চাইক'লজিকেল ছ'চাইটিয়ে চলোৱা এক সমীক্ষা মতে প্ৰেম স্বাস্থ্যৰ মহৌষধ। জীৱনজোৱা প্ৰেম-ৰোমাঞ্চে মানুহৰ স্বাস্থ্যৰ বিশেষভাৱে উন্নতি সাধন কৰিব পাৰে। ....গৱেষকসকলে প্ৰকাশ কৰিছে যে আন্তৰিকভাৱে কৰা চুম্বনৰ সময়ত দেহত এক বৃহৎ পৰিমাণৰ বৈদ্যুতিক আধানৰ সৃষ্টি হয় আৰু ই বহুতো ৰোগৰ উপশম ঘটাব পাৰে। প্ৰেমে মানুহক দীৰ্ঘায়ু কৰে। গৱেষকসকলৰ মতে প্ৰেম নকৰা ব্যক্তিতকৈ প্ৰেম কৰা ব্যক্তিসকল বেছি দিন জীয়াই থাকে।

নাৰী....। তেনেই চুটি শব্দ! এই সংবেদনশীল শব্দটো চুটি যদিওই ব্যঞ্জনাৰে অনন্যা। এই চুটি শব্দটোৱেই কঁপাই আছে সমগ্ৰ বিশ্বব্ৰহ্মাণ্ড।

পুৰুষৰ জীৱনত নাৰী হ'ল প্ৰেৰণাৰ উৎস। পুৰুষ মাত্ৰে নাৰীৰ সান্নিধ্য বিচাৰে। নাৰীয়েই হ'ল পুৰুষৰ জীৱনৰ আটাইতকৈ শক্তিশালী শক্তি। পুৰুষৰ উন্নতিৰ জখলাত বগাবলৈ এগৰাকী নাৰীৰ সান্নিধ্য তথা ত্যাগৰ কথা স্বীকাৰ কৰিব লাগিব। নাৰী আৰু পুৰুষ মিলিয়েই ৰচি আহিছে মানৱ সংসাৰৰ দীঘলীয়া ইতিহাস।

দৈনন্দিন পৰিশ্ৰৰ অন্তত বিজ্ঞানীসকলেও শান্তিৰ নীড় বিচাৰি মনৰ মানুহগৰাকীৰ কাষ চাপে। কায়ো মনো চিত্তে মিলি যায় অধীৰ অপেক্ষাকৃত নাৰী গৰাকীৰ মৰম ভালপোৱাৰ মাজত।

## বিজ্ঞানী ফাইনম্যানৰ প্ৰেমৰ কথাৰে ......

কোৱাণ্টাম ইলেকট্ৰ ডাইনেমিক্সত নোবেল বঁটা ৰিজয়ী মহান বিজ্ঞানী ফাইনম্যানে কেইবাবাৰো প্ৰেমত পৰিছিল আৰু কেইবাগৰাকীও নাৰীৰ সান্নিধ্যলৈ আহিছিল। তেওঁ তিনিগৰাকী নাৰীৰ সৈতে বিবাহ পাশত আৱদ্ধ হৈছিল। তিনিগৰাকী নাৰীৰ ভিতৰত তেওঁ একেধাৰে শৈশৱৰ বান্ধৱী, প্ৰেমিকা আৰু প্ৰথমা পত্নী 'আৰলিন গ্ৰিনবাম'ক খুউব ভাল পাইছিল। হৃদয়ৰ সমস্ত আন্তৰিকতাৰে ভালপোৱা ফাইনম্যানৰ প্ৰথম প্ৰেম তথা প্ৰথমা পত্নী আৰলিন বৰ বেছিদিন জীয়াই নাথাকিল বিখ্যাত বিজ্ঞানীজনাৰ বুকুৰ মাজত। ফাইনম্যানৰ চিঠিৰ ভাব-ভাষাৰ পৰা ধৰিব পাৰি বিখ্যাত বিজ্ঞানীজনাৰ প্ৰেমৰ গভীৰতাৰ কথা। মৰমৰ পত্নীগৰাকী মৃত্যুৰ পাছতো তেওঁ চিঠি লিখিছিল পত্নীলৈ। তেওঁ লেখিছিল—

প্ৰিয় আৰলিন,

সোণজনী মোৰ। মই তোমাক ভাল পাওঁ। মই জানো এই কথা শুনিবলৈ তুমি ভালপোৱা। কিন্তু, তুমি ভাল পোৱা কাৰণেই যে লিখিছো এনে নহয়। লিখিছো এই কাৰণেই যে লিখোতে মোৰ হৃদয়খন প্ৰেমেৰে ভৰি পৰে। .....মই ক'ব বিচাৰো, মই তোমাক ভাল পাওঁ। এতিয়াও ভাল পাই আছো। চিৰদিন চিৰকাল তোমাক ভাল পাই থাকিম। ..... এতিয়াও মই তোমাৰ যত্ন ল'ব বিচাৰো। বিচাৰো তুমিও মোৰ যত্ন লোৱা। ..... মই বৰ অকলশৰীয়া। যেতিয়া তুমি অসুস্থ আছিলা তেতিয়া কৈছিলা মোক বহুত কিবাকিবি দিব খোজা।

মই মাত্ৰ কৈছিলো এতিয়া একো নিবিচাৰো। তোমাক যিহেতু ভাল পাওঁ গতিকে মই সকলো পাইছো। এতিয়াতো তুমি মোক একো দিব নোৱৰা। তথাপি তোমাক ভাল পাওঁ। তুমি মোৰ হৃদয়ত এনেদৰে ভৰি আছা যে আনৰ কথা ভাবিবই নোৱাৰো। তুমি মৃত। তথাপি কাৰোবাৰ জীৱিত প্ৰেমতকৈ তুমি বহুত ভাল মোৰ কাৰণে। ....তুমি মৃত নহয়। তুমি এতিয়াও মোৰ কাষত। মোৰ মৰমৰ পত্নী এতিয়াও মোৰ হৃদয়ত আছে। মই তোমাক ভাল পাওঁ....।

ইতি —

পুনৰ মোক ক্ষমা কৰিবা। চিঠিখন তোমাক দিব নোৱাৰিলো। কাৰণ তোমাৰ নতুন ঠিকনা মোৰ অজ্ঞাত।

উল্লেখযোগ্য যে ফাইনম্যানৰ মৃত্যুৰ বহুদিনৰ পাছতহে উক্ত চিঠিখন তেওঁৰে এটি ব্যক্তিগত বাকচৰপৰা উদ্ধাৰ কৰা হৈছিল।

সঁচাকৈয়ে মহান বিজ্ঞানীজনাৰ জীৱনত নাৰীৰ প্ৰভাৱ মনকৰিবলগীয়া। তেওঁৰ দ্বিতীয় পত্নী মেৰী লুইজিৰ লগত বিয়াৰ চাৰি বছৰৰ পাছতে বিবাহ বিচ্ছেদ ঘটে। পত্নীৰ অভিযোগ আছিল এনেধৰণৰ যে — তেওঁ স্বামীৰ বঙ্গো বজোৱা — অতিশয় শ্ৰুতিকটু তথা বিৰক্তিদায়ক। ফাইনম্যানে শুই উঠিয়েই যে কেলকুলামৰ অংক লৈ বহে এনে নহয়, তেওঁ গাড়ী চলাই গৈ থাকোতে ঘৰত বহি থাকোতে, আনকি পত্নীৰ সৈতে ৰাত্ৰি যাপনৰ সময়খিনিতো খালি হিচাপ আৰু হিচাপ। .... এনেকৈ বাৰু কোনোবাই সংসাৰ কৰিব পাৰেনে? .... ঘোৰ অত্যাচাৰ....।

উল্লেখযোগ্য যে এই বাতৰিটো আন্তৰাষ্ট্ৰীয় 'টাইম' আলোচনীৰ শিৰোনামাত স্থান পাইছিল।

ফাইনম্যানৰ মনটো বাৰে বাৰে উৰা মাৰে প্ৰথমা পত্নী কাষলৈ। য'ত আছে প্ৰেমৰ দিনবিলাক ভালপোৱাৰ পাগলামি, সুখী দাম্পত্য জীৱন। বন্ধু-বান্ধৱ, উদ্দাম নাচ-গান, ছবিও আঁকে, ক্লাবত বঙ্গো বজায়, বিয়াও কৰাইছিল তিনিবাৰ লেডি কিলাৰ' হিচাপে! কেতিয়াবা আকৌ তেওঁ হৈ পৰে বেহিচাপি উচ্ছৃংখল মনৰ। ফাইনম্যান বিজ্ঞানী মহলাত প্ৰতিষ্ঠিত জিনিয়াচ হিচাপে।

## এডিছনৰ প্ৰেম

'নাৰী আৰু প্ৰেম' বিজ্ঞানৰ জটিল ফৰ্মূলা উদ্‌ঘাটন কৰা আৰু ব্যক্তিগত জীৱনত অৰিহনা যোগোৱা বিশ্ব বিখ্যাত বৈজ্ঞানিক জনা হ'ল টমাছ আলভা এডিছন (Thómas Alva Edision) । ১৮৪৭ চনৰ ১১ ফেব্ৰুৱাৰীত জন্মগ্ৰহণ কৰা বিখ্যাত মাৰ্কিন বিজ্ঞানী তথা আৱিষ্কাৰক টমাছ আলভা এডিছনক 'আৱিষ্কাৰৰ মেছিন' আৰু 'আধুনিক প্ৰযুক্তিবিদ্যাৰ জনক' বুলি আখ্যা দিয়া হয়।

এডিছনে ১৮৭৯ চনত মেনলো পাৰ্কৰ তেওঁৰ নিজা গৱেষণাগাৰত উদ্ভাৱন কৰিছিল ইলেকট্ৰিক বাল্ব বা 'বিজুলী চাকি'। এডিছনেই টেলিগ্ৰাফ, গ্ৰামোফোন বা কথা কোৱা যন্ত্ৰ, চলচ্চিত্ৰৰ কেমেৰা আদি যন্ত্ৰৰো আৱিষ্কাৰক।

বিজ্ঞানৰ দৰে জীৱন-যাপনো এডিছনৰ বাবে আছিল প্ৰাণোচ্ছলতাৰ এক পৰ্ব। তেওঁৰ প্ৰেম নিবেদন প্ৰথাও আছিল সুকীয়া। একেবাৰে বৈজ্ঞানিক ধৰণ-কৰণৰ প্ৰেম নিবেদন। তেওঁৰ প্ৰেমিকাৰ নাম আছিল 'মিনা মিলাৰ'। মিনা আছিল এডিছনতকৈ প্ৰায় কুৰি বছৰে সৰু। এডিছনৰ বয়স যেতিয়া ৩৮ বছৰ তেতিয়া মিনাৰ বয়স মাত্ৰ ১৮ বছৰ। তেওঁ মিনাক প্ৰথম প্ৰেম নিবেদন কৰিছিল চলন্ত ৰেল গাড়ীৰ ভিতৰত। সিও এক মজাৰ ৰোমাঞ্চকৰ প্ৰেম কাহিনী।

## এডিছনৰ বৈজ্ঞানিক প্ৰথাৰে প্ৰেম নিবেদন

উল্লেখযোগ্য যে টেলিগ্ৰাফত 'মৰ্ছ' নামৰ এটা সাংকেতিক ভাষাৰে তথ্যবোৰ প্ৰেৰণ কৰা হয়। মৰ্ছ নামৰ এগৰাকী বিজ্ঞানীয়ে মৰ্ছ সংকেতৰ উদ্ভাৱন কৰিছিল। এই সাংকেতিক ভাষাত ইংৰাজী আখৰবোৰক কিছুমান 'ডট' (.) আৰু ডেছ' (—) চিনেৰে প্ৰকাশ কৰা হয়। এডিছনে মিনাক বৈজ্ঞানিক প্ৰথাৰে প্ৰেম নিবেদন কৰিছিল এনেধৰণৰ —

..... মিনাৰ হাতখন এডিছনে আলফুলকৈ ধৰি মিনাৰ হাতৰ তলুৱাত তেওঁ আঙুলিৰে সুৰ সুৰাই দিলে। অৰ্থপূৰ্ণ সুৰসুৰণি, যাৰ 'মৰ্ছ' সংকেতৰ ভাষাৰে অৰ্থ হ'ল, 'হৃদয়বানে তোমাৰ হৃদয়খন বিচাৰিছে, তুমি মোক বিয়া কৰাবানে?'

বৈজ্ঞানিক প্ৰেম নিবেদনৰ অৰ্থ সমূলি বুজি নোপোৱা মিনাই লাজতে ৰঙা-চিঙা পৰি গ'ল। উল্লেখযোগ্য যে লাজকুৰীয়া স্বভাৱটো আমাৰ বহুতৰে কম-বেছি পৰিমাণে আছে। লাজ আকৌ নাৰীৰ অলংকাৰ বুলিও কোৱা হয়। অথচ প্ৰয়োজনতকৈ অধিক লাজ কৰাটোও 'এৰোথ্ৰোপেৰিয়া' ৰোগৰ লক্ষণ। অৱশ্যে মিনাৰ ক্ষেত্ৰত সেয়া হোৱা নাছিল। ....প্ৰেম নিবেদনৰ কোনো ভাষা নাথাকে, সৰ্বজনীন প্ৰেমৰ ভাষা। নিঃশব্দতাই হ'ল প্ৰেমৰ সৰ্বোৎকৃষ্ট ভাষা। যাৰ হৃদয় প্ৰেমে ভৰপূৰ হৈ থাকে তেওঁক প্ৰেম নিবেদনৰ কোনো ভাষাৰে প্ৰয়োজন নাই। আপোনা-আপুনি প্ৰেমে প্ৰকাশ পায়। প্ৰেম হয়তো এনেকুৱাই। ..... মিনায়ো একো বুজি নাপাই এডিছনৰ হাতখনত মাথো সুৰসুৰাই দিলে। যাৰ মৰ্ছ' সংকেতৰ অৰ্থ হয় পজেটিভ, 'Yes' অৰ্থাৎ 'হয়' কৰাম।'

..... এইদৰেই দুয়োৰে মাজত প্ৰেম নিবেদন পৰ্বটি হৈ যায় চলন্ত ৰেলৰ ডবাৰ ভিতৰত। কিছুদিনৰ পাছতেই দুয়োৰে বিবাহ কাৰ্যটি সুকলমে হৈ যায়। এয়াও যেন জীৱনৰ এৰাব নোৱৰা এক আটিল বান্ধোন। জীৱনৰ ওঠৰটা বসন্ত গৰকা মিনা মিলাৰে জীৱনৰ বাটত সাৰথি হিচাপে গ্ৰহণ কৰিলে টমাছ আলভা এডিছনক।

বিখ্যাত বৈজ্ঞানিক জনাৰ প্ৰথম প্ৰেম আৰু প্ৰথমা পত্নী অৱশ্যে মিনা নাছিল। এডিছনৰ প্ৰথমা পত্নীৰ নাম আছিল 'মেৰীষ্টিলৱেল'। 'মেনলো পাৰ্ক' নামৰ এখনি সৰু গাঁৱত দুয়োৰে সুখী সংসাৰ অতিবাহিত কৰিছিল। এডিছন সেই সময়ত টেলিগ্ৰাফৰ নতুন নতুন আৱিষ্কাৰক লৈ ব্যস্ত আছিল। বিজ্ঞানৰ ন ন আৱিষ্কাৰ আৰু পত্নী মেৰীৰ মৰম-প্ৰেম-প্ৰেৰণা আদিৰ মাজেৰে এটি সুখী পৰিয়াল সুন্দৰভাবে চলি গৈছিল। মেৰীৰ ফালৰ পৰা এডিছন সন্তানৰ বাপেকী হৈছিল। প্ৰথম কন্যা সন্তানটিৰ নাম ৰাখিছিল মৰ্ছ সংকেতৰ ভাষাৰে 'ডট' আৰু ল'ৰা সন্তানটোৰ নাম ৰাখিছিল 'ডেছ'।

মেৰীয়ে অৱশ্যে এডিছনৰ সোণৰ সংসাৰখনত বেছিদিন ৰাজপাট খাবলৈ নাপালে। বিয়াৰ বাৰ বছৰ পিচতেই মেৰীৰ মৃত্যু হয়। মেৰীৰ মৃত্যুৰ পাছত এডিছনৰ হৃদয় ভাঙি পৰিল। তেওঁ সেই সৰু গাঁওখন এৰি নিউ ইয়ৰ্কত থাকিবলৈ ল'লে আৰু নিউয়ৰ্কতে এটি গৱেষণাগাৰ স্থাপন কৰি গৱেষণাৰ কামত নিজকে মগ্ন ৰাখিলে। তথাপি মাজে মাজে মেৰীৰ স্মৃতিয়ে তেওঁক বাৰে বাৰে আমনি কৰিবলৈ ধৰিলে। বাৰে বাৰে তেওঁৰ মনটো উৰা মাৰে মেৰীৰ কাষলৈ। এডিছনৰ স্বাস্থ্য ক্ৰমাৎ ভাঙি পৰিল।

মানুহক মানুহৰ সান্নিধ্যৰ প্ৰয়োজন। কাৰোবাক পাহৰিবলৈ কাৰোবাৰ সান্নিধ্য নিতান্তই প্ৰয়োজন। কাৰোবাৰ সান্নিধ্যই হয়তো বিগত জনৰ স্মৃতি মনৰ মণিকোঠাৰ পৰা মচি নিয়াত সহায় কৰে।

এটা সময়ত এডিছন তেওঁৰ এসময়ৰ সহকৰ্মী এজ্ৰা গিল্লিলেণ্ডৰ সংস্পৰ্শলৈ আহে। এডিছন আৰু গিল্লিলেণ্ডৰ পৰিয়ালৰ মাজত বেচ ঘনিষ্ঠতা বাঢ়িল। গিল্লিলেণ্ড দম্পতী থাকে বষ্টনত। এডিছনৰ মনটো বেয়া লাগিলেই এডিছন বাষ্টনত থকা গিল্লিলেণ্ডৰ পৰিয়ালৰ ওচৰ পায়গৈ। মিছ গিল্লিলেণ্ডৰ পৰিয়ালৰ ওচৰ পায়গৈ।

মিছ্ গিল্লিলেণ্ডৰ পৰিয়ালৰ তৎপৰতাত এডিছনৰ মন-প্ৰাণ পুনৰ জীপাল হৈ উঠে। এডিছনৰ ওচৰলৈ চৌখিনতা ঘূৰি আহিল মিছ্ গিল্লিলেণ্ডৰ যৎপৰোনাস্তি চেষ্টাৰ বলত। তেওঁ বষ্টনৰ পেক্ষাগৃহত সংগীত অপেৰা নাচ-গান আদি চাবলৈ ধৰিলে। তাৰ মাজতে ৰূপহী গাভৰুইঁতক দেখি বৈজ্ঞানিক জনাৰ মন-প্ৰাণ বাৰুকৈয়ে দহিলে। এগৰাকী নাৰীৰ অবহনে যে পুৰুষৰ হৃদয় শূন্যময় তেওঁ তাক বাৰুকৈয়ে অনুভৱ কৰিলে। তেওঁৰ সন্তানকেইটাৰ আদৰ, যত্ন আদিৰ বাবে যে এগৰাকী সুগৃহিনীৰ প্ৰয়োজন তাক তেওঁ ভালদৰে অনুভৱ কৰিলে। মেৰীৰ মৃত্যুৰ পিছতো বহুতো সুন্দৰী গাভৰুৱে এডিছনক প্ৰেম নিবেদন কৰিছিল। কিন্তু এগৰাকীও গাভৰুৰ প্ৰস্তাৱ তেওঁ স্বীকাৰ নকৰিলে। .... এটা সময়ত প্ৰত্যুৎপন্নমতি শ্ৰীমতী গিল্লিলেণ্ডে এডিছনৰ আগত দ্বিতীয় বিবাহৰ কথা উলিয়ালে এডিছনৰ মনৰ কথা তেওঁ যেন পঢ়িব পাৰিছিল। এডিছনে সন্মতি দিলে। যেন গিল্লিলেণ্ড দম্পতীয়ে এডিছনৰ বাবে আলেঙে আলেঙে ছোৱালী বিচাৰিলে।

এডিছন গিল্লিলেণ্ডৰ ঘৰত উপস্থিত হ'লেই বৰলা এডিছনৰ মন ভাল লগাবলৈ তেওঁলোকে সুন্দৰী গাভৰুসকলক আমন্ত্ৰণ কৰে। উল্লেখযোগ্য যে মহান বিজ্ঞানীজনাৰ মন জিনিবলৈ সেই সময়ত বহু ঠাইৰ পৰা সুন্দৰী গাভৰু গিল্লিলেণ্ডৰ ঘৰত উপস্থিত হৈছিল। সেই সময়ত এডিছন আছিল অজস্ৰ ধন-সম্পত্তিৰ মালিক। ইফালে তেওঁৰ যশ-খ্যাতি পৃথিবীৰ ইমূৰে-সিমূৰ চুই গৈছে। অৱশ্যে গিল্লিলেণ্ডৰ ঘৰত সমাবেশ হোৱা এগৰাকী সুন্দৰীকো এডিছনৰ ভাল নালাগিল।

..... অৱশেষত এগৰাকী ওঠৰ বছৰীয়া গাভৰু প্ৰতি এডিছন আকৃষ্ট হ'ল। তেওঁ হ'ল গায়িকা। শ্ৰীমতী গিল্লিলেণ্ডে তেওঁক গান গাবলৈ তেওঁলোকৰ ঘৰলৈ আমন্ত্ৰণ জনাইছিল। ছোৱালী গৰাকীৰ প্ৰেমত পৰি বিখ্যাত বিজ্ঞানী জনাই এবাৰ কবিতা এটিকে লিখি পেলালে।

প্ৰথম দৰ্শনতে এডিছনৰ হৃদয়ত কবিতা সৃষ্টি কৰব পৰা গাভৰু গৰাকীয়ে হ'ল — 'মিনা মিলাৰ। মিনা ফুলৰ নিষ্কলুষ পাপৰি; শৰতৰ নিয়ৰ সিক্ত পবিত্ৰ শেৱালি, পাষাণকো প্ৰেমত পেলাব পৰা সৌন্দৰ্যৰ অধিকাৰী। পূৰ্ণিমাৰ জোনৰ শুক্ল কান্তিৰ প্ৰতিমূৰ্তি মিনা। এডিছনৰ বাবে মিনা এবুকু আশা ..... এবুকু সপোন ....কল্পনাৰ ৰশ্মি।

মিনা মিলাৰৰ বিষয়ে এডিছনে কৈছিল — "মিনাক দেখাৰ পিছৰে পৰা মই তাইৰ কথা — ভাবি অনবৰত ইমান অন্যমনস্ক হৈ থাকো যে এবাৰ মই গাড়ীৰ তলতেই পৰিব খুজিছিলো। যদি মোৰ ভাবনাত মিনাই ইয়াতকৈ অধিক ভিতৰলৈ অনুপ্ৰবেশ কৰে, মই সম্ভৱ দুৰ্ঘটনাৰ জীৱন বীমা এখন কৰাই থ'ব লাগিব....।'

সেই সময়ত এডিছনৰ সন্মুখত এটি সমস্যাই দেখা দিছিল। সমস্যাটো হ'ল মিনাৰ কাৰণে ইতিমধ্যে মিনাৰ দেউতাকে মিনাৰ সমবয়সীয়া এজন দৰা চাই থৈছিল। এডিছনে ভাবিলে সেই ডেকা জনক মিনাৰ হৃদয়ৰ পৰা দূৰলৈ খেদি পঠিয়াই মিনাৰ হৃদয়ত তেওঁ নিগাজিকৈ আসন পাৰি বহি ল'ব লাগিব! এতিয়া এডিছনৰ কাম হ'ল মিনাক প্ৰেমৰ প্ৰস্তাৱ দিয়া! কিন্তু এগৰাকী গাভৰুৰ ওচৰত নিৰ্লজভাৱে তেওঁ প্ৰেমৰ প্ৰস্তাৱ কি দৰে?

সুবিধা পালেই এডিছনে মিনাক লগ কৰে আৰু তেওঁৰ লগত সময় কটাবলৈ যত্ন কৰে। এডিছনে মিনাক মৰ্ছ সংকেত শিকায়। তাৰ মাজতে মনৰ কথা ক'বলৈ চেষ্টা কৰে। কিন্তু সেয়া হ'লে কোৱা নহয়গৈ। প্ৰকৃততে প্ৰেমত পৰা মানুহৰ এনে অৱস্থা হৈয়েই। প্ৰেমাস্পদ কাষত নাথাকিলে ভাব হয় লগ পালে বহু কথা পাতিম.... প্ৰেমৰ কথা! হৃদয়ৰ কথা.....।...... কিন্তু লগ পালে একো কথা কোৱা হৈ নুঠেগৈ। এডিছনৰ ক্ষেত্ৰতো তেনেই হ'বলৈ ধৰিলে। তেওঁ মিনাৰ ওচৰত প্ৰেমৰ প্ৰস্তাৱ দিবলৈ সুযোগ সুবিধা বিচাৰি ফুৰিলে।....হঠাৎ এদিন এডিছনে সেই সুযোগ গ্ৰহণ কৰিলে। এডিছন, মিনা, ডট আৰু গিল্লিলেণ্ড দম্পতীয়ে ৰেলগাড়ীৰে এঠাইলৈ বুলি যাত্ৰা কৰছিল। এডিছনৰ কাষত মিনা, তেওঁৰ মন থৌকি-বাথৌ। লুকাই চুৰকৈ মাজে মাজে দুই-এবাৰ তেওঁ মিনালৈ চায়। এক আমেজে ভৰা শিহৰণ..... অদ্ভুত মাদকতা! প্ৰিয়জনক প্ৰেমৰ প্ৰস্তাৱ দিব লাগে। হঠাৎ এডিছনৰ মৰ্ছ সংকেতলৈ মনত পৰিল.....।

মিনাৰ ফুলকোমল হাতৰ তলুৱাত এডিছনে সুৰ সুৰাই দিলে। মৰ্ছ সংকেতৰ ভাষা বুজি নোপোৱা মিনায়ো অৱশ্যে এডিছনৰ হাতত সুৰসুৰাই পজেটিভ উত্তৰে দিলে। মিনাৰ পৰা পজেটিভ উত্তৰ পাই এডিছনৰ মন-প্ৰাণ নাচি উঠিল আনন্দত।

তেওঁ যেন মিনাক সাৰাটি বাহুৰ মাজত লুকুৱাই ল'ব। চেম কীনৰ ভাষাৰে ক'ব পাৰি — এগৰাকী নিখুঁত ব্যক্তিক বিচৰাটোৱেই প্ৰেমৰ উদ্দেশ্য নহয়। বৰঞ্চ প্ৰেমৰ জৰিয়তে অপূৰ্ণ ব্যক্তিত্বক পৰিপূৰ্ণভাৱে উন্মোচন কৰাটোহে মূল কথা।'

প্ৰেমৰ জৰিয়তেই বিশ্ব চৰাচৰ এক সাৱলীল গতিত চলি আছে। প্ৰেমৰ অবিহনে মানুহৰ জীৱন হয় অপূৰ্ণ। প্ৰেমে বিচাৰে দুটি মন এটি কৰাৰ গোপন অভিযান, প্ৰেম মাথো প্ৰেমেই। ই নদীৰ দৰে চিৰ প্ৰবাহমান। প্ৰেমক বৰ্ণময় শব্দৰ ব্যঞ্জনাৰে উপমা দিব নোৱাৰি।

এডিছন আছিল আধুনিক বৈজ্ঞানিক যন্ত্ৰপাতিৰ উদ্ভাৱন আৰু প্ৰযুক্তিৰ সম্ৰাট। শৈশৱতে ৰেলত সংবাদপত্ৰ বিক্ৰেতা হিচাপে জীৱিকা অৰ্জন কৰা এডিছনে ১৫ বছৰ বয়সতেই চলন্ত ৰেলৰ পৰাই তেওঁ প্ৰকাশ কৰিছিল 'গ্ৰেণ্ড ট্ৰাংক হেৰাল্ড' নামৰ এখন সাদিনীয়া সংবাদপত্ৰৰ। উল্লেখযোগ্য যে এডিছনেই হ'ল বিশ্বৰ কনিষ্ঠতম সম্পাদক। ৰেলত কাম কৰোতেই তেওঁ টেলিগ্ৰাফ সম্পৰ্কে দক্ষতা অৰ্জন কৰে আৰু 'ইউনিভাৰছেল পিণ্টাৰ' নামৰ বাতৰি সৰবৰাহ কৰিব পৰা যন্ত্ৰ এটি সাজি উলিয়াই। তেওঁ এহাজাৰতকৈ অধিক পেটেণ্টৰ অধিকাৰী হৈছিল। তেওঁ কাৰ্বন টেলমিটাৰ আৱিষ্কাৰ কৰি টেলিফোনৰ কাৰ্যকাৰীতা বৃদ্ধি কৰে। ১৯৩১ চনৰ ১ আগষ্টত এডিছনৰ মৃত্যু হয়।

## বিজুলী বাতৰি আৱিষ্কাৰ

এডিছনৰ সকলোতকৈ উল্লেখযোগ্য আৱিষ্কাৰটি হ'ল ইলেক্ট্ৰিক বাল্ব বা বিজুলী চাকিৰ আৱিষ্কাৰ। ১৮৭৯ চনত তেওঁ বিজুলী চাকি আৱিষ্কাৰ কৰে। প্ৰায় নহাজাৰ বিভিন্ন পদাৰ্থৰ ফেলামেণ্ট তৈয়াৰ কৰাৰ পাছত অৱশেষত কাৰ্বনৰ এডাল ফিলামেণ্ট তৈয়াৰ কৰি কাচৰ জাৰৰ ভিতৰত ৰাখি বেটেৰী সংযোগ কৰাত পোহৰ সিঁচৰতি হৈ পৰে। উল্লেখযোগ্য যে প্ৰথম লাইটটো জ্বলিছিল ৪৫ ঘণ্টা ধৰি আৰু সেই ৪৫ ঘণ্টা তেওঁ মন্ত্ৰমুগ্ধৰ দৰে লাইটটোৰ ফালেই চাই আছিল। ইয়াৰ পাছত ১৮৮০ চনৰ পহিলা জানুৱাৰীত তেওঁ মেনলো পাৰ্কৰ নিজৰ

গৱেষণাগাৰৰ গছে গছে আৰু গেছ লেমৰ খুঁটাত শতাধিক বাল্ব লগাই ৰাজহুৱাভাৱে লাইটৰ পোহৰেৰে ঘৰ-বাৰী জিলিকাই তুলিছিল।

তাৰ পাছত ১৮৮২ চনৰ ৪ ছেপ্টেম্বৰত তেওঁ নিউয়ৰ্কৰ মাটিৰ তলেদি বিদ্যুৎ সংযোগ কৰি সকলো মানুহকে বিস্মিত কৰি তোলে।

## গ্ৰামোফোনৰ আৱিষ্কাৰ

১৮৭৭ চনত মহান বিজ্ঞানীজনাই হেণ্ডেল লগোৱা এটা যন্ত্ৰ আৱিষ্কাৰ কৰে। যি যন্ত্ৰটোৰ দ্বাৰা এডিছনে 'Merry had a little lamb' গীতটো গাই ৰেকৰ্ডিং কৰি দেখুৱালে। যন্ত্ৰটো আছিল আধুনিক গ্ৰমোফোনৰ আদি ৰূপ। তেওঁ যন্ত্ৰটোৰ নাম দিছিল 'ফোনোগ্ৰাফ'। জনসাধাৰণে তাৰ নাম দিছিল 'কথা কোৱা যন্ত্ৰ', যাক পাছলৈ এডিফোন বা ডিক্টোফোন নামেৰে জনপ্ৰিয় হৈছিল।

এডিছনৰ আন এটি উল্লেখযোগ্য আৱিষ্কাৰ হ'ল চলচ্চিত্ৰৰ কেমেৰা। এডিছনে ইয়াৰ নাম দিছিল 'কাইনোটোস্কোপ'। তাৰ উপৰি তেওঁ আৱিষ্কাৰ কৰে টেলিগ্ৰাফ। টাইপৰাইটাৰ যন্ত্ৰৰ উন্নতি আৰু টেলিফোনৰ উন্নতি সাধন কৰে। ১৯০২ চনত এডিছনে যুটীয়াভাৱে বিদ্যুৎ উৎপাদন আৰু সৰবৰাহ ব্যৱস্থাৰ বাবে নোবেল বঁটা লাভ কৰিবলৈ সক্ষম হৈছিল কিন্তু সহযোগী টেছলাই যুটীয়াভাৱে বঁটা ল'বলৈ অমান্তি হোৱাত দুয়োজনৰ এজনেও এই বঁটা নাপালে।

আজিৰ যুগত আধুনিক জীৱনৰ প্ৰয়োজনীয় যিবোৰ সামগ্ৰী আমি ব্যৱহাৰ কৰো, তাৰ এক বিৰাট অংশ এডিছনৰেই দান। পৃথিৱীত আজিলৈকে যিমান বিজ্ঞানীয়ে জন্ম গ্ৰহণ কৰিছে আৰু যুগে যুগে যিমান বৈজ্ঞানিক আৱিষ্কাৰ হৈছে, তাৰ ভিতৰত টমাছ আলভা এডিছনেই সকলোতকৈ বেছি বিষয়ৰ গৱেষণা আৰু আবিষ্কাৰ কৰিছে। মুঠৰ ওপৰত গৱেষণা আৰু আৱিষ্কাৰৰ দিশৰ পৰা এডিছন এজন সৰ্বকালৰ সৰ্বশ্ৰেষ্ঠ বিজ্ঞানী।

টমাছ আলভা এডিছনৰ দৰে মহান বিজ্ঞানীয়েও অকপটে স্বীকাৰ কৰিছিল সেই কথা — 'সফলতাৰ শতকৰা নিৰানৈশ ভাগ কঠোৰ ঘৰ্মাক্ত পৰিশ্ৰম হ'লেও বাকী থকা এভাগেই হৈছে প্ৰেৰণা'। প্ৰেমেই হৈছে প্ৰেৰণাৰ আদি পাঠ। যাৰ

সহৃদয় প্ৰেমেৰে ভৰপূৰ তেওঁহে প্ৰেৰণাৰ অমল ধাৰাৰে আনক সঞ্জীৱিত কৰিব পাৰে। বৰ্তমান পৰীক্ষাগাৰৰ টেষ্টটিউবত প্ৰেম বিশ্লেষিত হৈছে বিভিন্ন বৈজ্ঞানিক দৃষ্টিকোণৰ পৰা, প্ৰেমৰ যি অস্তিত্ব বিজ্ঞান আৰু বিজ্ঞানীসকলে ইমান দিনে পোৱা নাছিল, সেই প্ৰেমেৰে এতিয়া আৰম্ভ হৈছে বৈজ্ঞানিক ব্যৱচ্ছেদ। আমেৰিকাৰ ইমৰই বিশ্ববিদ্যালয়ৰ মুখ্য বিজ্ঞানী ড' টমাচ ইন্সেলে কৈছে — 'গৱেষণাৰ পৰা জনা গৈছে যে প্ৰেম একধৰণৰ নিচা, আৰু এই নিচাই এহাল মতা-মাইকীক চিৰকাল প্ৰীতিৰ ডোলেৰে বান্ধি ৰাখে। বিজ্ঞানীসকেল প্ৰেমৰ ৰসায়ন সম্পৰ্কে গৱেষণা কৰিছে আৰু ৰাসায়নিক প্ৰক্ৰিয়াৰ দ্বাৰা এহাল নিগনিৰ পৰিয়ালক আমৰণ অভগন প্ৰেমৰ এনাজৰীৰে বান্ধিবলৈ সক্ষম হৈছে। পৰীক্ষাটো চলোৱা হৈছে আমেৰিকাৰ এবিধ নিগনিৰ ওপৰত। এই জাতৰ নিগনি সাধাৰণতে ব্যভিচাৰী, মতা-মাইকীৰ বাছ বিচাৰ নাই। আনহাতে, আমেৰিকাত আৰু এবিধ নিগনি আছে— চৰিত্ৰবান, বৰ সুখী সিহঁতৰ দাম্পত্য জীৱন। বিজ্ঞানীসকলে এই চৰিত্ৰবান নিগনিৰ জিন আনি ব্যভিচাৰী নিগনিৰ দেহত প্ৰয়োগ কৰি দেখা পালে এক অদ্ভুত ফল। ব্যভিচাৰী মতা নিগনিটো তাৰ মাইকীজনীৰ প্ৰতি হৈ উঠিছে গভীৰভাবে আসক্ত, জনমে-মৰণে তাইক আৰু কোনোদিনে নেৰে। এই ঘটনাৰ পৰা গৱেষকসকলে ঠাৱৰ কৰিছে যে স্ত্ৰীৰ প্ৰতি পুৰুষৰ জীৱনযোৱা প্ৰণয়াসক্তি নিৰ্ভৰ কৰে প্ৰকৃত মস্তিষ্ক ৰসায়নৰ ওপৰত। প্ৰেমৰ সৈতে ৰসায়নৰ সম্পৰ্কও এইখিনিতে। এই কথা বান্দৰ আৰু মানুহৰ ক্ষেত্ৰতো সমানে সত্য বুলি ড' ইন্সেলে প্ৰকাশ কৰিছে। তেওঁ আশা কৰে যে — হয়তো সকলো স্তন্যপায়ী প্ৰাণীৰ ক্ষেত্ৰতে ই সঁচা প্ৰমাণিত হ'ব।

## প্ৰেম পৰ্বত যুৰি গাগাৰিণ

১৯৬১ চনৰ ১২ এপ্ৰিলত বিশ্ব বাসীক চমক খুৱাই যুগ যুগ ধৰি মানুহে কৰি অহা আলীক কল্পনাক বাস্তৱত ৰূপ দিলে ৰুছদেশৰ এজন বৈমানিকে। তেৱেঁই হ'ল পৃথিৱীৰ প্ৰথম মহাকাশ যাত্ৰী য়ুৰি গাগাৰিণ।

১৯৩৪ চনৰ ৯ মাৰ্চ তাৰিখে ৰুছ দেশৰ পশ্চিমাঞ্চলৰ ক্লুছিন' (Klushino) গাঁৱত মহাকাশ যাত্ৰাৰ বাট্‌কটীয়া য়ুৰি গাগাৰিণৰ জন্ম হৈছিল। তেওঁৰ দেউতাকৰ

নাম আছিল এলেক্সি গাগাৰিণ আৰু মাকৰ নাম আছিল আনা গাগৰিণ। তেওঁৰ দেউতাক আছিল এজন কাঠমিস্ত্ৰী। যদিও গাগাৰিণে খেলা-ধূলা কৰি ভাল পাইছিল লাহে লাহে তেওঁৰ খেলা-ধূলাৰ প্ৰতি আগ্ৰহ কমি আহিল। যন্ত্ৰ-পাতিৰ কাম শিকিবলৈ তেওঁ আগ্ৰহ কৰিলে। তেওঁ প্ৰথমে লেনিন গ্ৰাদৰ শৰীৰ চৰ্চা বিদ্যালয়ত নাম ভৰ্তি কৰিছিল। কিন্তু সোনকালেই তেওঁ এই সিদ্ধান্ত সলনি কৰিলে আৰু লেনিন গ্ৰাদৰ পৰা ভল্গাৰ 'টাৰটভ' নগৰলৈ যাত্ৰা কৰিলে।

১৯৫৫ চনত গাগাৰিণে চাৰটভৰ এটা Flying Club ত যোগদান কৰে। কিন্তু Flying Club ৰ সদস্য হৈ উৰণ শিক্ষাত গাগাৰিণে প্ৰথম অৱস্থাত বহুত অসুবিধাৰ সম্মুখীন হৈছিল। তেওঁৰ এনে এটা অৱস্থাও হৈছিল যে তেওঁৰ হয়তো ক্লাবৰ সদস্য পদো বাতিল হ'ব। কিন্তু তেওঁৰ অফুৰন্ত সাহস আৰু আত্মবিশ্বাস আছিল। এই আত্মবিশ্বাসৰ বলতেই লাহে লাহে তেওঁ উৰণ শিক্ষাত পাৰদৰ্শিতা লাভ কৰিলে। স্নাতক ডিগ্ৰী লোৱাৰ পিছত অৱেনবাৰ্গত উৰণ প্ৰশিক্ষক হিচাপে নিযুক্তি দিয়া হ'ল। কিন্তু তেওঁ সেই কাম এৰি পাইলট হ'বৰ বাবে উত্তৰাঞ্চলৈ যাত্ৰা কৰিলে।

স্কুলীয়া জীৱনতে গাগাৰিণে এজনী ছোৱালী লগ পাইছিল। ছোৱালীজনীৰ নাম আছিল ভেলেণ্টিনা গাগাৰিণ। ছোৱালীজনীৰ লগত গাগাৰিণৰ গভীৰ বন্ধুত্ব গঢ় লৈ উঠিছিল। পিছত ১৯৫৭চনত তেওঁ সেই ছোৱালীজনীকে বিয়া কৰিছিল। গাগাৰিণৰ পত্নী ভেলেণ্টিনা গাগাৰিণে '108 Minutes and a Lifetime' নামৰ কিতাপখনত তেওঁলোকৰ সম্পৰ্কৰ বিষয়ে সুন্দৰকৈ বৰ্ণাইছে। ১৯৬১ চনৰ ২৭ মাৰ্চৰ পৰা এমাহ কাল নানান অনুশীলন কৰি ১৯৬১ চনৰ ২৭ মাৰ্চৰ পৰা এমাহ কাল নানান অনুশীলন কৰি ১৯৬১ চনৰ ১২ এপ্ৰিল তাৰিখে গাগাৰিণে আৰম্ভ কৰিছিল মহাকাশ যাত্ৰা। মহাকাশযানত প্ৰথমবাৰৰ বাবে যাত্ৰা কৰিলে এজন মানুহে। সেইদিনা সমগ্ৰ বিশ্বই ৰেডিঅ', দূৰদৰ্শনৰ সম্মুখত বহি এই বাতৰি ল'বলৈ অধীৰ উৎকণ্ঠাৰে অপেক্ষা কৰিছিল। ১০৮ মিনিট সময় সফলতাৰে মহাকাশৰ বুকুত বিচৰণ কৰি গাগাৰিণ পুনৰ পৃথিৱীলৈ ঘূৰি আহিল।

ভাৰতবৰ্ষৰ বাবে আৰু এক আনন্দৰ কথা আছিল যে গাগাৰিণ ভাৰতবৰ্ষলৈও এবাৰ আহিছিল। বিখ্যাত ভাৰতীয় লেখক কে এ আব্বাচৰ লগত গাগাৰিণে

আন্তৰিকতাৰে কথা-বতৰা পাতোঁতে কৈছিল যে ভৱিষ্যতে ভাৰতকে ধৰি বিভিন্ন ৰাষ্ট্ৰৰ যুৱকৰ সম্মিলিত বাহিনী এটিৰ লগত মহাকাশ ভ্ৰমণৰ তেওঁৰ এক প্ৰবল ইচ্ছা আছে। কিন্তু দুখৰ বিষয় যে তেওঁৰ জীৱিত কালত এনে এক সম্মিলিত অভিযান সম্ভৱ নহ'ল। ১৯৬৮ চনৰ ২৭ মাৰ্চ তাৰিখে এক বিমান দুৰ্ঘটনাত এই মহা মহাকাশচাৰীজনৰ অকাল মৃত্যু হয়।

আমেৰিকাৰ যুক্তৰাষ্ট্ৰ এটি সমীক্ষা মতে এই কথা প্ৰতীয়মান হৈছে যে প্ৰেমত পৰা ব্যক্তিসকল (পুৰুষেই হওঁক বা নাৰীয়েও হওঁক) ভাবৰ সাগৰত হাবু ডুবু খাই ফুৰা অৱস্থাত থাকে। প্ৰমাণিত হৈছে যে প্ৰেমত পৰা এহাল পুৰুষ-নাৰি দেহৰ পৰা বিভিন্ন তৰহৰ ৰাসায়নিক যৌগৰ নিঃসৰণ ঘটিব পাৰে। উদাহৰণস্বৰূপে চকুৰে চকুৰে দেহৰ কোনো অংশত সংস্পৰ্শ ঘটিলে স্নায়ুতন্ত্ৰ আৰু তেজ সক্ৰিয় হৈ পৰে। ইয়াৰ বাহ্যিক প্ৰকাশ প্ৰেমিক-প্ৰেমিকাহালৰ দেহত এনেদৰে ঘটিব পাৰেঃ (১) কাণ-মূৰ ৰঙা পৰি উঠা। (২) উশাহ ঘন হোৱা (৩) হাতৰ তলুৱা ঘামি যোৱা ইত্যাদি। কিন্তু এইবোৰ দৈহিক উপসৰ্গতকৈ গুৰুত্বপূৰ্ণ কথাটি হ'ল প্ৰেমত পৰাৰ মধুৰ মানসিক আৱেগৰ ফলত কেতবোৰ এমফিটামিন শ্ৰেণীৰ ৰাসায়নিক যৌগৰ নিঃসৰণ ঘটে। সেইবোৰৰ ভিতৰত কেইটামান লেখত ল'বলগীয়া পদাৰ্থ হ'ল ডোপামিল, নৰএপিনেফ্ৰিন আৰু ফেনাইল এমাইন। কিন্তু এই ৰাসায়নিক পদাৰ্থবোৰ প্ৰেমত পৰা মানেই সদায়েই যে শৰীৰত স্বাভাৱিক অৱস্থাতকৈ সৰহ পৰিমাণে থাকিব তাৰ কোনো নিশ্চয়তা নাই। সেই হেতুকে বহু ক্ষেত্ৰত প্ৰেম চিৰস্থায়ী নহয়। সাধাৰণতে দুই-তিনি বছৰমানৰ পাছত ফেনাইল এমাইনৰ নিঃসৰণৰ হাৰ স্বাভাৱিক অৱস্থালৈ নামি আহে। এই পৰিস্থিতিত 'এট্ৰেকচন জাংকি' নামৰ এচাম মানসিক ৰোগীৰ কথা বিচাৰ কৰি চাব পাৰি। এইবোৰ মানুহৰ মনত প্ৰেমত পৰাৰ আমেজটি ইমানেই মধুৰ যে তাক পাবলৈ তেওঁলোকে নতুন নতুন পুৰুষ বা নাৰীৰ সন্ধানত অনবৰত ঘূৰি থাকে। এয়া হ'ল মনস্তত্ত্ববিদৰ কথা।

বিপৰীত লিংগৰ ব্যক্তিগৰাকী সদায় কাষত থাকিলে মস্তিষ্কৰ ভিতৰত 'এণ্ডোৰফিন' নামৰ ৰাসায়নিক যৌগবিধৰ পৰিমাণ বাঢ়ি যায়। এই পদাৰ্থবোৰে মানসিক অৱস্থা শান্ত কৰাত সহায় কৰে। সেয়েহে সুদীৰ্ঘ কাল চলা প্ৰেম প্ৰেমিক-

প্ৰেমিকাৰ অন্তৰত এটি নিৰাপত্তাৰ ভাব জগাই তোলে। একে কাৰণতে প্ৰেমিক-প্ৰেমিকাহালৰ কোনো এজন কিবা কাৰণত আঁতৰি গ'লে আনজনে অতি নিৰুৎসাহ হৈ পৰে। এইখিনিতে কিন্তু গৱেষকসকলে এমফিটামিন জাতীয় ৰাসায়নিক দ্ৰব্যসমূহৰ নিঃসৰণৰ ফলত উৎপত্তি হোৱা প্ৰেম আৰু এণ্ডোৰফিন নিঃসৰণৰ ফলত হোৱা প্ৰেমৰ মাজত পাৰ্থক্য দেখা পাইছে। প্ৰথমবিধ প্ৰেম অত্যন্ত আৱেগজনিত হৈ পৰে। কিন্তু দ্বিতীয়বিধৰ স্থায়িত্ব কম।

আমেৰিকাৰ নিউয়ৰ্ক মহানগৰীত থকা মিউজিয়াম অৱ নেচাৰেল হিষ্ট'ৰীৰ সহকাৰী গৱেষক হেলেন ফিচাৰৰ 'এনাটমী অৱ লাভ, এণ্ড ডাইভৰ্চ' নামৰ গ্ৰন্থখনিয়ে বিজ্ঞানীসকলৰ উপৰি সাধাৰণ পঢ়ুৱৈ সমাজৰ মাজতো প্ৰচণ্ড আলোড়নৰ সৃষ্টি কৰিছে। সেই গ্ৰন্থখনিত তেওঁ উল্লেখ কৰিছে 'মই কেতিয়াও এই কথা চিন্তা নকৰাকৈ থকা নাছিলো যে মানৱ মনৰ স্বাভাৱিক অনুভূতি ভয়, ক্ৰোধ বা আনন্দক যিমানেই মৌলিক বা প্ৰধান বুলি ভবা হয় প্ৰেমো সিমানেই মৌলিক আৰু এক প্ৰয়োজনীয় মাননীয় আবেগ। এই কথা সম্পূৰ্ণ স্পষ্ট। মোৰ অনুমান, নৃ-তত্ত্ববিদসকলে কিছুমান বেলেগ ধৰণৰ কথা বা কাম লৈয়েই ব্যস্ত হৈ আছে।'

'নৃতত্ত্ববিদসকলে অতীজতে কৰিবলৈ লোৱা আন এটি বিষয় আছিল, বিবাহৰ পূৰ্বতে থকা প্ৰেম আৰু ভিন্ ভিন্ বৈবাহিক পদ্ধতিৰ বিষয়ে জনগণক প্ৰশ্ন কৰা। বহুতো সমাজত প্ৰেম আৰু বিবাহ সমানে সমানে খোজ মিলাই নাযায়। তেনেবোৰ সংস্কৃতিত বিবাহ পৰিয়ালৰ ৰীতি-নীতিত তথা ধৰ্মীয় সংস্কাৰ আৰু ৰোমাণ্টিক ভাবধাৰাৰ এক সংমিশ্ৰণৰূপে প্ৰতিফলিত হয়। অৱশ্যে এইটো সত্য নহয় যে তেনে সমাজত প্ৰেম স্থায়ী হ'ব নোৱাৰে। সম্ভৱতঃ আজিৰ পৰা প্ৰায় চাৰি নিযুত বছৰৰ আগতেই আদিম মানৱৰ মনত প্ৰথম প্ৰেমৰ বীজ অংকুৰিত হৈছিল।

এই বিষয়টোক লৈ বৰ্তমান বহুতো গুণা-গঁথা চলি আছে। যদিহে বিজ্ঞানে এই কথা স্পষ্ট বুলি প্ৰকাশ কৰে আৰু প্ৰমাণ কৰি দেখুৱায় যে বৈজ্ঞানিকভাৱে বা ভাগ্যক্ৰমেও আমি কাৰোবাক ভাল পাব লাগিব বা প্ৰেমত পৰিব লাগিব আৰু আমাৰ শৰীৰত থকা ৰাসায়নিক দ্ৰব্যসমূহ তথা জিনসমূহে প্ৰেমৰ এই অনুভূতিক

আগতীয়াকৈ ঠিক কৰি থৈ দিয়ে তেনেহ'লে বহু মানুহ এই বিষয়ে জানিবলৈ আগ্ৰাহান্বিত হৈ পৰিব।'

১৯৯২ চনত আমেৰিকাৰ লা ভেগাছ নেভাদা বিশ্ববিদ্যালয়ৰ নৃতত্ত্ববিদ উইলিয়াম জোনকোভান্দে আৰু টুলেন বিশ্ববিদ্যালয়ৰ এডোৱাৰ্ড ফিচাৰে যুটীয়াভাৱে সমীক্ষা চলাই এই সিদ্ধান্তত উপনীত হৈছে যে প্ৰাচ্য আৰু পাশ্চাত্যৰ সৰ্বমুঠ ১৬৬ টা সংস্কৃতিৰ ভিতৰত ১৪৭ টা সমাজ ব্যৱস্থা আৰু সংস্কৃতিতে ৰোমাণ্টিক প্ৰেমৰ ধাৰণা সুস্পষ্ট। এই তথ্যাদি যদিহে সত্য হয়, তেনেহ'লে নিঃসন্দেহে ক'ব পাৰি যে প্ৰেমৰ ধাৰণা মানৱ সমাজলৈ পাশ্চাত্য সভ্যতাৰ অৱদান নহয়, বৰঞ্চ ই হ'ল মানুহৰ এক আদিম জৈৱিক বাসনাৰ জ্বলন্ত প্ৰকাশহে।

আনহাতে, অক্সিটোচিন নামৰ ৰাসায়নিক যৌগবিধকো প্ৰেম সম্পৰ্কীয় অনুভূতিৰ সৈতে জড়িত কৰা হৈছে। মস্তিষ্কৰ পিটুইটাৰী নামৰ গ্ৰন্থিটিৰ পৰা নিঃসৰিত হোৱা এই হৰম'ন বিধে স্নায়ুসমূহ সংবেদনশীল কৰি তোলাৰ উপৰি মাংসপেশীৰ সংকোচন কৰাত বৰঙণি যোগায়। নাৰীৰ দেহত থকা জৰায়ুৰ সংকোচন-প্ৰসাৰণত ই সহায় কৰাৰ উপৰিও নাৰীৰ স্তনৰ পৰা সন্তান জন্মৰ পাছত গাখীৰ নিঃসৰণ কৰাত অৱদান আগবঢ়ায়। বিজ্ঞানীসকলৰ মতে এই হৰম'নটিৰ প্ৰভাৱৰ ফলতেই নাৰী আৰু পুৰুষ পৰস্পৰৰ প্ৰতি আকৰ্ষিত হ'লে আলিংগনবদ্ধ হয়। এই আচৰিত হৰম'নবিধে যৌন সংগমৰ কালচোৱাত যৌন তৃপ্তি লাভ কৰাৰ ক্ষেত্ৰতো বৰঙণি আগবঢ়ায়। ইতিমধ্যেই এটি সমীক্ষাৰ যোগেদি জনা গৈছে যে যৌন সংগমৰ কালচোৱাত এই হ'ৰমনবিধৰ পৰিমাণ পুৰুষৰ দেহত স্বাভাৱিক অৱস্থাত থকাতকৈ তিনিৰ পৰা পাঁচগুণে বৃদ্ধি পায় আৰু নাৰীৰ দেহত তাতোকৈ অধিক নিৰিখত বৃদ্ধি হয়।

# ন'বেল বঁটা বিজয়ী মেডাম কুৰীৰ প্ৰেম

*"সৌভাগ্যবান সেইজনহে, যি জনে প্ৰেম কৰিছে আৰু বঞ্চিত হৈছে, কিন্তু দুৰ্ভগীয়া সেইজনহে যিজনে প্ৰেমেই কৰি পোৱা নাই।"*

প্ৰেম ....। ফুলৰ দৰে কোমল দুটি বৰ্ণ। ...... গোলাপৰ পাপৰিৰ দৰে কোমল পৰশত যেন জহি-খহি যাব খোজে অন্তৰাত্মা। হৃদয় প্ৰেমৰ বাসস্থান, প্ৰেমৰ ঘৰ।

- প্ৰেম হৃদয়ৰ এক স্বতঃস্ফূৰ্ত তাগিদা, যাক বহুজনে আহ্বান কৰে কিন্তু জীৱনত প্ৰেমৰ প্ৰভাৱ তেওঁলোকে অস্বীকাৰ কৰিব নোৱাৰে। প্ৰেমময় জগতত সকলোৰে জীৱনলৈ প্ৰেম আহে নীৰৱে নিস্তব্ধে অজানিতে অবিদিতভাৱে। প্ৰকৃততে প্ৰেম সকলোৰে জীৱনৰ বাবে এক শাশ্বত সত্য মহান অনুভূতি। প্ৰেমৰ আবেগ, ভৰা শিহৰণ বিচাৰিলে পোৱা নাযায়, কেতিয়াবা আকৌ নিবিচাৰিলেও প্ৰেমৰ সোৱাদে হৃদয় জুৰাই যায়। যি প্ৰেমত পৰা নাই, যি প্ৰেম কৰি পোৱা নাই, সি সম্ভৱত পৃথিৱীত সবাতোকৈ দুখীয়া ব্যক্তি, কথাষাৰ বহুজন বিদিত। যি জন ব্যক্তি প্ৰেম কৰা বা প্ৰেমত পৰাৰ পৰা বঞ্চিত সেইজন ব্যক্তি পৃথিৱীৰ মহান অনুভৱটিৰ পৰা বঞ্চিত।

প্ৰেমক সংজ্ঞাৰ পৰিধিৰ মাজত আবদ্ধ কৰিব নোৱাৰি। তথাপি কাৰোবাৰ প্ৰতি হৃদয়ৰ তাগিদাত অনুভৱ কৰা গভীৰ দুৰ্বলতা, সীমাহীন আন্তৰিকতা আদিয়েই প্ৰেম।-প্ৰেম প্ৰেৰণাৰ উৎস। বিশ্বাস, সততা, দায়বদ্ধতা, ধৈৰ্য, অপেক্ষা আদিবোৰ হ'ল প্ৰেম নৌকাৰ গুৰিবঠা।

অপ্ৰিয় হ'লেও সত্য যে সুন্দৰৰ মাজতো অসুন্দৰতা থাকে। মনোৰম চহৰ নগৰতো লেতেৰা দুৰ্গন্ধময় সৰু সৰু গলি থাকে, সুন্দৰ যুৱক-যুৱতীৰ পেটটো কুৎচিৎ নাড়ী-ভুৰু থাকে। প্ৰেমতো থাকে বিচ্ছেদ-বিড়ম্বনা, হতাশা-লাঞ্চনা, পৰাজয় গ্লানি, দুখ-বেদনা ইত্যাদি। তথাপি প্ৰেম মহান। প্ৰেম সুন্দৰ। অসুন্দৰ আছে বাবেই প্ৰেম সুন্দৰ।

পৃথিৱীৰ বিখ্যাত তথা মহান লোকসকলৰ সাধনাৰ আঁৰটো এটা ব্যক্তিগত জীৱন থাকে। য'ত থাকে, জয়-পৰাজয়, প্ৰেম-ৰোমাঞ্চ, বিবাহ-বিচ্ছেদ, পৰকীয়া প্ৰেম আদিৰে বিভিন্ন বস্তুৰ প্ৰতীক আচুতীয়া অধ্যায়। মেডাম কুৰীৰ জীৱনটোও প্ৰেম, ৰোমাঞ্চ, পৰকীয়া প্ৰেম আদি বৈচিত্ৰ্যৰে ভৰপূৰ।

## সৰ্বশ্ৰেষ্ঠ মহিলা বিজ্ঞানীগৰাকী ।

মেডাম কুৰী পৃথিৱীৰ প্ৰথম আৰু শ্ৰেষ্ঠ মহিলা বিজ্ঞানী। তেওঁৰ বাহিৰে আজিলৈকে পৃথিৱীত কোনেও দুবাৰকৈ নোবেল বঁটা লাভ কৰা নাই। মেডাম কুৰী সৰ্বলোকৰ, সৰ্বকালৰ মানুহৰে শ্ৰদ্ধাৰ পাত্ৰ হৈ থাকিব। তেওঁৰ গৱেষণাই মানৱ জাতিৰ অভূতপূৰ্ব কল্যাণ সাধন কৰি থৈ গৈছে। তেওঁৰ তেজস্ক্ৰিয়তা, ৰেডিয়াম আৰু পোলোনিয়াম' আৱিষ্কাৰে মানৱ সমাজত বিজ্ঞান-জগতৰ এক অনিৰ্বাণ জ্যোতি।

মেডাম কুৰীৰ জন্ম হয় ১৮৬৭ চনৰ ৭ নৱেম্বৰত পোলেণ্ডৰ ৱাৰ্ছ নামে ঠাইত তেওঁৰ প্ৰকৃত নাম আছিল মাৰিয়া চাৰ্লোমিয়া স্ক্লদৰস্কি। দেউতাকৰ নাম আছিল ভাডিশ্লাভ স্ক্লদৰস্কি। দেউতাক আছিল বিজ্ঞানৰ অধ্যাপক। মাক আছিল এখন নিজে খুলি লোৱা ছোৱালী স্কুলৰ অধ্যক্ষা। পৰিয়ালটোত ল'ৰা-ছোৱালী আছিল মুঠ পাঁচটা। মাৰিয়া আছিল ঘৰখনৰ একেবাৰে সৰু। ককায়েক যোছেফ আৰু তিনিজনী বায়েক ক্ৰমে ব্ৰনিয়া, ছপিয়া আৰু হেলেনা। মাক-দেউতাকে মাৰিয়াক মাতিছিল 'মন্যুৎসা' বুলি। দেউতাকৰ অনুপ্ৰেৰণাতে মাৰিয়া বিজ্ঞানৰ প্ৰতি আকৃষ্ট হৈছিল।

দহ বছৰ বয়সতে মাৰিয়াৰ জীৱনলৈ দুৰ্যোগ নামি আহিছিল। সেই সময়তে দুৰাৰোগ্য টি বি ৰোগৰ আক্ৰমণত মাকৰ মৃত্যু হয়। মাকৰ মৃত্যুৰ দুমহমান পাছতে দেউতাকৰ চাকৰিটোও যায়। ঘৰখনলৈ নামি আহে দাৰিদ্ৰতা আৰু অভাৱ-অনাটন। অভাৱ-অনাটনৰ মাজতো ১৮৮২ চনত মাৰিয়াই সোণৰ পদক পাই স্কুলৰ শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হৈছিল। সেই সময়তে আকৌ মাৰিয়াৰ ককায়েক আৰু বায়েক ব্ৰণিয়াই ডাক্তৰী পঢ়ি আছিল। মাৰিয়াই ৰেভিয়া নিজৰ জন্মভূমি পোলেণ্ডৰ ৱাৰ্ছ চহৰত ইঘৰ সিঘৰত পৰিচাৰিকা বা আয়াৰ কাম কৰি যি উপাৰ্জন কৰে, তাৰে ঘৰো চলায় আৰু ককায়েক-বায়েকৰ পঢ়াৰ খৰছো যোগান ধৰে। এইদৰে মাৰিয়াই

বায়েক আৰু ককায়েকক পঢ়া-শুনা চলাই যাবলৈ উৎসাহ যোগালে। ইমান দুখৰ দিনতো ভনীয়েক গৰাকীয়ে কিন্তু বিজ্ঞানৰ উচ্চ শিক্ষা লোৱাৰ সপোনটো পাহৰি নগ'ল। বায়েক-ককায়েক বিশ্ববিদ্যালয়ৰ পৰা ওলাই আহিলেই তাই পঢ়িব। যেনে সংকল্প তেনে কাম। ছোৱালীজনীৰ ধৈৰ্য সফল হ'ল। চিকিৎসাবিদ্যা পঢ়ি শেষ হোৱাৰ লগে লগে বায়েক ব্ৰণিয়াই ভনীয়েক মাৰিয়াক পেৰিচলৈ চিঠি দি মাতি পঠিয়ালে।

## বিশ্ববিদ্যালয়ৰ দিনবোৰ

ওঠৰশ শতিকাৰ শেষ ভাগ অৰ্থাৎ ১৮৯২ চনত ফ্ৰান্স দেশৰ সখবোন বিশ্ববিদ্যলয়ত মাৰিয়াই নাম ভৰ্ত্তি কৰিলে। সখবোন বিশ্ববিদ্যালয়ত ভৰ্ত্তি হওঁতে ফৰাচী উচ্চাৰণত তেওঁৰ নামটো মাৰিয়াৰ পৰা সলনি হৈ হ'লগৈ 'মেৰী'। মেৰীয়ে এটি সৰু ভাৰাতীয়া কোঠাত থাকি পঢ়িবলৈ ল'লে। তেওঁ বহু নিশালৈকে পঢ়া-শুনা কৰে। চকীখনতে শুই নপৰালৈকে তেওঁ পঢ়ি থকাটো অভ্যাস। হাতত পইচা-পাতি নাথাকিলে কেইবা সাজো লঘোণো দিয়ে। তথাপি নিজৰ লক্ষ্য আগত ৰাখি পঢ়া-শুনা কৰি গ'ল।

অধ্যয়নৰ কালত মেৰীয়ে শিক্ষক ৰূপে পাইছিল গেব্ৰিয়েল লিপমেন আৰু হেনৰি পায়েকাৰক। লিপমেনে ১৯০৮ চনত পদাৰ্থ বিজ্ঞানত নোবেল প্ৰাইজ পাইছিল আৰু হেনৰি পায়েকাৰ আছিল সেই সময়ৰ বিখ্যাত গণিতজ্ঞসকলৰ ভিতৰত এজন। অৱশেষত চূড়ান্ত পৰীক্ষাত মেৰীয়ে বিশ্ববিদ্যালয়ৰ ভিতৰতে পদাৰ্থ বিজ্ঞানত প্ৰথম স্থান আৰু গণিত শাস্ত্ৰত দ্বিতীয় স্থান লৈ উত্তীৰ্ণ হয়। তেওঁৰ বয়স আছিল তেতিয়া ছাবিশ বছৰ।

## পীয়েৰ কুৰীৰ সান্নিধ্যত

বিজ্ঞানৰ ডিগ্ৰী লৈ মেৰী ঘৰলৈ ঘূৰি যাব লগা নহ'ল। লিপমেনে মেৰীক এটা জলপানিৰ যোগাৰ কৰি দিলে। তেওঁ পেৰিচৰ স্কুল অৱ ফিজিক্স এণ্ড কেমিষ্ট্ৰি গৱেষণা কেন্দ্ৰত গৱেষণা কৰাত লাগিল। তেওঁৰ কাম হ'ল নানা ধৰণৰ ইস্পাতৰ

চৌম্বক ধৰ্মৰ বিষয়ে গৱেষণা কৰা। মেৰীয়ে গৱেষণা কৰা গৱেষণাগাৰত পীয়েৰ কুৰী নামৰ এজন ডেকা পদাৰ্থ বিজ্ঞানীয়ে গৱেষণা কৰিছিল। একে কাম আৰু একে ঠাইতে মেৰী আৰু পীয়েৰে গৱেষণা কাৰ্য চলাই গ'ল। সেই সময়তে পৰস্পৰে পৰস্পৰ প্ৰতি আকৰ্ষিত হ'ল। সেই সময়ত ছোৱালীবোৰে বেছি পঢ়া-শুনা নকৰিছিল। পীয়েৰ কুৰীয়ে উচ্চ শিক্ষিতা মেধাবী মেৰীক দেখি ভাল পালে আৰু চিঠিৰ দ্বাৰা প্ৰেম আৰু বিয়াৰ প্ৰস্তাৱ দিলে।

১৮৯৫ চনৰ ২৬ জুলাইত মেৰী আৰু পীয়েৰৰ বিয়াৰ দিন ঠিক হ'ল— পীয়েৰৰ মাক-দেউতাকৰ ঘৰৰ সৰু বাগিছাত। একেবাৰে অনাড়ম্বৰ পৰিবেশত তেওঁলোকৰ বিবাহ সম্পন্ন হ'ল। মাৰিয়া তথা মেৰী হৈ পৰে মেৰী কুৰী বা মেডাম কুৰী। বিয়াৰ দ্বিতীয় বছৰৰ ছেপ্টেম্বৰ মাহত মেৰীৰ গৰ্ভত আইৰিণ নামৰ কন্যা সন্তানটিৰ জন্ম হয়। বিয়াৰ পাছত কুৰী দম্পতীয়ে গৱেষণা কাৰ্য চলাই যায়। হেনৰি ব্লেকাৰেলৰ উদ্যোগত কুৰী দম্পতীয়ে পদাৰ্থৰ তেজস্ক্ৰিয়তাৰ বিষয়ে গৱেষণা কৰে।

আশ্বৰ্যজনকভাৱে কুৰী দম্পতিয়ে আৱিষ্কাৰ কৰিলে দুটা নতুন তেজস্ক্ৰিয় পদাৰ্থ। প্ৰথমটোৰ নাম মেৰীয়ে তেওঁৰ জন্মভূমি পোলেণ্ড দেশৰ নামেৰে নামকৰণ কৰে 'পোলোনয়াম' আৰু দ্বিতীয়টোৰ নাম ৰাখিলে 'ৰেডিয়াম'। যাৰ আণৱিক ভাৰ হ'ল ২২৫৯৩। এই পদাৰ্থ বিধ ইউৰেনিয়াম পদাৰ্থতকৈ লাখ লাখ গুণে অধিক শক্তিশালী। ১৯০৩ চনৰ নবেম্বৰ মাহত 'ষ্টকহ'ম বিজ্ঞান অকাডেমীয়ে পদাৰ্থ বিজ্ঞানত কুৰী দম্পতী আৰু হেনৰি বেকাৰেলক নোবেল বঁটা বিজয়ী বুলি ঘোষণা কৰে। নোবেল পুৰস্কাৰ হিচাপে পোৱা ৭০,০০০ ফ্ৰাংকে তেওঁলোকৰ আৰ্থিক অৱস্থা বহু টনকিয়াল কৰিলে।

১৯০৪ চনত মেৰী পুনৰ অন্তঃসত্বা হ'ল। সেই বছৰৰ ডিচেম্বৰ মাহত তেওঁৰ এটি কন্যা সন্তান জন্ম হয়। তেওঁৰ নাম ৰখা হয় 'ইভ'।

## পীয়েৰ কুৰীৰ মৃত্যু

১৯০৫ চনত পীয়েৰ কুৰী ছায়েন্স একাডেমীৰ সদস্য নিৰ্বাচিত হয়। দীৰ্ঘদিন গৱেষণাগাৰত অক্লান্ত পৰিশ্ৰম কৰাৰ ফলত পীয়েৰৰ স্বাস্থ্য ভাঙি পৰে। পদাৰ্থ

ব্যৱহাৰৰ ফলত হাতত আৰম্ভ হৈছিল তেজস্ক্ৰিয়তাৰ ঘাঁ, হাত, ভৰি, গাত বিষ। পিছলৈ কুৰীৰ অসুখ বেছি হ'বলৈ ধৰিলে। আগৰ দৰে প্ৰবন্ধ-পাতিও লিখিব নোৱাৰা হ'ল। শেষলৈ তেওঁ নিগনি আৰু গিনিপিগৰ ওপৰত ৰেডিয়ামৰ প্ৰভাৱৰ অনুসন্ধান চলাই গম পালে যে ই কেন্সাৰ ৰোগৰ কাৰণ হ'ব পাৰে। ১৯০৬ চনৰ ১৯ এপ্ৰিল। সেইদিনা কিন্‌কিনীয়া বৰষুণ দি আছিল। এখন জনসভাৰ পৰা তেওঁ ঘূৰি আহিছিল আৰু আহি থাকোতে ফুটপাথৰ পৰা গৈ ৰাজপথত ভৰি দিছিল তেনেতে এখন ট্ৰাক আৰু এখন ঘোঁৰাগাড়ীৰ মাজত সংঘৰ্ষ লাগে। সেই দুৰ্ঘটনাত তেওঁক ঘোঁৰাগাড়ীখনে খুন্দা মাৰে আৰু তেওঁৰ মূৰত আঘাত পায়। সেই আঘাততে তেওঁৰ মৃত্যু হয়। এনেকৈয়ে নোবেল বঁটা বিজয়ী এগৰাকী মহান বিজ্ঞানীয়ে পৃথিৱীৰ পৰা চিৰ বিদায় ল'লে। মেৰীয়ে তেওঁৰ সংগী আৰু পৃথিৱীও এজন মহান বিজ্ঞানীক হেৰুৱালে পীয়েৰ আৰু মেৰীৰ যুগ্ম জীৱনৰ সময় আছিল মাত্ৰ এঘাৰ বছৰ। পতিৰ মৃত্যুত পত্নী ভাগি পৰিল। মেৰীয়ে ডায়েৰীত লিখিছে পীয়েৰ নাই এই কথা তেওঁ ভাবিবই নোৱাৰে। পীয়েৰ নোহোৱা হৈ যোৱাতো যেন এটা সপোনহে....।"

## দ্বিতীয়বাৰৰ বাবে নোবেল বঁটা

মেৰী কুৰী স্বামীৰ মৃত্যুৰ শোকত ভাগি পৰিলেও নিজৰ ছোৱালী দুজনীৰ মুখলৈ চাই তেওঁ ধৈৰ্য ধৰিলে আৰু গৱেষণাৰ কাম চলাই গ'ল। ১৯০৬ চনৰ ১৩ ডিচেম্বৰত ফেকাল্টি অব চায়েন্সৰ কাউন্সিলে সৰ্বসম্মতিক্ৰমে মেৰীক অধ্যাপিকাৰ পদত নিযুক্তি দিলে। দুবছৰ অধ্যাপনাৰ পাছত মেৰীয়ে 'তেজস্ক্ৰিয়তা সম্পৰ্কীয় গৱেষণা গ্ৰন্থ' বুলি এখন কিতাপ লিখি প্ৰকাশ কৰে।

১৯০৭ চনত অক্লান্ত পৰিশ্ৰমৰ শেষত মেৰী কুৰীয়ে সম্পূৰ্ণৰূপে বিশুদ্ধ চৰি ডেচিগ্ৰাম ৰেডিয়াম ক্লোৰাইড প্ৰস্তুত কৰি পাৰমাণৱিক ভাৰ নিৰ্দ্ধাৰণ কৰে। বিশুদ্ধ পোলোনিয়াম প্ৰস্তুত কৰি ইয়াকো দেখুৱালে যে সম পৰিমাণৰ ৰেডিয়ামতকৈ ই পঞ্চাশ গুণে বেছি তেজস্ক্ৰিয়।

১৯১১ চনৰ ডিচেম্বৰ মাহত মেৰী কুৰীক 'ছুইচ অকাডেমী অব ছায়েন্সে ৰসায়ন বিজ্ঞান বিভাগত পুনৰ দ্বিতীয়বাৰৰ বাবে নোবেল বঁটা প্ৰদান কৰে। মেডাম কুৰীয়ে হ'ল জীৱনত দুবাৰকৈ নোবেল বঁটা পোৱা প্ৰথম ব্যক্তি আৰু নোবেল

বঁটাৰে পুৰস্কৃত হোৱা প্ৰথম মহিলা। ছুইডেনৰ প্ৰসিদ্ধ ৰাসায়নবিদ আৰ্হিনিয়াচেছ নোবেল কমিটীৰ আগত ঘোষণা কৰিছিল যে ৰসায়ন গবেষণাত ৰেডিয়ামেই হ'ল ওঠৰশ শতিকাৰ আটাইতকৈ গুৰুত্বপূৰ্ণ আবিষ্কাৰ। নোবেল কমিটিয়ে আগৰবাৰ দিয়াৰ পুৰস্কাৰ মূলতঃ তেজস্ক্ৰিয়তাৰ বাবেহে আছিল, ৰেডিয়ামৰ বাবে নহয়।

ভবাতকৈ বহুত বেছি উজ্জ্বল দিনবোৰে যেন মেৰীক হাত বাউলি দি মাতিছিল। দুবাৰকৈ নোবেল বঁটা বিজয়িনী হৈও মেডাম কুৰী আছিল অতি নম্ৰ আৰু নিৰহংকাৰী। ফৰাচী দেশৰ চৰকাৰে তেওঁক সন্মান জনাই 'কুৰী ইনষ্টিটিউট অৱ ৰেডিয়াম' নামৰ গৱেষণা কেন্দ্ৰ এটা স্থাপন কৰে আৰু কুৰীক তাৰ মুৰব্বী আসনত অধিষ্ঠিত কৰে।

মেৰীৰ প্ৰথম সন্তান আইৰিণো মাকৰ দৰে মেধাবী বিজ্ঞানী হৈ পৰে। আইৰিণৰ ভাষাৰে "মই ভাবো নাৰী-পুৰুষ উভয়ৰে বিজ্ঞান চৰ্চাৰ সমান অধিকাৰ আছে। পৰিয়ালৰ দায়িত্ব এক ওপৰঞ্চি বোজা। বিজ্ঞানেই হ'ল মোৰ জীৱনৰ প্ৰথম কথা...।"

## মেৰীৰ মৃত্যু

১৯৩০ চনত মেৰীৰ চাৰিবাৰকৈ চকুৰ অপাৰেচন হয়। মেৰী লাহে লাহে অসুস্থ হৈ আহিবলৈ ধৰিলে। তেওঁ এবিধ অদ্ভূত কোষৰ বেমাৰত ভুগিছিল। তেওঁ ৰক্তহীনতাত ভুগিছিল যাৰ প্ৰধান কাৰণ হ'ল ৰেডিয়াম। ৰেডিয়ামেই তেওঁক মৃত্যু মুখলৈ ঠেলি দিলে। ১৯৩৪ চনৰ ৪ জুলাইত মেডাম কুৰীৰ মৃত্যু হয়। ৬ জুলাই তেওঁৰ নশ্বৰ দেহ কোনো ভাষণ অথবা কোনো শোভাযাত্ৰা নোহোৱাকৈ সমাধিস্থ কৰা হয়। এটুকুৰা শিলত মাত্ৰ খোদিত হ'ল ঃ 'মেৰী কুৰী স্ক্লদয়াস্কা ১৮৬০-১৯৩৪।

## মহান বিজ্ঞানীগৰাকীৰ প্ৰেম আৰু ৰোমাঞ্চ

ভাল পোৱাৰ কোনো পাৰাপাৰ নাই। ভাল পোৱাটো বা প্ৰেম এটা হৃদয়ৰ তাগিদা। প্ৰেম বৰ ঠুনুকা। প্ৰেম ইমানেই ঠুনুকা যে সেয়া আলফুলেৰে ধৰি ৰখাটো বৰ কষ্টকৰ। ফণীন্দ্ৰকুমাৰ দেৱচৌধুৰীয়ে ক'বৰ দৰে "প্ৰেম ধৰি ৰাখিবলৈ মানুহৰ

যোগ্যতা লাগে। ইমানেই সূক্ষ্ম মানুহৰ অনুভূতি, তাক বুজি সন্মান জনাবলৈ প্ৰয়োজন হয় তীব্ৰ ভাৱে সংবেদনশীল এটা মন, আকাশৰ দৰে বিশলতা আৰু পাহাৰৰ দৰে মহান।" মেডাম কুৰী তথা মাৰিয়াৰ জীৱনলৈ প্ৰেম আহিছিল অপৰিসীমভাৱে। প্ৰেমৰ কোনো সীমা নাই। পৃথিৱীৰ চিৰন্তন সত্যবোৰৰ ভিতৰত এইটোও এটা। বিয়াৰ আগতে আৰু পীয়েৰৰ মৃত্যুৰ পাছতো মহান বিজ্ঞানীগৰাকীৰ জীৱনত ঘটিছিল প্ৰেম ৰোমাঞ্চৰ হৰ্ষ-বিষাদৰ ঘটনা।

যেতিয়া আহিছিল প্ৰথম প্ৰেম, মাৰিয়াই তেতিয়া পৰিচাৰিকাৰ কাম কৰিছিল। তেওঁ প্ৰথম প্ৰেমত পৰিছিল ঘৰৰ মালিকৰ ল'ৰা কাজিমিৰ লগত। মালিকৰ ডাঙৰ জীয়েক ব্ৰংকাৰ লগত মাৰিয়াৰ ভাল বন্ধুত্ব আছিল। ব্ৰংকাৰ ককায়েক কাজিমি আৰু মাৰিয়াৰ মাজত সকলো ফালৰ পৰা মধুৰ সম্পৰ্ক গঢ়ি উঠিছিল। ৱাৰ্শ্বত পঢ়ি থকা কাজিমি দেখনিয়াৰ পঢ়া-শুনাতো ভাল প্ৰতিভাসম্পন্ন, প্ৰগতিশীল আৰু সমৰ্থবান যুৱক আছিল। দুয়োৰে মাজত বৌদ্ধিক যোগাযোগ ঘটিছিল। এটো সময়ত দুয়ো দুয়োকে গভীৰভাৱে ভাল পাই পেলায় আৰু বিবাহপাশত আৱদ্ধ হ'বলৈ স্থিৰ কৰিছিল। কিন্তু কাজিমিৰ মাক-দেউতাকে এই বিয়াৰ বাধা প্ৰদান কৰে। এক অভিজাত আৰু আঢ্যৱন্ত ঘৰৰ ল'ৰাৰ কাৰণে তেওঁলোক এগৰাকী সাধাৰণ পৰিচাৰিকাক বিয়া কৰাব নোৱাৰে। কাজিমিৰ মাক-দেউতাকে পুতেকৰ বাবে সন্মানিত আৰু সম্ভ্ৰান্ত পৰিয়ালৰ ছোৱালী বিচাৰিছিল আৰু পৰোক্ষভাৱে মাৰিয়াক সেই কথা বুজাই দিছিল। শেষত বিয়াখন নহ'লগৈ। প্ৰথম প্ৰেমৰ এই শোকাবহ পৰিণতিয়ে মাৰিয়াৰ মন ভাঙি পেলাইছিল। ব্যৰ্থ প্ৰেমে তেওঁৰ মন বিমৰ্ষ কৰি পেলাইছিল।

যি কি নহওক মাৰিয়াৰ প্ৰথম প্ৰেম সাফল্য হোৱা হ'ল আজি বিখ্যাত বিজ্ঞানী মেৰী কুৰীক হয়তো নাপালোহেঁতেন। হয়তো তেওঁ কোনোবা কাজিমিৰ পত্নী হৈ থাকিলোহেঁতেন। অৱশ্যে কাজিমিৰ এই ভালপোৱা জীৱনৰ শেষ বয়সলৈকে আছিল।

গাভৰু কালত প্ৰতিজনী ছোৱালীৰ অন্তৰত প্ৰেম ৰোমাঞ্চ ভালপোৱা সপোন থাকে। কাবুলী বুট খোৱা ঘোঁৰাৰ দৰে এটা তজবজীয়া ৰোমান্টিক মন লাগে। সকলো সুদৰ্শন যুৱককে আকৰ্ষণ কৰিব পৰা দুৰ্দান্ত প্ৰেমিক-প্ৰেমিকাৰ দৰে এটা

পাখিলগা মন থাঁকে। এয়া গাভৰু বয়সৰ কথা। ৰঙীন ৰঙীন লগা, যৌৱনৰ কথা, উজাগৰী নিশা যৌৱনৰ আমেজভৰা সপোনে আমনি কৰাৰ কথা।

যৌৱন কালত মেৰী পীয়েৰৰ প্ৰেমত পৰে। পীয়েৰৰ মনৰ জগততো মেৰীয়ে এটুকুৰা ঠাই অধিকাৰ কৰিলে আৰু দুয়ো বিবাহ পাশত আবদ্ধ হয়। মেৰী পিয়েৰৰ প্ৰেমময় সংসাৰখন সুখেৰেই অতিবাহিত হৈছিল। পীয়েৰৰ ফালৰ পৰা মেৰীৰ দুটি কন্যা সন্তানৰো জন্ম হৈছিল। কিন্তু হঠাতে এক দুৰ্ঘটনাত পৰি পীয়েৰে মূৰত বাৰুকৈয়ে আঘাত পাইছিল। মেৰীয়ে ডায়েৰীত লিখিছে, "মই প্ৰায়ে দুহাতেৰে তুলি ধৰা তোমাৰ মূৰটো আঘাত পাই কেনে ক্ষত-বিক্ষত হ'ল। মুদ খাই যোৱা তোমাৰ চকুৰ পতাত মই চুমা আঁকি দিছিলোঁ।"

"শনিবাৰে পুৱা তোমাক কফিনত শুৱাই দিয়া হ'ল। শেষবাৰৰ বাবে তোমাৰ চেঁচা পৰি যোৱা মুখখন আমি স্পৰ্শ কৰিলোঁ। কফিনৰ ওচৰত বাগিচাৰ পৰা আনি তুমি ভালপোৱা ফুলবোৰ সিঁচি দিলোঁ, তাৰ ওপৰত থলো মোৰ ছবিখন, যিখন ছাত্ৰী অৱস্থাত তোলা আৰু তোমাৰ বৰ প্ৰিয় সেই ছবিখনৰ যি জনী ছাত্ৰীয়ে তোমাক জীৱনসংগী কৰি অতি সুখী হৈছিল আৰু যাক তুমি প্ৰথম দৃষ্টিতে জীৱন সংগী কৰাৰ ইচ্ছা কৰিছিলা তুমি প্ৰায়ে মোক কৈছিলা কোনো ইতস্তত নকৰাকৈ এই সিদ্ধান্ত তুমি একেবাৰতে গ্ৰহণ কৰিছিলা।" (মেডাম কুৰী ঃ জয়ন্তী চুতীয়া)

মেৰীয়ে পীয়েৰৰ তেজলগা কাপোৰখনকে পাগলৰ দৰে চুমা খাইছিল। মেৰীৰ প্ৰেম আছিল শিশুৰ দৰে সৰল আৰু নিষ্পাপ। তেওঁ পীয়েৰক অপৰিসীম ভাল পাইছিল। তেওঁৰ প্ৰেম আছিল মহান আৰু প্ৰেৰণাদায়ক। সঁচা প্ৰেমত পাপ নাথাকে। মেৰীৰ জীৱনটো বৰ সহজ নাছিল। প্ৰেম আছিল তেওঁৰ জীৱনৰ এক আধৰুৱা দস্তাবেজ। পীয়েৰৰ মৃত্যুৰ পাছত তেওঁ বৰ অকলশৰীয়া অনুভৱ কৰিছিল। সেয়েহে এসময়ৰ পীয়েৰৰ ছাত্ৰ পল লনজ্যাবাৰ লগত সৌহাদ্য গঢ়ি উঠিছিল। পল আছিল বিবাহিত। তাঁতে বয়সত মেৰীতকৈ পাঁচ বছৰে সৰু। প্ৰেম সীমাহীন, বয়সৰ কোনো পাৰ নাই।

পীয়েৰ কুৰীৰ মৃত্যুৰ পিছত মেৰীৰ আন বিবাহিত পুৰুষৰ লগত হোৱা পৰকীয়া প্ৰেমে সকলোকে আশ্চৰ্য কৰি তোলে। প্ৰতিষ্ঠিত সাহিত্যিক জ্ঞানপীঠ বঁটা বিজয়ী মামনি ৰয়ছম গোস্বামীয়ে কৈছে—

"মানুহে একেলগে কেইবাজনবো প্ৰেমত পৰিব পাৰে। হৃদয়ৰ এখন সাগৰৰ দৰেই ইয়াৰ ভিতৰত ঠাহ খাই থকা ভালপোৱাৰ কোনো পাৰাপাৰ নাই। গতিকে বহুতক ভাল পোৱাটোও এক হৃদয়ৰ তাগিদা।" তেওঁ আকৌ কৈছে "পৰকীয়া প্ৰেমত আবদ্ধ হোৱাটো মানুহৰ স্বভাৱ"।

মেৰীৰ পৰকীয়া প্ৰেম হৈছিল পলৰ লগত। পল লন জ্যাবাৰ আছিল এজন প্ৰখ্যাত বিজ্ঞানী, অধ্যাপনা কৰিছিল ফেকাল্টি অব চায়েন্সত মেডাম কুৰীৰ লগত। পলে মেৰীৰ প্ৰেমত মত্ত হয়। ঘৰত থকা সুন্দৰী পত্নী আৰু পুত্ৰ কন্যাৰ কথা পাহৰি পলৰ সংগ সুখৰ কাৰণে মেৰী ব্যাকুল হৈ পৰিছিল। ১৯১০ চনত দুয়ো ফুৰিবলৈ গৈ কিছুদিন সাগৰৰ তীৰত কটায়। পলৰ লগত কটোৱা দিনবিলাকৰ স্মৃতি পাগুলী মেৰীয়ে পললৈ চিঠি লিখে। এখনৰ পাছত আন খন। প্ৰেম পত্ৰৰে পলৰ বাকচ ভৰি যায়। দুয়ো এটা কোঠা ভাৰা কৰি স্বামী-স্ত্ৰীৰ দৰে থাকিবলৈ ল'লে। সেই কথা গৈ এদিন পলৰ পত্নীৰ কাণত পৰিল। পত্নীয়ে খঙত অগ্নিশৰ্মা হৈ দুজনমান গুণ্ডা নিয়োজিত কৰে। গুণ্ডাইতে মেৰী পলৰ ভাড়াঘৰৰ দৰজা ভাঙি টেবুলৰ ড্ৰয়াৰৰ পৰা এজাপ প্ৰেম পত্ৰ লৈ যায়। মেৰীয়ে পলক বিবাহ বিচ্ছেদৰ পৰামৰ্শ দিয়ে। অৱশ্যে এই বিবাহ-বিচ্ছেদ শেষত হৈ নুঠেগৈ। পল আৰু স্ত্ৰীৰ মাজত প্ৰচণ্ড বাকযুদ্ধ এখন চলে। অৱশেষত দুয়ো শান্ত হয়। দুয়ো বুজা-পৰালৈ আহে। অৱশেষত মেৰী কুৰীয়ে নিজেই বিবাহ বিচ্ছেদত সন্মতি দিব নালাগে বুলি পলক পৰামৰ্শ দিয়ে। মেৰী কুৰী পলৰ কাষৰ পৰা আঁতৰি আহে। আৰু মেৰী পলৰ দুৰন্ত প্ৰেম কাহিনী ইমানতে যৱনিকা পৰে।

মেৰী-পলৰ প্ৰেম কাহিনীয়েই সেই সময়ত বিজ্ঞানী মহলত বেচ চাঞ্চল্যৰ সৃষ্টি কৰিছিল। মেৰী-পল সকলোৰে আলোচনাৰ বিষয় বস্তু হৈ পৰিছিল। ক্ৰমাৎ ব্যক্তিগত জীৱনৰ অপমান আৰু বৈজ্ঞানিক জীৱনৰ অপবাদ তেওঁৰ বিৰুদ্ধে এনেকৈ প্ৰচাৰ হ'বলৈ ধৰিলে যে মেৰীয়ে দুখ আৰু অপমানৰ বোজা কঢ়িয়াব নোৱাৰি আত্মহত্যা কৰিবলৈ মন মেলিছিল। অৱশ্যে এই ক্ষেত্ৰত জীয়েক আইৰিণে মেৰীক সাহস যোগালে। ইফালে আকৌ সেই সময়তে গুস্তাভ তেৰি নামৰ এজন সাংবাদিকে মেৰী কুৰীৰ প্ৰেম পত্ৰবোৰ সংবাদ পত্ৰত প্ৰকাশ কৰি দিয়ে। সমস্ত

জগত জানিব পাৰিলে মেৰী-পলৰ অবৈধ প্ৰেম কাহিনী। তাক লৈয়ে পল আৰু সাংবাদিক গৰাকীৰ মাজত এখন খণ্ড যুদ্ধ লাগে।

পৰকীয়া প্ৰেম ৰোমাঞ্চ চলি থকাৰ সময়তে ছুইডিছ অকাডেমীয়ে মেৰী কুৰিক নোবেল বঁটাৰ কাৰণে নিৰ্বাচিত কৰে। মেডাম কুৰী মনোনয়নকাৰী আৰ্হেনিয়াচে কুৰীৰ পৰকীয়া প্ৰেমৰ কথা জানিব পাৰি কৈছিল—

"এইবোৰ কথা আগতে জনা হ'লে কুৰীক বঁটাৰ কাৰণে নিৰ্বাচন কৰা নহ'লহেঁতেন।"

মেডাম কুৰী কিন্তু অলৰ-অচৰ হৈ পৰিছিল। পৰনিন্দা, অপবাদ, অপযশ হেলাৰঙে অতিক্ৰম কৰি মেৰী কুৰী বিজ্ঞান জগতৰ সাম্ৰাজ্ঞী হৈয়েই ৰ'ল। আৰ্হেনিয়াচক তেওঁ জনাইছিল পুৰস্কাৰটো দিয়া হৈছিল ৰেডিয়াম আৰু পোলোনিয়াম আবিষ্কাৰৰ কাৰণে। গৱেষণাৰ লগত ব্যক্তিগত জীৱনৰ ঘটনাৱলীৰ কোনো সম্পৰ্ক নাই। বিজ্ঞান সম্পূৰ্ণ নৈব্যক্তিক। উল্লেখযোগ্য যে মেডাম কুৰীৰ মৃত্যুৰ পৰৱৰ্তী দিনবোৰত ৱাৰ্শ পলিটেকনিকৰ বৃদ্ধ অধ্যাপক তথা কুৰীৰ অতীতৰ প্ৰেমিক কাজিমক কুৰীৰ শিলৰ মূৰ্ত্তিৰ সন্মুখত ভাৱত বিভোৰ হৈ বহি থকা বহুতৰে চকুত পৰিছিল। ইয়াকে কয় হয়তো সঁচা মহৎ হৃদয়ৰ গভীৰ প্ৰেম, যাক কেতিয়াও পাহৰিব নোৱাৰি।

# যি কেইগৰাকী নাৰীয়ে ৰাজপৰিয়ালত হৃদয় খান্দিছিল

*"নাৰী মুঠেও প্ৰেমৰ যোগ্য নহয়, নাৰীয়ে প্ৰেমৰ মূল্য কি বুজে? কেৱল পুৰুষেহে প্ৰেমৰ প্ৰকৃত মূল্য দিব পাৰে।"* *প্লুটাৰ্ক*

প্ৰেমে সৃষ্টিও কৰে, ধ্বংসও কৰে। সৃষ্টিৰ আঁৰত যিদৰে এগৰাকী নাৰীৰ প্ৰেম থাকে সেইদৰে ধ্বংসৰ আঁৰতো এগৰাকী নাৰীৰৰ প্ৰেম থাকে। সৃষ্টিৰ প্ৰেম পবিত্ৰ আনহাতে ধ্বংসৰ প্ৰেম বিষাক্ত।

প্ৰেমৰ লগত সৃষ্টিৰ বিষয়টো আহিলেই মনলৈ আহে আগ্ৰাৰ তাজমহল, ডান্টেৰ 'ডিভাইন কমেডি, বেবিলনৰ হেঙিং গাৰ্ডেন আদিৰ ছবি। সেইদৰে প্ৰেমৰ ক্ষেত্ৰত বিষাক্ত বাষ্প বহন কৰা নাৰী মাত্ৰেই মনলৈ আহে ট্ৰয় নগৰ ধ্বংস কৰা হেলেন, লংকা ছাইত পৰিণত কৰা সীতা, মিছৰৰ ৰূপহী ক্লীওপ্ৰেট্ৰা আদিৰ ছবি। নাৰী প্ৰেমৰ বাবে বা নাৰীৰ ৰূপৰ বাবেই যিদৰে ট্ৰয় ধ্বংস হৈছিল সেইদৰে নাৰীৰ প্ৰেমৰ বাবেই নেপালৰ ৰাজপৰিয়াল ধ্বংস হৈছিল। নাৰীৰ প্ৰেমৰ বাবেই হিমালয়ৰ বুকুত ক্ষুদ্ৰ ৰাষ্ট্ৰ নেপালত সংঘটিত হ'ল একবিংশ শতিকাৰ অন্যতম ট্ৰেজিক দুৰ্ঘটনা।

## মিছৰৰ ৰাজকন্যা আৰু দ্বাৰৰক্ষীৰ প্ৰেম

মিছৰৰ ৰজা ফাৰাওৰ কন্যা হাৰ্মানথিচৰ প্ৰেম কাহিনীৰেই আৰম্ভ কৰো। হাৰমানথিচৰ এজন গোপন প্ৰেমিক আছিল, যি তেওঁৰেই দ্বাৰৰক্ষী। ৰাজকন্যাৰ প্ৰেমত মতলীয়া সেই ৰক্ষী। ৰূপহী ৰাজকন্যাই গোটেই দিন ধৰি তেওঁৰ পদুমৰ

পাপৰিৰ দৰে ভৰি দুখন ডুবাই ৰাখিছিল সুগন্ধী আতৰত। তেওঁৰ প্ৰেমিকে সেই ভৰি দুখন নিজৰ বুকুত তুলি ৰাখিছিল। কিন্তু এদিন ৰাজকন্যাৰ বিবাহ ঠিক হ'ল এজন সুপাত্ৰৰ লগত। বিয়াৰ জো-জা চলিল। ৰাজকন্যাই তেওঁৰ গোপন প্ৰেমিক দ্বাৰৰক্ষীক চিৰ বিদায় জনালে। কিন্তু প্ৰেমিক ৰক্ষীয়ে সহজে প্ৰেমিকাক এৰি আঁতৰি যাব নিবিচাৰিলে। কবি কীট্‌ছে যিদৰে প্ৰেমিকাক এৰি মৃত্যুক আকোৱালী ল'ব বিচৰা নাছিল, যিদৰে প্ৰেয়সীৰ একগুচ্ছ কেশত ধৰি কবিয়ে মৃত্যু বৰণ কৰিছিল সেইদৰে মিছৰৰ ৰাজকন্যাৰ প্ৰেমিকায়ো তেওঁক এৰি যাব বিচৰা নাছিল। দুখেৰে প্ৰেমিক দ্বাৰৰক্ষীয়ে ক'লে — "মই তোমাক এৰি যাব পাৰো; কিন্তু তোমাৰ এই সুগন্ধময় পদ দ্বয় এৰি মই একপলো থাকিব নোৱাৰো।" — এইবুলি প্ৰেমিক ৰক্ষীজনে তৰোৱালেৰে একে ঘাপতে হাৰমানথিচৰ ভৰি দুটি কাটি পেলালে।

ইংলণ্ডৰ ৰজা অষ্টম এডৱাৰ্ডে তেওঁৰ প্ৰেমিকাৰ কাৰণে বিশাল বৃটিছ সাম্ৰাজ্যৰ ৰাজমুকুট আৰু সিংহাসনক তুচ্ছ জ্ঞান কৰি বিসৰ্জন দিছিল। সম্ৰাট ছাহজাহানে পত্নী মমতাজৰ স্মৃতি ৰক্ষাৰ্থে বিশ্ববিখ্যাত তাজমহল নিৰ্মাণ কৰিছিল। এনেবোৰ অজস্ৰ গভীৰ প্ৰেমে সহস্ৰাধিক ত্যাগৰ নিদৰ্শন বিশ্বৰ ইতিহাসে আলফুলে কোলাত সাৱটি ৰাখিছে।

## মণিপুৰৰ ৰাজ দুহিতাৰ প্ৰেম

মণিপুৰৰ ৰাজ-দুহিতা চিত্ৰাঙ্গদাৰ কথা ক'ব পাৰি। চাল-চলন, অংগী-ভংগী, কথা-বতৰা আদি সকলোবোৰ পুৰুষৰ দৰে কৰিবলৈ বিচৰা চিদাঙ্গদাই সপোনতো তেওঁ নিজকে নাৰী বুলি ভবা নাছিল। অৱশেষত অৰ্জুনৰ প্ৰেমৰ বাবেই তেওঁ অপৰূপ সৌন্দৰ্য বিচাৰি তপস্যাত বহিছিল। অৰ্জুনৰ পুৰুষ সুলভ শৰীৰটোৰ লগত তেওঁৰ শৰীৰটোৱে একাকাৰ হ'বলৈ উত্ৰাৱল হৈছিল।

ৰাজকুমাৰী চোলাংকি আৰু বাপ্পাৰ প্ৰেমৰ কাহিনী মনলৈ আঁহিছে। দুয়োৰ প্ৰেম কিশোৰ অৱস্থাৰ পৰাই। শৈশৱৰ দৰা-কইনা খেলা মাজতেই দুটো ধেমালি ছলেৰে বিয়াও হ'ল। এদিন চোলাংকি হৈ পৰিছিল সন্ন্যাসিনী। দুয়োৰে এদিন

বিচ্ছেদ হ'বলগীয়া হ'ল। তথাপি ওৰে জীৱন পৰস্পৰে পৰস্পৰক বিচাৰি ফুৰিছিল। এদিন ৰাজকুমাৰ বাপ্পাৰ মৃত্যু হয়। বাপ্পাক কবৰ দিয়া হয়। কিন্তু কোনেও গম নোপোৱাকৈ বাপ্পাৰ কবৰ খান্দি চোলাংকিয়ে বাপ্পাৰ মৃতদেহটো কবৰ স্থানৰ পৰা নি মৃতদেহটোৰ সৈতে চোলাংকি নিজে বিবাহ হৈছিল। চোলাংকি বাপ্পাৰ প্ৰেম ইতিহাসত পৰিণত হৈছিল।

## ক্লিওপেট্ৰা এক জীৱন্ত ভেনাচ

সৌন্দৰ্যৰ ইতিহাসৰ এক অন্যতম সম্ৰাজ্ঞী হ'ল বিশ্বসুন্দৰী মিছৰৰ ৰাণী ক্লিওপেট্ৰা। তেওঁ আছিল অপূৰ্ব সুন্দৰী। সৌন্দৰ্যই আছিল তেওঁৰ দীৱনৰ পাশুপাত অস্ত্ৰ। প্ৰাসাদৰ যিটো ঘৰত ক্লিওপেট্ৰা আছিল তাৰ চাৰিওফালে আয়নাৰে আবৃত আছিল। প্ৰতি মুহূৰ্ততে যাতে সুন্দৰী গৰাকীয়ে নিজৰ ৰূপ-যৌৱন উপভোগ কৰিব পাৰে।

মিছৰীয় ৰাজবংশৰ শেষ সম্ৰাজ্ঞী অনন্যা সুন্দৰী ক্লিওপেট্ৰাৰ সৌন্দৰ্য আছিল দেশ শাসনৰ মূল উৎস। সৌন্দৰ্যৰ বলতে তেওঁ অতি কঠিন বৈশিষ্ট্যৰ পুৰুষকো মুহূৰ্ততে হাতৰ পুতলা কৰি তুলিছিল। সৌন্দৰ্যৰ শক্তিৰে তেওঁ যি কোনো ব্যক্তিকেই নিজৰ ভৃত্যৰ দৰে ৰাখিছিল। সৌন্দৰ্যৰ বলতে তেওঁ ৰোমান সম্ৰাট জুলিয়াচ চিজাৰ আৰু তেওঁৰ সেনাপতি এণ্টনীৰ মন-প্ৰাণ হৰি নিছিল।

ক্লিওপেট্ৰাৰ সৌন্দৰ্য চৰ্চা আৰু শৰীৰ চৰ্চাৰ পদ্ধতি আছিল অনন্য। প্ৰসাধনৰ নামত তেওঁ চুলিত ঘঁহে ভৃঙ্গৰাজ কেশ তেল, মধু আৰু নীলা অপৰাজিতাৰ মিশ্ৰণ, চুলি শুকাবলৈ ব্যৱহাৰ কৰে সুগন্ধী ধূনা, তাৰ মাজত পেলাই দিয়ে অগৰু আৰু চন্দনৰ গুড়ি। এই প্ৰসাধনে চুলিকোচা ঘন আৰু মলায়ম কৰি তোলে। দিনৰ সূৰ্যৰ পোহৰত যাতে দেহৰ উজ্জ্বলতা কমি নাযায় তাৰ বাবে গাধৰ গাখীৰেৰে স্নান কৰে। পাতল কৰিবলৈ সেই গাখীৰত মিশ্ৰণ ঘটাইছিল গোলাপ জলৰ। মুখৰ ত্বকৰ বাবে তৈয়াৰ কৰা ভেষজ মিশ্ৰণত থাকে এলোভেৰা, অশ্বগন্ধা, কেকটাচ, গৰম দানা আৰু চন্দন। মাজে মাজে তুলসী, শিমলু কাঁইট, গোলাপৰ পাহি আৰু ঘৃতকুমাৰীৰ মিশ্ৰণেৰে মুখৰ পৰিচৰ্যা কৰে।

ৰূপ আৰু সৌন্দৰ্যৰ বলত ক্লিওপেট্ৰা ২২ বছৰ মিছৰৰ ৰাণী হৈ আছিল। গ্ৰীক বুৰঞ্জীৰ ভাষাত ক্লিওপেট্ৰাক 'মেৰিঅ'কেন' উপাধিৰে নামকৰণ কৰিছিল। ইয়াৰ অৰ্থ তেওঁ জীৱন কালত দহ হাজাৰৰো অধিক পুৰুষৰ লগত শাৰীৰিক সম্পৰ্ক ৰক্ষা কৰিছিল। ক্লিওপেট্ৰা মিছৰৰ ৰাণী আছিল যদিও চাৰিত্ৰিক দিশত তেওঁং এগৰাকী 'কলগাৰ্ল' প্ৰকৃতিৰ নাৰী। কলগাৰ্ল-অৰ্থাৎ মাতিলেই অহা ছোৱালী। তেওঁ সৌন্দৰ্যক অস্ত্ৰ হিচাপে লৈ এই চিকাৰত নামিছিল। সৌন্দৰ্যৰ বলতে তেওঁ জীৱনলৈ মাতি আনিছিল অতি চহকী ব্যক্তিসকলক। পুৰুষ নামধাৰী সৌন্দৰ্য পিয়াসী ব্যক্তিসকলে নিজৰ সংসাৰ ত্যাগ কৰি ক্লিওপেট্ৰাৰ ৰূপ মাধুৰী পাণ কৰিছিল।

ফুলৰ প্ৰতি ভোমোৰা যিদৰে আকৃষ্ট হয়, জুইৰ প্ৰতি চগা যিদৰে হয়, বাজীকৰৰ বীণাৰ সুৰত যিদৰে সৰ্পমুগ্ধ হয় সেইদৰেই ক্লিওপেট্ৰাৰ ৰূপ যৌৱনৰ প্ৰতি পুৰুষসকল আকৃষ্ট হৈছিল। জীৱিত কালত ক্লিওপেট্ৰাই যিমান পুৰুষৰ সান্নিধ্য পাইছিল ইতিহাসৰ কোনো নাৰীয়ে ইমান পুৰুষৰ সান্নিধ্য পোৱা নাছিল।

পুৰুষে দেশ শাসন কৰে নিজৰ তেজৰ শক্তিৰে আনহাতে নাৰীয়ে দেশ শাসন কৰে ৰূপৰ শক্তিৰে। নাৰীৰ ৰূপৰ জুইয়ে সন্ন্যাসীকো বিভ্ৰান্ত কৰে। পুৰুষৰ হৃদয় হৰণ কৰাত ক্লিওপেট্ৰা পাকৈত। দেশ শাসনৰ কালত তেওঁ কিছুমান 'সুৰা নিশা'ৰ আয়োজন কৰিছিল। পঞ্চতাৰকা যুক্ত হোটেলৰ অশ্লীল 'ক্যাবেৰে' নৃত্যৰ দৰে ক্লিওপেট্ৰাৰ সুৰা নিশাৰ মূল উদ্দেশ্য আছিল অশ্লীল নৃত্য আৰু যৌনসম্পৰ্ক। সুৰা নিশাত সন্মিলিত হোৱা পুৰুষসকল প্ৰায়েই আছিল যৌনতাৰ প্ৰতি আসক্ত। ব্যক্তিগত ভাৱে ক্লিওপেট্ৰা আছিল— 'ছেক্সচিম্বল'। ফলত সকলো পুৰুষ হৈ পৰিছিল তেওঁৰ একো একোজন সেৱক।

ৰোমৰ সম্ৰাট জুলিয়াচ চিজাৰৰ নিচিনা 'হিটলাৰী' মেজাজ'ৰ ব্যক্তিকো ক্লিওপেট্ৰাই এটা তীৰ্যক চাৱনিৰে ধৰাশায়ী কৰিছিল। সম্ৰাটক প্ৰথম দৰ্শনতে আকৰ্ষিত কৰিবলৈ অভিসাৰিকা ৰূপে ক্লিওপেট্ৰাই নিজে এখন পাকখোৱা কাৰ্পেটত সোমাই বাগৰি বাগৰি গৈ সম্ৰাটৰ ওচৰত কাৰ্পেটৰ পৰা নিজকে মুক্ত কৰি তেওঁৰ অপৰূপ সৌন্দৰ্যখিনি সম্ৰাটক দেখুৱাইছিল আৰু নিজকে সম্ৰাটৰ ওচৰত সমৰ্পণ কৰিছিল। প্ৰথম দৰ্শনতে চিজাৰ বন্দী হৈছিল ক্লিওপেট্ৰাৰ অপৰূপ সৌন্দৰ্যৰ মায়াজালত।

জীৱনত বহু নাৰীৰ সহচৰ্য লাভ কৰিছে চিজাৰে। কিন্তু ইমান অপৰূপ, অসাধাৰণ ব্যক্তিত্বময়ী নাৰীৰ সৈতে তেওঁ কোনো দিনেই দেখা দেখি হোৱা নাই। চিজাৰে ক'লে 'অদ্ভুত তোমাৰ পৰিকল্পনা, আশ্চৰ্য তোমাৰ সাহস।' ৰোমান সম্ৰাটে মিছৰ ৰূপহীৰ চকুত চকু থলে। কি অদ্ভুত মাদকতা। উপভোগ কৰিবৰ বাবেই যেন তেওঁৰ সৌন্দৰ্য। যাৰ মাদকতা গোটেই দিন ৰাতি উপভোগ কৰিলেও সমাপ্তি নঘটে। চিজাৰে ৰূপহীক মাতিলে 'সুন্দৰী ওচৰলৈ আহা, আৰু ওচৰৰ পৰা তোমাক চাব বিচাৰো —। চিজাৰৰ দুচকু যেন ক্লিওপেট্ৰাৰ 'ফিগাৰত'ত আঠা লগাদি লাগি ৰ'ল। সমুদ্ৰৰ প্ৰচণ্ড বতাহে উৰুৱাই লৈ গ'ল ক্লিওপেট্ৰাৰ দেহৰ আবুৰ। চতুৰ মিছৰ ৰমণীয়ে যেন তাকে বিচাৰিলে। ভেনাচৰ নগ্ন মূৰ্ত্তিটোৰ দৰে চিজাৰৰ কাষত থিয় হৈ ৰ'ল ক্লিওপেট্ৰা নামৰ এক নাৰীমূৰ্ত্তি। চিজাৰে উপভোগ কৰিলে ক্লিওপেট্ৰাৰ নগ্ন আপাদমস্তক।

সৌন্দৰ্য এনে এক যাদুৰ দণ্ড যাক স্পৰ্শ নকৰাকৈয়ে মানুহ বন্দী হয়। মিছৰৰ ৰাণী সেই ৰূপহীয়ে চিজাৰৰ কাষত ধৰা দিয়াৰ লগে লগে বীৰ সম্ৰাটে যেন সকলো ৰাজ্য সাম্ৰাজ্য বিলাই দিব। হাফিৰ্জে সেয়ে হয়তো কৈছিল "চিৰাজৰ সেই মনোহৰিণী ৰূপহীয়ে যদি এবাৰ মোৰ হিয়াৰ কাষত ধৰা দিলেহেঁতেন, তেওঁৰ গালৰ এটা তিলৰ কাৰণে মই বিলাই দিলোহেঁতেন হিন্দুস্তান, চমৰখন্দ, বোখৰা সকলো ৰাজ্য সাম্ৰাজ্য।

ৰোমান সম্ৰাটে সৌন্দৰ্যৰ ওচৰত পৰাজায় স্বীকাৰ কৰি ক্লিওপেট্ৰাৰ এটা মূৰ্ত্তি প্ৰেমৰ দেৱী 'ভেনাচ'ৰ সলনি মন্দিৰত স্থাপন কৰিছিল। সেয়ে সৌন্দৰ্যৰাণী 'ক্লিওপেট্ৰা এক জীৱন্ত ভেনাচ—'।

চিজাৰক হত্যা কৰাৰ পাছত চিজাৰৰ সেনাপতি এণ্টনী মিছৰ ৰূপহী গৰাকীৰ ৰূপ সৌন্দৰ্যত আকণ্ঠ ডুব গ'ল। ক্লিওপেট্ৰাৰ নিৰ্মেদ শৰীৰ, নিচাৰে ভৰা পৰিপূৰ্ণ সুৰাপাত্ৰৰ দৰে দুচকুৰ সৌন্দৰ্যৰ উপভোগ কৰি আত্মহাৰা হৈ পৰিছিল হাৰকিউলিচৰ বংশৰ এণ্টনী আৰু ক'ত ৰোমান বীৰ।

# প্ৰেমৰ অনুপম স্বাক্ষৰ বেবিলনৰ ওলোমা বাগিচা

## প্ৰেমিক ৰজা নেবুছেদনেজাৰ

প্ৰেমেৰে অমৰ যিদৰে দিল্লীৰ দিলবৰ চাহজাহান সেইদৰে প্ৰেমৰ ইতিহাসত ৰজা নেবুছেদনেজাৰৰ নামো সোণালী আখৰেৰে লিখা আছে। তাজমহল যি দৰে অমৰ প্ৰেমৰ প্ৰতীক সেইদৰে বেবিলনৰ ওলোমা বাগিচাও (হেঙিং গাৰ্ডেন) প্ৰেমৰ অমুপম স্বাক্ষৰ।

পৃথিৱীৰ সাতটা আচৰিত বস্তুৰ ভিতৰত প্ৰত্যেকৰে একো একোটা ইতিহাস আছে। সেই ইতিহাস নাৰী প্ৰেম আৰু প্ৰেৰণাৰ লগত সংপৃক্ত, মানুহৰ দ্বাৰা সৃষ্ট ইতিহাসৰ পাতৰ আশ্চৰ্যকৰ বস্তুৰ ভিতৰত এটা হ'ল বেবিলনৰ শূন্যোদ্যান বা ওলোমা বাগিচা — যাক ইংৰাজীত 'Hanging Garden' নামে পৰিচিত। পৃথিৱীৰ সপ্তমাশ্চৰ্যৰ এটা হিচাপে স্থান দখল কৰা শূন্যোদ্যানখন চকুৰে দেখা নাপালেও কল্পনা কৰিব পাৰি! কল্পনা কৰকচোন, নানা বিধ গছ-লতিকা, ফল-ফুল, পানীৰ ফোঁৱাৰ আদিৰে মনোমোহা এখন বাগিচা, — যিখন শূন্যত ওপণ্ডি আছে ডাবৰৰ দেশত! ডাবৰৰ দেশত এই সপ্তম আশ্চৰ্যজনক স্বাক্ষৰটি নিৰ্মিত হৈছিল কেৱল প্ৰেমৰ বাবেই। য'ত আছে পত্নী প্ৰেম। পত্নীৰ মনোৰঞ্জনৰ কাৰণেই ৰজা নেবুছেদনেজাৰে ওলোমা বাগিচা সজাইছিল।

## বুৰঞ্জীৰ এখিলা পাত

১৭৮০ খ্ৰীষ্টাব্দৰ কথা। নিৰবধি ইউফ্ৰেটিছ নদীৰ পাৰৰ এখনি গাঁও। যাৰ নাম আছিল বেবিলন। সেই সময়ত তাৰ ৰজা আছিল হাম্মুৰাবি। হাম্মুৰাবি আছিল বেবিলনিয়া দেশৰ ৰজা। অতি কম দিনৰ ভিতৰতে বেবিলন সেই বেবিলনিয়া দেশৰ ৰাজধানীত পৰিণত হৈছিল। সেই ক্ষুদ্ৰ গাওঁখনিয়েই হৈ পৰিছিল ইউফ্ৰেটিছ সভ্যতাৰ কৃষ্টি সংস্কৃতিৰ চৰম নিদৰ্শন।

## ডাৱৰৰ দেশত এখন বাগিচা

খ্ৰীষ্টপূৰ্ব ৫০০০ৰ মাজভাগৰ কথা। তেতিয়া বেবিলনিয়াৰ ৰজা আছিল আমোদ প্ৰিয় চালডিয়ান নেবুছেদনেজাৰ। যাৰ বুকুত আছিল এসাগৰ প্ৰেম। প্ৰেমৰ মাজেদিয়েই পাৰ হৈছিল ৰজা-ৰাণীৰ যুগ্ম জীৱন। ৰাজ অন্তেৰপুৰ শোভা বৰ্ধন কৰিছিল অনিন্দ সুন্দৰী একমাত্ৰ ৰাজকুমাৰীয়ে। ৰাজকুমাৰীক ৰূপে গুণে ৰাজধানী বেবিলনৰ ৰূপত যেন ৰংহে চৰাইছিল।

নেবুছেদনেজাৰৰ ৰাজত্ব কালত এছিৰীয়সকলে এক বিদ্ৰোহ কৰিছিল। সাহসী আৰু পৰাক্ৰমী ৰজাই হেলাৰঙে এই বিদ্ৰোহ দমন কৰে। এছিৰীয়সকলক যুদ্ধত পৰাভূত কৰি নতুন উদ্যমেৰে ৰজাই বেবিলনীয়খন সজাই পৰাই তুলিলে। ৰাজধানী বেবিলন গাঁৱৰ পৰা চহৰত পৰিণত হ'ল। কিন্তু সেই সময়তে এটি দুঃসংবাদ আহি ৰজাৰ সন্মুখত উপস্থিত হ'ল। হঠাৎ ৰজাৰ তনয়াৰ এক ডাঙৰ ৰোগ আৰম্ভ হ'ল। বহুতো কবিৰাজ বৈদ্য আহি ৰাদ দৰবাৰত উপস্থিত হ'ল; কিন্তু ৰাজকুমাৰী ৰোগ নিৰাময় কৰিব পৰা নাই। লাহে লাহে ৰোগে ভয়াবহ ৰূপ ধাৰণ কৰিলে। পাচীয় ৰাণী নিজৰ দুহিতাসহ উদ্বাউল হ'ল গৃহভূমি পাৰস্যলৈ প্ৰত্যাবৰ্তনৰ কাৰণে। শুকান বালিময় বেবিলনৰ বুকুত তেতিয়া অকণো সেউজ নাছিল। চাৰিওফালে খৰাং মাথো খৰা। পানীৰ নাটনি। পাৰস্যৰ সেউজভূমিয়ে ৰাণীক যেন হাত বাউল দি মাতিছিল। পাৰস্যৰ চৌদিশে সেউজীয়া গছ লতিকা, ফল-ফুল, জলাশয় আদিৰ মাজত তেওঁ ৰাজকুমাৰীৰ ৰোগৰ মৃতসঞ্জিৱনী দেখা পাইছিল। সেয়ে ৰজাক ৰাণীয়ে খাটনি ধৰিলে বেবিলনৰ শুষ্ক মৰুচৰ ত্যাগ কৰিবলৈ। উপায়হীন হৈ পৰিল ৰজা নেবুছেদনেজাৰ। এফালে মৰমৰ ৰাণীৰ কাতৰ অনুৰোধ আনফালে বেবিলনীয় ৰাজ্য। এফালে দেশপ্ৰেম আনফালে মৰমৰ পত্নী আৰু জীয়েক। ৰজাৰ অপত্যস্নেহ কোনো গুণে কম নাছিল। শেষত মৰমৰ পত্নী আৰু জীয়েকৰ ইচ্ছা পূৰণ কৰিবলৈকে ৰজাই বেবিলনৰ বালিময় বগা বুকু সেউজ কৰি তোলাৰ কথা চিন্তা কৰিলে। কিন্তু সেইকাম ইমান সহজ নাছিল। তৎ সত্বেও তেওঁ তাকে কৰিবলৈ আগবাঢ়িল। কাৰণ প্ৰেমে একো বাধা নামানে। প্ৰেমৰ ওচৰত সকলো তুচ্ছ। প্ৰেম অসাধাৰণকো সাধাৰণ কৰিব পাৰে।

পাচী ভাষাত এষাৰ কথা আছে যে — "হিজ আহান্দ খুদ বাচুদ টি গ্ৰে নাচুদ"। অৰ্থাৎ কোনো লোহাই নিজে নিজে তৰোৱাল গঢ় লৈ নুঠে, তাক গঢ় দিব লাগে।

সোহাক তৰোৱাল গঢ় দিয়াৰ দৰে বহুতো পৰিশ্ৰম আৰু ত্যাগৰ বিনিময়ত পাৰ্চীয় নেবুছেদনেজাৰে বেবিলনৰ মৰুদ্যানক সেউজদ্যানলৈ পৰিণত কৰিলে। তেওঁ এখন বৃহৎ ক্ৰেই বাস্তৱপীয়া উদ্যান নিৰ্মাণ কৰি পেলালে পত্নীৰ মনোৰঞ্জনৰ বাবেই। উদ্যানৰ বুকুত কই দিলে তৰহে তৰহে গছ-লতিকা, ফুল-ফল। কৃত্ৰিম পুখুৰীৰ ব্যৱস্থাও কৰিলে। মৰুৰ বগা বুকু এদিন সেউজীয়াত পৰিণত হ'ল। আঁতৰৰ পৰা চালে এনেহেন লাগে যেন ডাবৰৰ দেশত শূন্যত মেঘমল্লৰ দৰে ওঁাহি আছে এখন বাগিচা।

শূন্যত ওপঙি থকা বাগিচাখন দেখি কোনোবা পাৰ্চী কবিয়ে লিখিয়ে পেলালে— "অগৰ ফিৰদৌছ বৰ ৰয়ে জমিন অস্ত,

হামিন অস্ত, অ' হামিন অস্ত, অ' হামিন অস্ত।"

অৰ্থাৎ — এই মৰতত যদি ক'ৰবাত সৰগ আছে সেয়া ইয়াতে, সেয়া ইয়াতে। গদ্য আৰু পদ্যত গাঁথা হৈ গ'ল বেবিলনৰ শূন্যোদ্যান। মৰুৰ বগা বালিত প্ৰেমৰ কবিতা দেখি সকলোৰে একেমুখে স্বীকাৰ কৰিলে নেবুছেদনেজাৰৰ প্ৰেমৰ পবিত্ৰতাক। কাৰণ, মহৎ আৰু পবিত্ৰ হৃদয়ৰ প্ৰেমেহে এনে এটি মহান স্বাক্ষৰ নিৰ্মাণ কৰিব পাৰে।

বেবিলনৰ বগা বালিৰ ওপৰত পাৰস্যৰ দৰে সেউজ উদ্যান দেখি ৰাণীৰ মন ঘূৰিল। এক অজান পুলকত তেওঁৰ দেহ মন পুলকিত হ'ল। তেওঁ পাহৰি গ'ল পাৰস্যৰ গৃহামুখে প্ৰত্যাহৱৰ্তন কৰাৰ কথা। বেবিলনৰ বুকুতে তেওঁ পাৰস্যক দেখা পালে। এনে নয়নভিৰাম দৃশ্য তেওঁ পাৰস্যতো কদাপিটো দেখা নাছিল। লাহে লাহে ৰাজকুমাৰীৰো ৰোগ নিৰাময় হ'ল শূন্যোদ্যানত মধুৰ সময় কটাই তেওঁ তন মন সাৰ্থক কৰিলে। ৰাজকুমাৰীয়ে উদ্যানৰ ফুলনিত ভোমোৰাৰ মৃদু গুঞ্জন শুনা পালে ......।

চীনাসকলে কয়— "এদিনৰ বাবে যদি আনন্দ লাগে বনভোজ খাওক, এমাহৰ আনন্দ লাগে যদি ভ্ৰমণ কৰক, এবছৰৰ কাৰণে আনন্দ লাগে যদি বিয়া পাতক আৰু যদি গোটেই জীৱনৰ বাবে আনন্দ লাগে ফুল গছ ৰোৱক।" কথাষাৰৰ যথেষ্ট অৰ্থ আছে।

বেবিলনৰ উদ্যানক লৈ আজিও কল্পনা প্ৰৱণ মানুহৰ অলীক কল্পনাৰ ইতি নাই। এসময়ত উদ্যানখনক কেন্দ্ৰ কৰি আৰম্ভ হৈছিল বহুতো লোক গাঁথাৰ। সময় অতীত হৈ যোৱাৰ লগে লগে কল্পনাত ৰহন লাগিল।

প্ৰকৃততে উদ্যানখনত বহুতো শাৰী শাৰী কিছুমান পকা খলপা আছিল। বেবিলন চহৰ খনক আবদ্ধ কৰি ৰখা বৃহৎ প্ৰাচীৰবোৰক ভিত্তি কৰি খলপাবোৰ সজা হৈছিল।

সেই খলপাবোৰৰ মাজে মাজে তিনি মিটাৰমান বহল কিছুমান পকী বাট আছিল, যিবোৰ সঁজা হৈছিল পোৰা ইটাৰে। এবিধ বিশেষ মাটি শুকুৱাই লৈ জাপ জাপকৈ মেলি ওপৰত বিটুমেন ঢালি তাৰ ওপৰত পোৰা ইটাৰ এটা তৰপ দিয়া হৈছিল। ইটাৰ মাজেৰে পানী সৰকিব নোৱাৰাকৈ সীহৰ পাতল আৱৰণ এখন দি তাৰ ওপৰত ডাঠকৈ মাটিৰ তৰপ দিয়া হৈছিল আৰু তাত বিভিন্ন ধৰণৰ গছ লতিকা ৰুই দিয়া হৈছিল। চৌখিন ৰজাই উদ্যানখনত এটি পানীৰ নিৰৱচ্ছিন্ন ফোঁৱাৰাও নির্মাণ কৰিছিল। অৱশ্যে আজি বেবিলন আছে কিন্তু সেই জাক জমক উদ্যান নাই। শূন্যোদ্যান আজি ইতিহাস, মাথো প্ৰেমৰ গাঁথা।

* * * * *

## প্ৰেমৰ ইতিহাসত অষ্টম এডৱাৰ্ড

### প্ৰেয়সীৰ প্ৰেমৰ বাবেই সিংহাসন ত্যাগ

*নাৰীয়ে নিজৰ স্বাৰ্থতে অহৰহ খটুৱাই পুৰুষক। অথচ নাৰীৰ বাবেই পুৰুষে সকলো ত্যাগ কৰি আহিছে। নাৰীৰ বাবেই ইংলেণ্ডৰ ৰজাই আনকি নিজৰ সিংহাসনো ত্যাগ কৰাৰ উদাহৰণ আছে।* *ফ্ৰেডৰিক মেনকেন*

প্ৰেমৰ এক সুকীয়া মৰ্যদা আছে, ৰজাৰ পৰা ভিক্ষাৰীলৈ প্ৰতিজনৰে প্ৰেম একেই, বেলেগ মাথো পটভূমিহে। প্ৰেমৰ বাবে প্ৰয়োজন ত্যাগৰ।

প্ৰেমৰ ইতিহাসত ইংলণ্ডৰ ভাবী ৰজা অষ্টম এডৱাৰ্ড ফৰিংফুটা জোনাকৰ নাম। অষ্টম এডৱাৰ্ডৰ প্ৰেম কাহিনীয়ে কুৰি শতিকাত সমগ্ৰ বৃটেইনৰ লগতে পৃথিৱীজুৰি আলোড়নৰ সৃষ্টি কৰিছিল। তেওঁ ৱালিচ চিমচন নামৰ এগৰাকী বিধবাৰ প্ৰেমত গভীৰভাৱে নিমজ্জিত হৈছিল আৰু এটা সময়ত ৰাজসিংহাসন ত্যাগ কৰি গ্ৰহণ কৰিছিল চিমচনক। বিগত শতিকাটোত ৰাজ পৰিয়ালৰ প্ৰেম চিমচন-এডৱাৰ্ডৰ প্ৰেমক সমগ্ৰ পৃথিৱীয়ে একেমুখে স্বীকাৰ কৰিছে।

অষ্টম এডৱাৰ্ডৰ জন্ম হয় ১৮৯৪ চনৰ ২৩ জুনত। তেওঁৰ সম্পূৰ্ণ নামটো হ'ল এডৱাৰ্ড এলবাৰ্ট খ্ৰীষ্টিয়ান জৰ্জ এণ্ডিউপেট্ৰিক ডেভিদ। তেওঁৰ পিতৃ হ'ল ৰজা পঞ্চম জৰ্জ। পঞ্চম জৰ্জৰ মৃত্যুৰ পিছত বৃটিছ সাম্ৰাজ্যৰ উত্তৰাধিকাৰী ৰূপে এডৱাৰ্ডে ৰাজ্য শাসন কৰিছিল মাত্ৰ ৩২৬ দিন। তাৰ কাৰণ হ'ল এডৱাৰ্ডৰ পৰকীয়া প্ৰেম। প্ৰেমিকা হ'ব ৱালিচ চিমচন। এগৰাকী অন্যন্যা নাৰী।

ৱালিচ চিমচনৰ জন্ম হয় ১৮৯৬ চনৰ ১৯ জুনত। তেওঁৰ মাকে তিনিবাৰ বিবাহ পাশত আৱদ্ধ হৈছিল। ১৯১৬ চনত চিমচন আমেৰিকাৰ নেভী পাইলট লেফ্‌টেনেণ্ট আৰ্ল উইনফিল্ডৰ সৈতে বিবাহ পাশত আৱদ্ধ হয়। ১৯২৭ চনত দুয়োৰে বিবাহ বিচ্ছেদ ঘটে। ১৯২৮ চনৰ ২১ জুলাইত চিমচন দ্বিতীয়বাৰৰ বাবে ব্যৱসায়ী এণ্ডৰিক চিমচনৰ সৈতে বিয়াত বহে। ৰাজকুমাৰ এডৱাৰ্ডে চিমচনক প্ৰথম লগ পায় তেওঁৰে প্ৰাক্তন প্ৰেমিকা লেডী ফাৰ্নেচৰ বাসভৱনৰ এটি ককটেইল

পাটীত। লেডী ফাৰ্নেচৰ আগতে এডৱাৰ্ডৰ প্ৰেয়সী আছিল মিচেছ ফ্ৰেঁডা ডাডলি ৱাৰ্ড। চিমচনৰ জীৱনলৈ যিদৰে দুগৰাকী স্বামী আহিছিল সেইদৰে এডৱাৰ্ডৰ জীৱনলৈও আহিছিল দুগৰাগকী নাৰী।

এডৱাৰ্ড চিমচন প্ৰথম দৰ্শনতে প্ৰেমত পৰে পৰস্পৰে পৰস্পৰৰ। দুয়ো ভ্ৰমণৰ মাজেৰে বিভিন্ন ল'কেশ্বনৰ ভিন্ন পৰিবেশত প্ৰেমক উপভোগ কৰিলে। দুয়ো প্ৰেমত উটি ভাহি ফুৰিলে এহাল সাধাৰণ ডেকা-গাভৰুৰ দৰেই— ৰাজকুমাৰ ৰাজকুমাৰীৰ দৰে নহয়। এটা সময়ত ৰাজকুমাৰে চিমচনক বিয়া কৰাব বিচাৰিলে। সেই প্ৰেম বৃটিছ সংসদে সহজভাৱে গ্ৰহণ কৰিব নোৱাৰি তেওঁলোকৰ প্ৰেমক অসফল কৰিবলৈ উঠি পৰি লাগিল। ইংলণ্ডৰ পাৰ্লিয়ামেণ্টে কোনো কাৰণত দুবাৰ ডিৰ্ভোচ কৰা নাৰী এগৰাকীক ৰজালৈ বিয়া কৰাব নিবিচাৰে। অৱশেষত প্ৰধানমন্ত্ৰীয়ে এডৱাৰ্ডৰ ওচৰত তিনিটা স্বৰ্ত দাঙি ধৰিলে। স্বৰ্ত কেইটা হ'ল —

(১) মিচেছ চিমচনক বিয়া কৰোৱাৰ বাসনা পৰিত্যাগ কৰা।

(২) চৰকাৰৰ উপদেশ উলংঘা কৰি বিয়া কৰাই সাংবিধানিক অৰাজকতাৰ সৃষ্টি কৰা।

(৩) সাম্ৰাজ্য পৰিত্যাগ কৰি চিমচনক বিয়া কৰোৱা।

এডৱাৰ্ড আছিল নিজ প্ৰেমত অচল-অটল। বৃটিছ জনগণক সন্মান জনাই নিজৰ ৰাজমুকুট আৰু ৰাজ ঐশ্বৰ্য উপেক্ষা কৰি এডৱাৰ্ডে বাচি ললে প্ৰধানমন্ত্ৰীৰ তিনি নম্বৰটো স্বৰ্ত। ১৯৩৭ চনৰ মে মাহত তেওঁৰ ৰাজ অভিষেক অনুষ্ঠিত কৰাৰ কথা আছিল। ১৯৩৬ চনৰ ১০ ডিচেম্বৰত অষ্টম এডৱাৰ্ডে চিমচনক গ্ৰহণ কৰি সাম্ৰাজ্য ত্যাগ কৰিলে। ইংলণ্ডৰ হাজাৰ বিজাৰ জনতাৰ চকুত তেতিয়া চকুলোৰ গংগা -যমুনা। এডৱাৰ্ড ফ্ৰান্সলৈ গুছি গ'ল বৃটিছ ৰাজ সিংহাসন ত্যাগ কৰা এনে ৰজাৰ প্ৰেম পৃথিৱীত বিৰল। প্ৰেমৰ ইতিহাসত অষ্টম এডৱাৰ্ডৰ নাম সোণালী আখৰে লেখা হৈ ৰ'ল।

## প্ৰেম পৰ্বত ৰাণী এলিজাবেথ

বৃটেইনৰ ৰাজপৰিয়ালত বহু বিতৰ্কৰ সৃষ্টি কৰি অহা শব্দটোৱেই হ'ল প্ৰেম। বৃটেইনৰ ৰাজ পৰিয়ালৰ বহুতো প্ৰেম কাহিনী আজি ইতিহাস।

ৰাণী এলিজাবেথ আৰু ৰবাৰ্ট লুডলেৰ প্ৰেমে এসময়ত 'হট নিউজ' সৃষ্টি কৰিছিল। ৰাণী এলিজাবেথে ৰবাৰ্ট নামৰ এজন বিবাহিত পুৰুষৰ সান্নিধ্য লাভ কৰিছিল। এলিজাবেথে তেওঁৰ এই প্ৰেমৰ প্ৰসংগত কৈছিল— "লুডলেৰ প্ৰেমৰ মাজত মোৰ নিজস্ব সত্বাক হেৰুৱাই পেলাইছো। আমাৰ এই সম্পৰ্ক গভীৰ আৰু অতিকে পবিত্ৰ। কিন্তু মই বৃটিছ জনসাধাৰণৰ মোৰ প্ৰতি থকা শ্ৰদ্ধাক অস্বীকাৰ কৰিব নোৱাৰো, যাৰ বাবে আমাৰ সম্পৰ্ক স্থায়ী কৰিব নোৱাৰো...।" ৰাণীৰ এই বিবৃতি প্ৰচাৰ হোৱাৰ লগে লগে তেওঁ বিশ্ববাসীৰ মাজত 'কাৰ্জিন কুইন' নামেৰে জনাজাত হৈ পৰে।

## ছাৰ্লছ্-কেমিলাৰ প্ৰেম ৰোমাঞ্চ

বৃটিছ ৰাজপৰিয়ালৰ যুৱৰাজ চালৰ্ছৰ প্ৰেম সৰ্বজনবিদিত। চালৰ্ছ হৈছে অবৈধ প্ৰেমৰ চিকাৰ। প্ৰেমৰ পৰিণতিতেই চাৰ্লছ আৰু ডায়েনাৰ বিবাহ হৈছিল। প্ৰেমেৰে ভৰি পৰিছিল যুৱৰাজ চাৰ্লছৰ অন্তৰ। কিন্তু ৰূপহী ডায়েনাৰ প্ৰেমে এদিন চাৰ্লছক আমুৱাইছিল। ইয়াৰ মূলতে হ'ল চাৰ্লছে কেমিলা পাৰ্কাৰ নামৰ এগৰাকী নাৰীৰ সৈতে অবৈধ প্ৰণয়ত লিপ্ত হৈছিল। চাৰ্লছ -ডায়েনাৰ বিবাহ বিচ্ছেদ হ'ল। ডায়েনাই নিভাজ, নিঃস্বাৰ্থ প্ৰেম বিচাৰি টুকুৰিয়াইছিল বহু পুৰুষৰ হৃদয়। সাতজনকৈ পুৰুষৰ সান্নিধ্য লাভ কৰি ডায়েনাই অৱশেষত ইপ্সিত মৰম বিচাৰি পাইছিল ড'ডি আলফয়েডৰ মাজত। এই প্ৰেমে পূৰ্ণতা পোৱাৰ আগতেই বিতৰ্কিত মটৰ দুৰ্ঘটনাত পতিত হৈ ড'ডি-ডায়েনাৰ মৃত্যু ঘটিছিল আৰু লগে লগেই অন্ত পৰিল চাৰ্লছ-ডায়েনাৰ প্ৰেম কাহিনী।

..... কিন্তু প্ৰকৃততে এই প্ৰেম অধ্যায়ৰ ইতি পৰিল জানো? 'সপোন কুঁৱৰী' ডায়েনাৰ মৃত্যুৰ বাবে জানো কেৱল তেওঁ নিজেই দায়ী? গাড়ী দুৰ্ঘটনাত নিহত হলেও, ডায়েনাৰ অবৈধ প্ৰেমেই বৃটিছ ৰাজ পৰিয়ালত আলোড়নৰ সৃষ্টি কৰিছিল। বৃটিছ ৰাজ পৰিয়ালে ডায়েনাক যিমান দুৰ্বল চৰিত্ৰৰ নাৰী হিচাপে আখ্যা নিদিয়ক, ডায়েনাৰ অবৈধ প্ৰেমৰ বাবে যুৱৰাজ চাৰ্লছো সমানে জগৰীয়া।

চাৰ্লছ শৈশৱৰ পৰাই প্ৰেমৰ প্ৰতি সুন্দৰী নাৰীৰ প্ৰতি আসক্ত। চাৰ্লছক বয়সতকৈ বেছি বুঢ়া যেন লাগিলেও তেওঁ আছিল দুৰন্ত ৰোমান্তিক পুৰুষ। প্ৰশ্ন হয় ৰূপে গুণে চহকী হোৱা স্বত্বেও চালৰ্ছক কিয় ডায়েনাই আমুৱালে? কেমিলা পাৰ্কাৰতো ৰূপে গুণে ডায়েনাৰ দৰে চহকী নহয়?

বৃটিছ ৰাজ পৰিয়ালত যিগৰাকী মহিলাক কেন্দ্ৰ কৰি সৰ্বাধিক ৰহস্যৰ সৃষ্টি হৈ আহিছে, সেইগৰাকী মহিলা হ'ল কেমিলা পাৰ্কাৰ বৱেলা। চাৰ্লছৰ স'তে কেমিলাৰ প্ৰেম যৌৱনৰ আৰম্ভণিৰ পৰাই। প্ৰকৃততে কেমিলা নামৰ নাৰী গৰাকীয়েই চাৰ্লছ-ডায়েনাৰ বিবাহ-বিচ্ছেদৰ কাৰণ। ডায়েনাৰ মৃত্যুৰ পাছটো প্ৰকাশ পাই আহিছে চাৰ্লছ-কেমিলাৰ যুগ্ম চুম্বনৰত ফটো। প্ৰকাশ পাই আহিছে চাৰ্লছ কেমিলাৰ অনেক মুখৰোচক কাহিনীৰ। ডায়েনাৰ মৃত্যুৰ বাতৰিয়েও দুয়োৰে প্ৰেমক প্ৰভাৱিত কৰিব পৰা নাই। কেমিলাৰ প্ৰতি চাৰ্লছ কোনো মুহূৰ্তত ইমানেই আবেগিক হৈ পৰিছিল যে, তেনে এক সময়ত চাৰ্লছে কেমিলাক কৈছিল 'মন যায় তোমাৰ স'তে সাংসাৰিক হবলৈ।'

কেমিলাৰ বাবে চাৰ্লছ আজিও ব্যাকুল। চাৰ্লছে কেমিলাক বিয়া নকৰোৱাৰ কাৰণটো বিচাৰি পোৱা কঠিন। বহুতৰ মতে কেমিলা কেথলিক ধৰ্মী হোৱাৰ বাবেই এই বিয়া হোৱা নাই। কাৰণ বৃটেইনৰ ৰজা-ৰাণী কেথলিক হ'ব নোৱাৰে। আজিও ৰহস্যৰে আবৃত চাৰ্লছ-কেমিলাৰ প্ৰেম।

## কেৱল প্ৰেমৰ বাবেই

হাজাৰবাৰ নাৰীৰ ৰূপ আৰু প্ৰেমে বৃটিছ ৰাজসিংহাসন কঁপাই তোলাৰ দৰে নাৰীৰ ৰূপ-যৌৱন-প্ৰেমে ৰুমানিয়াৰ ৰাজসিংহাসনকো কঁপাই তুলিছিল। ৰুমানিয়াৰ ৰজা কেৰলে তেওঁৰ প্ৰেমিকা মাগডা লুপেস্কুৰ সৈতে অবৈধ সম্পৰ্কৰ বাবে ১৯২৫ চনত সিংহাসন হেৰুৱাইছিল। পাঁচ বছৰৰ পাছতহে তেওঁ হেৰুওৱা সিংহাসন লাভ কৰে।

## প্ৰেমিকাৰ বাবেই নেপালৰ ৰাজপৰিয়াল ধ্বংস

নাৰী আৰু প্ৰেমৰ বাবে ৰাজপৰিয়ালত কি যে কাণ্ড ঘটা নাই। প্ৰেমে মানুহক কেতিয়াবা যেন দেৱতাৰ পৰা চয়তান কৰে। প্ৰেমৰ বাবেই সৌ সিদিনা হিমালয়ৰ বুকুৰ ক্ষুদ্ৰ ৰাষ্ট্ৰ নেপালত ধ্বংসলীলা ৰচনা হ'ল। প্ৰেমৰ বাবেই নিজ পুত্ৰৰ কাৰ্টুজ বুকু পাতি ল'লে পিতৃ-মাতৃয়ে। নেপালৰ যুৱৰাজ দ্বীপেন্দ্ৰই ৰাজপৰিয়ালে তেওঁ

প্ৰেমিকা দেৱযানীক অস্বীকাৰ কৰাৰ বাবেই পিতৃ ৰজা বীৰেন্দ্ৰ, ৰাণী মাতৃ ঐশ্বৰ্য, ভ্ৰাতৃ নিৰঞ্জন, ভগ্নী শ্ৰুতিকে ধৰি পৰিয়ালৰ সকলোকে নিৰ্বিচাৰে হত্যা কৰে।

ইতিহাসৰ পাতত এক দেৱযানীৰ বাবে প্ৰতিদ্বন্দ্বী শৰ্মিষ্ঠাৰ প্ৰেমত বন্দী হৈ ৰজা যযাতিয়ে অকাল বাৰ্দ্ধক্যৰ অভিশাপ চিৰদিনৰ বাবে মূৰ পাতি ল'বলগীয়া হৈছিল। আকৌ মহাকাব্যৰ যুগত যি দেৱযানীয়ে কচক প্ৰাণ দিবলৈ পিতৃ শুক্ৰাচাৰ্যক খাটিছিল— আজি আন এক দেৱযানীৰ বাবে নেপালী ৰাজপৰিয়ালৰ এটিৰ শ শ বছৰীয়া ৰাজত্বৰ অৱসান ঘটিল।

নেপালী তনয়া ত্ৰিভুবন বিশ্ববিদ্যালয়ৰ চূড়ান্ত বৰ্ষৰ ছাত্ৰী দেৱযানী ৰাণা আছিল মহাৰাজ গঞ্জৰ পশুপতি ৰাণাৰ কনিষ্ঠা কন্যা। আনহাতে, দেৱযানী ভাৰতৰ প্ৰাক্তন মন্ত্ৰী মাধৱৰাও সিন্ধিয়াৰ বায়েক উষাৰাজৰ জীয়েক। দেৱযানী আছিল ৰাজকুমাৰ দ্বীপেন্দ্ৰৰ বাল্যকালৰে সহপাঠী। কাঠমাণ্ডুৰ কলেজত পঢ়ি থকা অৱস্থাত দুয়ো প্ৰেম পাশত আবদ্ধ হয়। দেৱযানীৰ দেউতাক পশুপতি আছিল কেবিনেট মন্ত্ৰী। সেই সূত্ৰে দুয়ো ঘৰৰ ঘনিষ্ঠতা। দেৱযানী-দ্বীপেন্দ্ৰৰ প্ৰেমৰ কথা গম পাই এদিন ৰজা বীৰেন্দ্ৰই এই বিষয়ত হস্তক্ষেপ কৰিলে। তাৰ মাজতে দুয়ো সুৰুঙা উলিয়াই ইংলণ্ড, ইটালী, চুইজাৰলেণ্ড, ফ্ৰান্স আদি গোপনে ভ্ৰমণ কৰিলে। দুয়োৰে প্ৰেমৰ সম্পৰ্ক ৰাজ প্ৰসাদৰ অন্দৰ মহলতো বিস্ফোৰিত হ'ল। ৰাজ পৰিয়ালে এই মিলনত বাধা প্ৰদান কৰে। তাৰ ফলতে এই ধ্বংসলীলা।

প্ৰেম হেনো অন্ধ। প্ৰেমে নিবিচাৰে কোনো জাতি - কুল। প্ৰেমৰ নামতে জিলিকি আছে তাজমহল। প্ৰেমেই মাতি আনে ধ্বংস, প্ৰেমেই ছটিয়াই সৃষ্টিৰ বীজ। প্ৰেমক ধ্বংসৰ কামতকৈ সৃষ্টিৰ কামত লগোৱাটো বেছি যুগুত।

# ৱাশ্বিংটনৰ পৰা বিল ক্লিন্টনলৈ

হাজাৰবাৰ নাৰীৰ ৰূপ আৰু প্ৰেমে ৰাজ সিংহাসন কঁপাই তুলিছে। মানুহ আৰু দেশৰ ভাগ্যক সলনি কৰে প্ৰেম, নাৰী আৰু মহাযুদ্ধই। নাৰীৰ অন্তৰৰ দাৱানলে এখন স্বৰ্ণনগৰীও দগ্ধ কৰি ছাইত পৰিণত কৰিব পাৰে। প্ৰেমে জীৱন দিয়ে, নাৰী প্ৰেমে প্ৰেৰণা দিয়ে, প্ৰেমৰ কাৰণেই আকৌ চহৰ-নগৰ চাৰখাৰ হয়। বিশ্ব ইতিহাসৰ পাতে পাতে এনে ঘটনাৰ অভাৱ নাই। লংকা, ট্ৰয়, ইজিপ্ত আদিৰ ধ্বংসৰ মূল কাৰণ হ'ল নাৰীৰ ৰূপ, যৌৱন আৰু প্ৰেম। নাৰী কিন্তু হৈ ৰ'ল সেই একেজন বিশ্ব খনিকৰৰ স্ৰষ্টৰে দ্ৰষ্টা অনুপম স্বাক্ষৰ, শিল্পীৰ স্বপ্ন, বিশ্বৰ বন্দিতা।

সাম্প্ৰতিক কালত যান্ত্ৰিক পৃথিৱীখনত মানুহৰ প্ৰেম-ৰোমাঞ্চ, বিবাহ -বন্ধুত্ব, আদি সম্পৰ্ক যদিও ব্যক্তিগত বা মনস্তাত্বিক তথাপি ই গভীৰভাৱে আলোচনাৰ বিষয়বস্তু। আজিৰ যুগত যেন প্লেটনিক লাভাৰৰ এই পৃথিৱীত কোনো ভেল্যু নাই। ছোৱালীৰ লগত প্ৰেম, ৰোমাঞ্চ, বন্ধুত্ব আদি সম্পৰ্কই আজিৰ জীৱন।

বিশ্বৰ বহুকেইজন ৰাষ্ট্ৰপ্ৰধানে নাৰী আৰু প্ৰেম (যৌন) সংক্ৰান্তত হাবু-ডুবু খাইছিল। তাৰ ভিতৰত আমেৰিকাৰ ৰাষ্ট্ৰপ্ৰধান সফল উল্লেখযোগ্য। আমেৰিকা ইতিহাসৰ শীৰ্ষ প্ৰশাসনীয় পদবীধাৰী কেইজনমান বিখ্যাত লোকৰ জীৱনলৈ একাধিক নাৰীৰ আগমন ঘটিছিল। ৱাশ্বিংটনৰ পৰা ধৰি বিল ক্লিণ্টনলৈকে বহুকেইজন ৰাষ্ট্ৰপ্ৰধানে পৰকীয়া প্ৰেমত আকৃষ্ট হৈছিল।

## জৰ্জ ৱাশ্বিংটন

আমেৰিকা যুক্তৰাষ্ট্ৰৰ প্ৰথম ৰাষ্ট্ৰপতি জৰ্জৱাশ্বিংটনৰ জীৱনতো নাৰীয়ে বিশেষ স্থান অধিকাৰ কৰিছিল। তেওঁৰ ব্যক্তিত্বই বহুতো নাৰীক আকৰ্ষণ কৰিছিল। মাৰ্থা আছিল ৱাশ্বিংটনৰ জীৱনলৈ অহা প্ৰথম গৰাকী নাৰী। মাৰ্থা আছিল বিধৱা

আৰু দুটি সন্তানৰ মাতৃ। এদিন পৰস্পৰৰ মাজত প্ৰেম উদ্ভাৱন হয় আৰু জৰ্জে তেওঁক প্ৰেম বিবাহৰ প্ৰস্তাৱ দিয়ে। দুয়ো বিবাহসূত্ৰে বন্ধনত আৱদ্ধ হয়।

পুৰুষ নাৰী উভয়ে উভয়ৰ পৰিপূৰক। নাৰী পুৰুষৰ কাৰণে যিমান আকৰ্ষণীয় সেইদৰে পুৰুষো নাৰীৰ কাৰণে আকৰ্ষণীয়। পৰস্পৰৰ আকৰ্ষণ নথকা হ'লে নিশ্চয় প্ৰেমে গজালি নেমেলিলোহেঁতেন। প্ৰেমত জয়ী হ'বলৈ হ'লে প্ৰেমিক প্ৰেমিকাৰ বা প্ৰেমিকা প্ৰেমিকৰ আকৰ্ষণীয় হ'ব লাগিব। একপক্ষীয় প্ৰেমে নিজকহে জ্বলাই মাৰে। দুৰ্বাৰ প্ৰেমৰ বাসনাই কোনো প্ৰতিবন্ধকতা নামানে, লাগিলে সেই প্ৰতিবন্ধকতা ওফৰাই পেলাব।

উল্লেখযোগ্য যে ৱাশ্বিংটনৰ সংস্পৰ্শলৈ অহা মাৰ্থাই জীৱনৰ শেষ নাৰী নাছিল। তেওঁৰ জীৱনত বাৰুকৈয়ে প্ৰভাৱ পেলাইছিল এগৰাকী ইংৰাজ ভদ্ৰ মহিলাই। যাক দেখাৰ লগে লগেই ৱাশ্বিংটনৰ বুকুত অসংখ্য মাদল বাজিছিল। ৰাষ্ট্ৰপতি গৰাকীৰ জীৱনত প্ৰেৰণা যোগোৱা তথা গোপন আবেলিৰ বুকুৰ দুৱাৰত টুকুৰীয়াই যোৱা নাৰী গৰাকী হ'ল 'ছেলী'। ছেলীৰ সান্নিধ্যত তেওঁ পাইছিল উৎসাহ আৰু প্ৰেৰণা। যাৰ উষ্ণ সান্নিধ্যত তেওঁ খোজে প্ৰতি সফলতা লাভ কৰিছিল। উত্তাল যৌৱন শৰীৰত বিৰাজমান অনন্য সুন্দৰী ছেলীয়ে ৰাষ্ট্ৰপ্ৰধান গৰাকীক যেন বুজাই দিছিল। 'লাভ ইজ বডি-ৰিলেটেড'। পৰস্পৰৰ গুপ্ত প্ৰণয়ে সেই সময়ত ব্যাপক খলকনি সৃষ্টি কৰিছিল। কাৰণ পত্নী মাৰ্থাৰ উপস্থিতিত প্ৰেম জনিত কাৰণত বা যৌন সম্পৰ্কৰ কাৰণেই হওঁক অন্য নাৰীৰ সংস্পৰ্শলৈ অহাটো অবৈধ আৰু নিন্দনীয়।

এইখিনিতে জ্ঞানপীঠ বিজেতা ড° মামণি ৰয়ছম গোস্বামীৰ এষাৰ কথা প্ৰসঙ্গক্ৰমে উল্লেখ কৰা হ'ল। তেওঁৰ মতে, — "জীৱনত এজন পুৰুষ বা এজনী নাৰীৰ সৈতেই যে প্ৰেম কৰিব লাগিব। সেয়া সম্পূৰ্ণ অবাস্তৱ কথা। পৃথিৱীৰ প্ৰায় সকলো পুৰুষৰ বাহিৰেও বহু সময়ত আনৰ প্ৰতিও আকৰ্ষিত হয়। পৰকীয়া প্ৰেমত আকৃষ্ট হোৱাটো মানুহৰ স্বভাৱ। ..... পৃথিৱীৰ প্ৰায় সকলো পুৰুষ নাৰীয়েই পৰকীয়তাত আকৰ্ষিত হ'লেও শেষত নিজৰ পতি বা পত্নীৰ ওচৰলৈ ঘুৰি আহে।"

## থমাছ জেফাৰছন

আমেৰিকাৰ তৃতীয় ৰাষ্ট্ৰপতি থমাছ জেফাৰছনৰ ৰাজনৈতিক জীৱনত তেওঁৰ প্ৰেম-প্ৰণয় আদিয়ে যথেষ্ট প্ৰভাৱ পেলাইছিল। মাত্ৰ ৩৯ বছৰ বয়সত তেওঁৰ

পত্নীৰ মৃত্যু হৈছিল। বিয়াৰ সময়ত জেফাৰছনে এজনী কৃতদাস গাভৰু যৌতুক হিচাপে শহুৰেকৰ পৰা লাভ কৰিছিল। কাৰণ, সেইসময়ত আমেৰিকাত দাসপ্ৰথা চলি আছিল। অপৰূপা দাসী গাভৰু গৰকীৰ নাম আছিল 'ছেলি হেমিংছ'। পত্নী বিয়োগৰ পাছত জেফাৰছন আৰু ছেলিৰ মাজত দুৰন্ত প্ৰেম হয়। সেই প্ৰেম আছিল দৈহ্যিক। এই প্ৰণয় কাহিনী কিম্বদন্তীৰ দৰে চলি আহিছে। জেফাৰছনে ছেলিৰ প্ৰণয়ৰ পৰিণতিত একাধিক সন্তানৰ জন্ম হৈছিল। উল্লেখযোগ্য যে তেওঁলোকৰ পিতৃ পৰিচয় অস্বীকৃত হৈ ৰ'ল। সাম্প্ৰতিক কালত জেফাৰছনৰ অবৈধ সন্তানৰ বংশ বৃদ্ধি ঘটি শতাধিক হ'লগৈ। পিতৃ পৰিচয় সাব্যস্ত কৰিবলৈ তেওঁলোকে ডি এন এ টেষ্টৰ সহায় লয় আৰু বিজ্ঞানে প্ৰমাণ কৰিলে যে তেওঁলোকে টমাছ জেফাৰছনৰ প্ৰতি সন্তান। উনৈশ শতিকাৰৰ শেষৰ ফালে জেফাৰছনৰ বৈধ আৰু অবৈধ সতি সন্ততিৰ বৃহৎ পৰিয়াললৈ পুনৰ মিলিত হয়।

প্ৰেম জীৱনৰ সৰ্বস্ব। প্ৰেম এক স্বৰ্গীয় আভা। সঁচা প্ৰেমৰ জৰিয়তে মানুহে দেৱত্ব লাভৰ প্ৰয়াস কৰে। প্ৰেমত পৰাটো মানৱীয় গুণ। মানুহে নিজৰ বাবেই, নিজৰ আনন্দৰ বাবেই বা হৃদয়ৰ তাগিদাত প্ৰেম নামৰ মহানুভৱতা লাভ কৰে। প্ৰেম আৰু যৌনতাই প্ৰায়েই হাতত ধৰা ধৰিকৈ আগবাঢ়ে। প্ৰেমৰ দৰেই যৌনতাও জীৱনৰ এক অপৰিহাৰ্য অংগ। কিন্তু যৌনতা হ'ব লাগিব নিয়ন্ত্ৰিত। উচ্ছৃংখল অনিয়ন্ত্ৰিত প্ৰেমহীন যৌনতা কেতিযাও আদৰণীয় নহয়।

জেফাৰছনৰ হৃদয়ৰ ধনুত টংকাৰ দিয়া অন্য এগৰাকী সুন্দৰী নাৰী হ'ল 'মাৰিয়া কছৱে'। মাৰিয়া আছিল এগৰাকী চিত্ৰ শিল্পীৰ পত্নী। পেৰিচত থকা সময়ত মাৰিয়া আৰু জেফাৰছনৰ মাজত দৈহিক সম্পৰ্কও স্থাপন হৈছিল। পেৰিছত নথকা সময়ত ৰাষ্ট্ৰপ্ৰধানগৰাকীয়ে প্ৰেয়সী মাৰিয়াৰ লগত চিঠিৰ যোগে যোগসূত্ৰ ৰাখিছিল। প্ৰেমৰ কি যে দুৰ্নিবাৰ টান। প্ৰেমপত্ৰবোৰত তেওঁ মাৰিয়াক সম্বোধন কৰিছিল— 'My heart' আৰু 'My head' বুলি। যিবোৰ প্ৰেমপত্ৰ বিশ্বৰ মহৎ প্ৰেমপত্ৰবিলাকৰ ভিতৰত অন্যতম।

## ৱাৰেন জি হাৰ্ডিং

আমেৰিকা যুক্তৰাষ্ট্ৰৰ আন এগৰাকী ৰাষ্ট্ৰপতি ৱাৰেন জি হাৰ্ডিঙো বহু নাৰীৰ সংস্পৰ্শলৈ আহিছিল। হাৰ্ডিং আছিল নাৰীৰ প্ৰতি ব্যাপক আসক্তি পৰায়ন

ব্যক্তি। পত্নী ফ্ৰৰেন্সৰ উপস্থিতি পাহৰি তেওঁ চলাই গৈছিল বহু ৰমণী নাৰীৰ সৈতে প্ৰেমলীলা। তেওঁ জীৱনলৈ অহা এগৰাকী ৰমণী হ'ল ব্ৰিটোন। উচ্ছল প্ৰগলভা তন্বী তৰুণী বিট্ৰোন যাৰ প্ৰণয়ৰ ভাজত শান্ত হৈছিল ৰাষ্ট্ৰপ্ৰধান গৰাকী। বিট্ৰোনৰ তপত সান্নিধ্য তথা প্ৰেমে হাডিঙক পাহৰাই ৰাখিছিল পত্নী ফ্লৰেন্সক। হাডিং আৰু বিট্ৰোনৰ অবৈধ প্ৰেমৰ স্বাক্ষৰ হিচাপে এটি কন্যা সন্তানৰো জন্ম হৈছিল। 'কেৰী ফিলিপছ' নামৰ এগৰাকী ভদ্ৰ মহিলাৰ লগতো হাডিঙৰ অবৈধ প্ৰেম হৈছিল। কেৰী আৰু হাডিঙৰ প্ৰেমে সংবাদ মাধ্যমত যথেষ্ট হৈ - চৈ সৃষ্টি কৰিছিল।

## জন এফ কেনেডী

ৰাষ্ট্ৰপতি কেনেডীৰ জীৱনটো নাৰীয়ে বিশেষ ভাৱে প্ৰভাৱ বিস্তাৰ কৰিছিল। তেওঁ ৰাষ্ট্ৰপতি হৈ থকা অৱস্থাত একাধিক নাৰীৰ সংস্পৰ্শলৈ অহা মুখৰোচক কাহিনী প্ৰচাৰ হৈছিল। তেওঁ সম্পৰ্ক ৰাখিছিল বহুকেইগৰাকী হলিউদৰ তাৰকা অভিনেত্ৰীৰ সৈতে। বিশ্বৰ দহগৰাকী শ্ৰেষ্ঠতম আবেদনময়ী নায়িকাৰ ভিতৰত শ্ৰেষ্ঠতম নায়িকা অপৰূপ লাৱণ্যময়ী মেৰিলিন মনৰোৰ লগতো কেনেডি প্ৰেম সম্পৰ্কৰে সম্পৰ্কীত । পৰস্পৰৰ প্ৰেম মনস্তাত্বিকৰ পৰা গৈ হোটেলৰ শোৱনী কোঠা পাইছিলগৈ। উল্লেখযোগ্য যে মেৰিলিন মনৰোক কেনেডীয়ে পত্নী স্বীকৃতি নিদিয়াৰ বাবেই তেওঁ শ্লিপিং টেবলেট খাই অকাল মৃত্যুক সাৱটি লয় বুলি বহু লোকৰ ধাৰণা।

যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি জনাৰ এসময়ৰ প্ৰেমিকা আছিল মিচেছ জুডি কেম্পবেল এক্সনাৰ নামৰ এগৰাকী গাভৰু ।এক্সনাৰৰ আত্ম জীৱনী 'My story' ত তেওঁৰ প্ৰেমিক ৰাষ্ট্ৰপতি জন. এফ. কেনেডীৰ সৈতে থকা দুবছৰীয়া গোপন প্ৰেমৰ কথা উল্লেখ কৰিছে। উল্লেখযোগ্য যে কেনেডীৰ সৈতে থকা গোপন সম্পৰ্কৰ ফলত ১৯৬২ চনত এক্সনা অন্তঃসত্বা হৈছিল। সেই সময়ত কেনেডীয়ে তেওঁক ছিকাগোৰ মাফিয়া ডন জিয়ানকানাৰ ওচৰলৈ যাবলৈ দিছিল। কেনেডীয়ে তেওঁৰ জৰিয়তে বহু গোপন খবৰ মাফিয়া ৰাজ সকললৈ প্ৰেৰণ কৰিছিল। উল্লেখযোগ্য যে ওঠৰ বছৰ বয়সতে অভিনেতা কেম্পবেলৰ সৈতে বিবাহ বিচ্ছেদ ঘটাৰ পাছত এক্সনা কেনেডীৰ সংস্পৰ্শলৈ আহে।

## এনড্ৰিউ জনছন

প্ৰথম অৱস্থাত জনছন আছিল এজন সাধাৰণ দৰ্জী। তেওঁ লিখা পঢ়া নাজানিছিল। বন্ধুসকলে জোখ-মাখ লৈ কাটি দিয়া কাপোৰহে জনছনে চিলাব জানিছিল। জীৱিকা নিৰ্বাহৰ বাবে তেওঁ এখন সাধাৰণ দৰ্জীৰ দোকানত কাম কৰিছিল। এদিন দৰ্জী জনছন এগৰাকী নাৰীৰৰ সংস্পৰ্শলৈ আহিল। তেওঁ হ'ল এলিজা মেককাৰডেল। এলিজা যদিও সাধাৰণ নাৰী আছিল, তথাপি তেওঁ আছিল শিক্ষিতা, তেওঁৰ ইচ্ছা আছিল অপ্ৰতিৰোধ্য, অপৰাজেয় আৰু অদমনীয়। এদিন জনছন আৰু এলিজাৰ মাজত বন্ধুত্বৰ পৰা প্ৰেমৰ বীজ অংকুৰিত হ'ল। দুয়োৰে প্ৰেমে এদিন বিবাহৰ মুখ দেখিলে। বিবাহৰ পিছত এলিজাই স্বামী জনছনক ঘৰতে প্ৰাথমিক শিক্ষা প্ৰদান কৰে।

কোৱা হয় — Love never claims, It ever gives. প্ৰেমে কেতিয়াও বিনিময় নিবিচাৰে, প্ৰেমাস্পদক সকলো উজাৰি দিয়ে।

পত্নী এলিজাৰ প্ৰেম, উৎসাহ আৰু প্ৰেৰণাৰ শক্তিৰেই সীমাহীন সপোন বুকুত সাৱটি জনছনে দৃঢ়তাৰে বাট বুলিছিল — ঘাত-প্ৰতিঘাতৰ মাজেদি। এই উৎসাহতেই জনছনে খোজ পেলাইছিল ৰাজনীতিৰ মঞ্চত। এলিজাৰ অনুপ্ৰেৰণাতে জনছনে ৰাজনীতিৰ অ-আ, ক-খ শিকিছিল। এদিন জনছনৰ সম্মুখত সৌভাগ্যই আহি ধৰা দিয়েহি। এই দৰ্জী জনছনেই এদিন আমেৰিকাৰ উপৰাষ্ট্ৰপতি নিৰ্বাচিত হৈছিল।

১৮৬৫ চনত জনছনে আমেৰিকাৰ উপৰাষ্ট্ৰপতি হিচাপে শপত গ্ৰহণ কৰে। আব্ৰাহাম লিংকনৰ পাছতে ১৮৬৭ চনত জনছন আমেৰিকাৰ ৰাষ্ট্ৰপতি হয়। দেখা যায় সাধাৰণ দৰ্জী ৰূপে জীৱন নিৰ্বাহ কৰা জনছন প্ৰেমিকা তথা পত্নী এলিজাৰ প্ৰেৰণাতে এদিন আমেৰিকাৰ ৰাষ্ট্ৰপতি হৈছিল।

## আইছেনবাৱ (আইক)

আইছেনবাৱ (আইক)ৰ প্ৰেম হৈছিল কে'ছামাৰ ছবীৰ নামৰ এগৰাকী বৃটিছ মটৰ কোম্পানীৰ পৰিচালিকাৰ সৈতে। প্ৰেমৰ আকৰ্ষণ তথা শক্তিৰ বলতে

কে'ছমাৰছবীৰ আইছেনবাৰ সচিব নিযুক্ত হৈছিল। পৰস্পৰৰ প্ৰেম আছিল দুৰন্ত আৰু গভীৰ।

## নিস্কনৰ ৱাটাৰ গেট কেলেংকাৰী

আমেৰিকাৰ অন্যতম শক্তিশালী ৰাষ্ট্ৰপতি নিস্কনৰ ৰাজনৈতিক জীৱন ধূলিসাৎ হৈছিল ৱাটাক গেট কেলেংকাৰীৰ ফলত। ১৯৭৪ চনত ৱাটাৰ গেট কেলেংকাৰী ৰিছাৰ্ড নিস্কন জড়িত হয়। এই মহাভিযোগ পোৱাৰ পাছতে তেওঁ ৰাষ্ট্ৰপতি পদ ইস্তফা দিয়ে।

## ফেংকলিন ৰুজভেল্ট

ৰুজভেল্টো আছিল পৰ নাৰী প্ৰতি আসক্ত। পত্নী এলিনাৰ মৰমী সান্নিধ্য পাহৰি তেওঁ অন্য নাৰীৰ সৈতে সম্পৰ্ক ৰাখিছিল। 'নিউ ডিল' অৰ্থাৎ মন্দাক্ৰান্তা মাৰ্কিন অৰ্থনৈতিক জীপাল কৰি তুলিবলৈ নীতি প্ৰণয়নত ৰুজভেল্টৰ পত্নী এলিনাৰ অৱদান কম নাছিল।

সেইদৰে ৰাষ্ট্ৰপতি ৰবাৰ্ট হুভাৰে প্ৰেম তথা যৌন সম্পৰ্ক ৰক্ষা কৰিছিল এক পৰিচাৰিকাৰ লগত। উইলছন, লিংকন আদিৰ দৰে বিখ্যাত ৰাষ্ট্ৰপতি সকলেও পত্নীৰ উপৰিও অন্য নাৰী সৈতে সম্পৰ্ক স্থাপন কৰিছিল।

নাৰী আৰু প্ৰেমৰ বাবে যি দৰে ৰাজনৈতিক জীৱন ধ্বংস হৈছিল সেইদৰে নিৰ্বাচনত জয়-পৰাজয় বা প্ৰাৰ্থিত্ব উঠাই লোৱাৰ উদাহৰণো আছে আমেৰিকা ইতিহাস। ১৯৮৮ চনত ডেম'ক্ৰেটিক দলৰ গেৰী হাৰ্টে প্ৰাৰ্থিত্ব প্ৰত্যাহাৰ কৰিব লগীয়া হৈছিল ডনা ৰাইচ নামৰ এগৰাকী মহিলাৰ সৈতে অবৈধ সম্পৰ্কৰ এখনি ফটো বাতৰি কাকতত প্ৰকাশ হোৱাৰ বাবে।

## বিল ক্লিন্টন নাৰী আৰু প্ৰেম (কেলেংকাৰী)

বিশ্বৰ সৰ্ববৃহৎ শক্তি (চুপাৰ পাৱাৰ) আমেৰিকাৰ প্ৰাক্তন ৰাষ্ট্ৰপতি বিল ক্লিন্টন বিশ্বৰ এটি বিস্ময়কৰ আৰু বিৰল চৰিত্ৰ। ৰূপৱতী নাৰীৰ সৈতে সহবাস

কৰি ভালপোৱা, মোহময়ী নাৰীৰ সংগ-ভালপোৱা ক্লিন্টনে অবৈধ ভাৱে কেইবাগৰাকীও নাৰীৰ সৈতে ৰখা সম্পৰ্কৰ ঘটনা প্ৰচাৰ মিডিয়াৰ ৰমৰমা বজাৰত বহুলভাৱে প্ৰচাৰিত হৈছে। ১৯৯৮ বৰ্ষটো সমগ্ৰ বিশ্ব উত্তাল কৰি তুলিছিল হোৱাইট হাউছত মাৰ্কিন ৰাষ্ট্ৰপতিৰ যৌন কেলেংকাৰী খবৰে। ৰাষ্ট্ৰৰ প্ৰথম লেডী হিলাৰী ক্লিন্টনৰ উপস্থিতিটো তেওঁ বহু নাৰীৰ স'তে সম্পৰ্ক ৰাখিছিল।

**পাওলা জোন্স ঃ** ১৯৯১ চনত আৰকানছাছৰ এখন হোটেলত ক্লিন্টনে যৌন উৎপীড়ন চলোৱা বুলি পাওলাই অভিযোগ কৰিছিল। পাওলাৰ ভাষাৰে ক্লিন্টন যেতিয়া আৰকানছাছৰ গৱৰ্ণৰ আছিল তেওঁ পাওলাক হোটেল লিট্‌ল'ৰক্'ৰ কোঠালৈ মাতি নি শাৰীৰিক সম্পৰ্ক কৰিব খুজি পাওলাক ব্যতিব্যস্ত কৰে।

**জেনিফাৰ ফ্লাৱাৰ ঃ** ১৯৯২ চনত নাইট ক্লাৱৰ গায়িকা জেনিফাৰ ফ্লাৱাৰ নামৰ সুন্দৰী মহিলা গৰাকীয়ে অভিযোগ কৰিছিল যে ক্লিন্টনৰ সৈতে তেওঁৰ ১২ বছৰীয়া সম্পৰ্ক আছিল। এই অভিযোগে সমগ্ৰ আমেৰিকাত তীব্ৰ হৈ - চৈৰ সৃষ্টি কৰিছিল।

**কেথলিন উইলি ঃ** ৪৪ বছৰীয়া কেথলিন উইলিয়ে হোৱাইট হাউছত ভলণ্টিয়াৰি কাম কৰিছিল। ১৯৯৩ চনত ২৯ নৱেম্বৰত তেওঁ ফুল টাইম চাকৰি বিচাৰি ক্লিন্টনৰ কাষ চাপিছিল। কেথলিনৰ মতে ক্লিন্টনে তেওঁক অভেল অফিচতে সান্ত্বনা দিয়াৰ চলেৰে ওঁঠত চুম্বন কৰিছিল আৰু অশোভনীয় ভাৱে সাৱটি ধৰি শ্লীলতা হানি কৰিছিল। উল্লেখযোগ্য যে চি. বি. এছ টিভি চেনেলে ১৯৯৮ চনৰ ২৫ মাৰ্চ তাৰিখে কেথলিনৰ এৰ্টি সাক্ষাৎকাৰ প্ৰকাশ কৰাৰ লগে লগে সকলো কথা ৰাষ্ট্ৰ হৈ পৰে।

## 'মণিকা গেট' কেলেংকাৰী

সমগ্ৰ বিশ্ব উত্তাল কৰি তুলিছে হোৱাইট হাউচৰ মণিকা গেট কেলেংকাৰীয়ে। এই ঘটনাৰ আঁৰত আছিল এজনী যুৱতী। যুৱতীৰ নাম মণিকা লিউইনস্কি। ২৫ বছৰীয়া এই ৰূপহী যুৱতী। এসময়ত হোৱাইট হাউছৰ কৰ্মচাৰী আছিল। বিল ক্লিন্টনৰ সৈতে থকা অবৈধ প্ৰণয়ৰ সম্পৰ্কৰ বাবেই মণিকা সংবাদ

মাধ্যমৰ অন্যতম চৰ্চিত বিষয় হৈ পৰিছে। ক্লিন্টন-মণিকাৰ কেলেংকাৰীয়ে আমেৰিকা জোকাৰিছে। নিউয়ৰ্কৰ সংবাদ পত্ৰত এই কেলেংকাৰীৰ নাম ৰাখিছে 'মণিকা গেট কেলেংকাৰী'।

কিন্টনে মণিকাৰ সৈতে দীঘলীয়া যৌন সম্পৰ্ক ৰক্ষা কৰিছিল। মাজনিশা টেলিফোনেৰে মণিকাৰ লগত ক্লিটনে যৌন বাসনা চৰিতাৰ্থ কৰিছিল আৰু এইকথা অস্বীকাৰ কৰিবলৈ ক্লিন্টনে মণিকাক বাধ্য কৰাইছিল। ১৯৯৮ চনৰ ১৩ জানুৱাৰীত মণিকাই বান্ধৱী লিণ্ডা ট্ৰিপৰ আগত এই বিস্ফোৰক তথ্য প্ৰকাশ কৰিছিল।

মণিকা লিৱিনস্কি এনে এগৰাকী নাৰী যি ক্লিন্টনৰ কলংকিত বীৰ্য বহন কৰা স্কাটটো সযতনে সাঁচি থৈছিল হীন প্ৰতিশোধৰ স্পৃহাত। মণিকাই এ. বি. চি. নেটৱৰ্কৰ আগত ব্যক্ত কৰিছে যে, "যেতিয়া ভাবিছিলো তেওঁ মোক ব্যৱহাৰ কৰিছিল, মোৰ সৈতে সম্পৰ্কৰ বাবে দেশবাসীৰ ওচৰত ক্ষমা বিচাৰিছিল, কিন্তু মোৰ বাবে সামান্যকনো সহানুভূতি নাই, তেতিয়াই মোৰ মূৰ গৰম হৈ গৈছিল।"

উল্লেখযোগ্য যে ক্লিন্টনে মণিকাৰ সৈতে দৈহিক সম্পৰ্কৰ কথা প্ৰথমে অস্বীকাৰ কৰিছিল যদিও ১৯৯৮ চনৰ ১৭ আগষ্টত কেইবা কোটি মাৰ্কিনবাসীয়ে টি. ভি. যোগে প্ৰত্যক্ষ কৰিলে মণিকাৰ অবৈধ সম্পৰ্কৰ স্বীকাৰোক্তি। সৰ্বশক্তিমান ৰাষ্ট্ৰপ্ৰধান জনে অৱশেষত মূৰ দোৱাই ক'বলৈ বাধ্য হ'ল যে "মোৰ ভুল হৈছিল, মই মিছা কৈছিলো।" এগৰাকী সাধাৰণ যুৱতী মণিকাই সুবিচাৰ পালে আৰু স্বয়ং ৰাষ্ট্ৰপ্ৰধান জনাক প্ৰত্যাহ্বান জনাই নিৰপেক্ষ তদন্তকাৰী কেন্নেথ ষ্টাৰৰ দ্বাৰা তেওঁ এই সুবিচাৰ আদায় কৰিবলৈ সক্ষম হয়।

লেডী ডায়েনাৰ জীৱনক লৈ ৰচিত 'ডায়েনাঃ হাৰ টু ষ্টৰি' লিখি বিশ্বজোৰা খ্যাতি অৰ্জন কৰা 'এণ্ডি মৰিয়নে' মণিকাৰ ঘটনাবহুল জীৱনৰ ওপৰত লিখা 'মণিকাজ ষ্টৰি' নামৰ প্ৰকাশিত গ্ৰন্থখনে বিশেষ চাঞ্চল্যৰ সৃষ্টি কৰিছে।

ক্লিন্টনৰ লগত মণিকাৰ চিনাকি হয় ১৯৯৫ চনৰ নৱেম্বৰ মাহত। ক্লিন্টনে দিয়া এক নৈশ পাৰ্টিত মণিকাৰ নাচ দেখি ক্লিন্টন মুগ্ধ হয়। সেই মুগ্ধতাৰ বাবেই

মণিকাই হোৱাইট হাউচৰ চাকৰি পালে। এই চাকৰিত থকা কালতে পৰস্পৰৰ মাজত ঘনিষ্ঠতা গঢ় লৈ উঠে। পিচলৈ সেয়াই প্ৰেমলৈ পৰিবৰ্তন হ'ল। ক্লিন্টন মণিকাৰ এই পাৰস্পৰিক সম্পৰ্কৰ বাবে ক্লিন্টনৰ ব্যক্তিগত সচিব বেট্ৰি কাৰিয়ে মণিকাক হোৱাইট হাউচৰ পৰা পেণ্টাগনলৈ স্থানান্তৰ কৰে। তাতো পৰস্পৰৰ প্ৰেম যতি নপৰিল। অদ্ভুদ মাদকতাসনা। পৰস্পৰে অনুভৱ কৰিলে সেই সময়ৰ মায়াসনা স্পৰ্শ, সেই প্ৰেমৰ মিঠা অনুভূতি।

এণ্ডি মৰিয়নে 'মণিকাজ ষ্টৰি'ত প্ৰকাশ কৰিছে যে ক্লিন্টনৰ প্ৰেমত মণিকা যেতিয়া উদ্মাদিনী তেতিয়া মণিকাই হৃদয়ৰ কেনভাছত আঁকি ৰাখিছিল অন্য এজন পুৰুষৰ নাম। তেওঁৰ নাম টমাছ। যাক মণিকাই জীৱনৰ সৰ্বস্ব দি ভাল পাইছিল। টমাছৰ মাজতেই মণিকাই বিচাৰি পাইছিল ভালপোৱাৰ পাচুৰ্য, মৰমৰ অসীমত্ব।

টমাছ আছিল পেণ্টাগনৰ উচ্চ পদস্ত কৰ্মচাৰী। এণ্ডি মৰিয়নৰ মণিকাজ ষ্টৰিত প্ৰকাশ পোৱা মতে মণিকা যেতিয়া ক্লিন্টনৰ প্ৰেমত মজি আছিল তেতিয়া তেওঁ টমাছৰ সহবাসত অন্তঃসত্বা হৈছিল। নিজৰ ব্যক্তিগত প্ৰেম, যৌন জীৱনৰ বিভিন্ন ঘটনা প্ৰকাশ কৰি মণিকাই স্বীকাৰ কৰিছে যে, ৰাষ্ট্ৰনায়ক ক্লিন্টনৰ সৈতে তেওঁৰ প্ৰেম আছিল অলীক স্বপ্ন। মণিকাৰ স্বীকাৰোক্তি মতে — হয়তো নিজৰ এখন সংসাৰ, সুখৰ দাম্প্ৰত্য জীৱন বিচাৰিয়েই মই সমান্তৰাল ভাৱে টমাছৰ সৈতে প্ৰেম চলাই গৈছিলো। কিন্তু যেতিয়া গৰ্ভধাৰণ কৰিলো তেতিয়াই মই আতংকিত হৈ উঠিলো। সেই সময়তে লক্ষ্য কৰিলো টমাছে আন এক নাৰীৰ সতে ঘুৰা-ফিৰা কৰিবলৈ লৈছে। সেয়ে মণিকাই এক অভিভাৱকত্ব পচন্দ নকৰিলে। ফলত ভ্ৰূণ মোচনৰ সিদ্ধান্ত লয়। ইয়াৰ বাবে মণিকা এখন নাৰ্চিং হোমলৈ যায় আৰু তেওঁ কোনেও নজনাকৈ গৰ্ভপাত কৰোৱাই চিটুৱেচনটো মেনেজ কৰে।

**ফাষ্ট লেডী হিলাৰী ক্লিন্টন ঃ** আমেৰিকাৰ ফাষ্ট লেডী হিলাৰী ক্লিন্টনে কিন্তু স্বীকাৰ এনে বিপদৰ মাজতো ছাঁৰ দৰে লাগি অকৃত্ৰিম ভালপোৱা প্ৰকাশ কৰি আহিছে। অন্য নাৰী প্ৰতি আসক্তি, কেলেংকাৰী আদি খবৰ জানিও তেওঁ ক্লিন্টনক মাফ্ কৰি আহিছে। এয়া নিশ্চয় এগৰাকী দেৱী সুলভ নাৰীৰ পক্ষেহে সম্ভৱ। তেওঁৰ নিচিনা এগৰাকী পতিব্ৰতা বিদূষী মহিলাৰ প্ৰেম ভালপোৱা অৱহেলা

কৰি দ্বিচাৰিত্য হোৱাটো কাৰো কাম্য নহয়। ক্লিন্টনৰ প্ৰতি হিলাৰীৰ প্ৰেম সঁচা প্ৰেম, সঁচা আনুগত্য। যাক ৰাজনৈতিক জটিলতাই স্পৰ্শ কৰিব নোৱাৰে। হিলাৰী ক্লিন্টন এনে এগৰাকী নাৰী যি কলংকিত মলিন স্বামীক ক্ষমা কৰি নিজৰ মৰ্যদ অক্ষুন্ন ৰাখিব খোজা এক দুৰ্জয় ব্যক্তিত্বৰ অধিকাৰী।

হিলাৰী ক্লিন্টনৰ গোপন প্ৰেমঃ ক্ৰিষ্টোফাৰ এণ্ডাৰচনৰ গ্ৰন্থ 'বিল এণ্ড হিলাৰীঃ দি মেৰেজ (Bill and Hillary: The Marriage) প্ৰকাশ পোৱাৰ পাছত আমেৰিকাৰ ৰাষ্ট্ৰপতি বিল ক্লিন্টনৰ ৰূপহী আৰু আইনজ্ঞ পত্নী ফাষ্ট লেডী হিলাৰী ৰোধহাম ক্লিন্টনৰ গোপন প্ৰেমে বেচ চাঞ্চল্যৰ সৃষ্টি কৰিছিল বিশ্বজুৰি। নিজৰ স্বামী বিল ক্লিন্টনৰতকৈ কোনো গুণে কম নহয় হিলাৰীৰ প্ৰেম কাহিনী। 'বিল এণ্ড হিলাৰীঃ দি মেৰেজ'ত প্ৰকাশ পোৱা মতে ব্যক্তিত্বময়ী আমেৰিকাৰ প্ৰথম গৰাকী মহিলা হিলাৰীৰ প্ৰেম আছিল— হোৱাইট হাউছৰ প্ৰাক্তন আইনজীৱী 'ভিনচেণ্ট ফষ্টাৰ' (ভিন্স)ৰ সৈতে।

ভিন্স আছিল প্ৰেছিডেণ্ট বিল ক্লিন্টনৰ বাল্য বন্ধু। ১৯৭৭ চনৰ পৰাই হিলাৰী আৰু ভিন্সৰ এক গোপন তথা গভীৰ সম্পৰ্ক গঢ়ি উঠিছিল। দুয়োগৰাকীৰ ঘৰ ওচৰা-ওচৰি হোৱা বাবে একেলগে খেলি ডাঙৰ হৈছিল। ডাঙৰ হোৱাৰ পাছতো তেওঁলোকৰ মাজত সম্পৰ্ক অটুট আছিল। তাৰপছত আইনৰ ডিগ্ৰী লৈ ফষ্টাৰে 'ৰোজল' নামৰ এখন ফাৰ্মত চাকৰি জীৱনত পাতনি মেলে। এই ফাৰ্মতেই কাম কৰিছিল আইনজীৱী হিলাৰীয়ে।

উল্লেখযোগ্য যে হিলাৰীৰ গোপন প্ৰেমৰ কথা আৰকানচাচৰ গভৰ্ণৰৰ দ্বাৰৰক্ষীসকলৰ জৰিয়তেই পোহৰলৈ আহে। এল ডি ব্ৰাউন নামৰ এগৰাকী ৰক্ষীৰ তথ্য মতে ভিন্স আৰু হিলাৰীৰ গভীৰ প্ৰেম আছিল। সেই সময়ত বিল ঘৰত নিশা নাথাকিলে হিলাৰীৰ সংগী হৈছিল ভিন্স ফষ্টাৰ। কোনোবাদিনা ক্লিন্টনৰ অনুপস্থিতিত গোটেই নিশা থাকি গৈছিল ফষ্টাৰ হিলাৰীৰ ওচৰত। ক্লিন্টনৰ অনুপস্থিতিত হিলাৰীৰ সৈতে নিশা যাপন কৰাৰ উপৰি এবাৰ তেওঁলোকে এটি নিৰ্জন কেবিনতো একেলগে কটাইছিল। ব্ৰাউনক হিলাৰীয়ে কোনো দুৰ্বল মুহূৰ্ত্তত এনেদৰেও কৈছিল যে বিয়া নহলেও এনে বহু বস্তু পাব পাৰা, যিবোৰ বিবাহিত জীৱনত হয়তো তুমি কোনো দিনেই নাপাবা।'

বিল যেতিয়া আমেৰিকাৰ ৰাষ্ট্ৰপতি হ'ল তেতিয়া হিলাৰী হোৱাইট হাউছলৈ আহিল আৰু প্ৰেমিক ফষ্টাৰকো হোৱাইট হাউছত এটা চাকৰি দিয়ালে। এজন সাধাৰণ বিষয়া হৈয়ো ফষ্টাৰ নেন্নীগেট, ট্ৰেভেলগেট, হোৱাইট ৱাটাৰকে ধৰি কেইবাটাও আৰ্থিক কেলেংকাৰীত জড়িত হৈ পৰিছিল। ১৯৯৫ চনৰ জুলাইত ৱাশ্বিংটনৰ কাষৰ এখন হাবিত গুলিবিদ্ধ অৱস্থাত ফষ্টাৰৰ মৃতদেহ উদ্ধাৰ কৰা হয় তেওঁৰ হাতত আছিল নিজৰ পইণ্ট ৩৮ কেলিবাৰৰ পিস্তলটো। ফষ্টাৰৰ মৃত্যু সংবাদ পোৱাৰ পাছত হিলাৰী এনেদৰে কান্দোনত ভাগি পৰিছিল যে কোনো কোনোৱে বিল ক্লিন্টনৰে মৃত্যু হোৱা বুলি ভাবিছিল। ফষ্টাৰ মৃত্যুৰ লগে লগে এই প্ৰেম পৰ্বৰো সামৰণি পৰে।

জেনিফাৰ, পাওলা, কেথলিন, মণিকাৰ বাহিৰেও ক্লিন্টনৰ সম্পৰ্ক আছিল মিছ আৰকানছ — ডলি বিল ব্ৰাউনিং, লেনকোনা, ছালিভান, ছ্ছাইটি গাৰ্ল ছলি পাছ্ আদিৰ লগত।

এইদৰে আমেৰিকা ইতিহাসৰ পাতে পাতে অলেখ উদাহৰণ আছে। পোৱা যায় চলনাময়ী নাৰীৰ প্ৰৰোচনাত ধ্বংস হোৱা বহুজন প্ৰতাপী বিখ্যাত ব্যক্তিৰ কথা। নাৰীৰ প্ৰতাৰণাক খহি পৰিছিল কাৰোবাৰ সপোনৰ তাজমহল।

প্ৰেম বিৰ্বতনৰ ফলত প্লটনিক প্ৰেমৰ স্থান ক'ত? আজিৰ প্ৰেমত যুক্তি আছে আবেগ নাই, শাৰীৰিক তৃপ্তি আছে মানসিক তৃপ্তি নাই। ম্লান পৰি আহিছে প্ৰকৃত প্ৰেমৰ সৌন্দৰ্য। আজিকালি প্ৰেমৰ বাবে কোনেও জীৱন দিবলৈ সাজু নহয়।

বৰ্তমান যুগটো 'উইমেন লিব'ৰ যুগ। বৰ্ত্তমান প্ৰেম মানে 'গিভ এণ্ড টেক।' আজিকালিৰ প্ৰেমে·প্লেটনিক'ৰ পৰা ইণ্টাৰনেটত প্ৰবেশ কৰিছে। আপ টুডেট্ যুৱক-যুৱতীসকলে প্ৰেমৰ নামত যি সম্পৰ্ক গঢ়ি তোলে তাৰ ভিত্তি কেৱল দৈহিক তাড়নাহে প্ৰেম। হৈ পৰিছে উপভোগ। পণ্য আৰু ক্লীৱ। ভোগবাদে মানুহক শিকাই দিছে যে জীৱন মানেই উপভোগ। জীৱনটো কেৱল ফুৰ্ত্তি কৰাৰ বাবেই....! হৃদয় বিনিময়তো যেন 'কমিছন' আছে। ইয়ং জোনে ৰেচনৰ ধাৰণা — আজিকালিৰ প্ৰেমত গভীৰতা নাই, প্ৰেম হৈছে এনজয়মেণ্ট, আজিৰ ইয়ং জেনেৰেশ্যন যুগৰ প্ৰেম মানেই শৰীৰ সৰ্বস্ব প্ৰেম।